“MORAXUNTI”: A collection of short stories in Assamese written by Harendra Nath Dutta and published by Mriganka Dutta, Ambari Fatasil, Guwahati – 25.



1st Edition, January 2018

---

| | | |
|---|---|---|
| প্ৰকাশক | ঃ | মৃগাংক দত্ত |
| বেটুপাত | ঃ | মৃগাংক দত্ত |
| ডি.টি.পি | ঃ | জগদীশ কলিতা |
| ডি.টি.পি পুনৰীক্ষণ | ঃ | বিভৰজিৎ দত্ত |
| | ঃ | মীৰা দত্ত |
| প্ৰথম প্ৰকাশ | ঃ | জানুৱাৰী, ২০১৮ চন |

# বাটচৰা

সাহিত্যিক হোৱাৰ ধৃষ্টতা মোৰ নাই। কিন্তু মাজেসময়ে কিছুমান সৰু সৰু কথাই মনৰ মাজত ভাকুট্‌কুটাই থাকে। সমাজৰ সৰু-বৰ মানুহৰ দুখ-সুখ, অন্যায়, দুর্নীতি, ভ্ৰষ্টাচাৰ আদিৰ কথা। তেতিয়া মনেসজা ঘটনা আৰু চৰিত্ৰ একোটাৰে মনৰ ভাববোৰ প্ৰকাশ কৰিবলৈ চেষ্টা কৰো। গল্প হিচাপে লিখো যদিও সেইবোৰ আচলতে গল্প হয় নে নহয় মই নাজানো। শ্ৰদ্ধাভাজন সুধী পাঠকসমাজে তাৰ বিচাৰ কৰিব।

'মৰাসুঁতি'ত সন্নিৱিষ্ট কৰা গল্প কেইটা ইতিমধ্যে বিভিন্ন আলোচনী আৰু বাতৰিকাকতত প্ৰকাশ পাইছে। বহুতো পাঠক বন্ধুই লেখাবোৰ পঢ়ি ভালপোৱা বুলি প্ৰশংসা কৰা কাৰণে কেইটামান গল্পক ছপা আখৰত গ্ৰন্থ হিচাপে প্ৰকাশ কৰিবলৈ সাহস গোটাইছো। কিতাপখনত ৰৈ যোৱা ভুল-ক্ৰতিৰ বাবে পাঠকৰ ওচৰত ক্ষমা বিচাৰিছো।

বিশিষ্ট গল্পকাৰ গল্প ভাস্কৰ, গল্পপ্ৰাণ শ্ৰীযুত ৰিজু হাজৰিকাদেৱে পাতনিটো লিখি দিয়াৰ বাবে তেখেতৰ ওচৰত মই চিৰকৃতজ্ঞ হৈ থাকিম।

মোৰ মৰমৰ ভাগিনী ‘টংলা মহাবিদ্যালয়’ৰ প্ৰৱক্তা শ্ৰীমতী অনিমা ভূঞা বৰুৱাই লেখকৰ পৰিচয়টো লিখি যি মুল্যৱান মন্তব্য দিছে তাৰ বাবে তেওঁক বহুত ধন্যবাদ যাচিছো।

বেটুপাত অংকন কৰাৰ লগতে eBook আকাৰত কিতাপখন প্ৰকাশ কৰিছে মোৰ পুত্ৰ মৃগাংক দত্তই। তাৰোপৰি মোৰ পত্নী মীৰা দত্ত আৰু নাতিল'ৰা বিভৱজিৎ দত্তই কিতাপখন যুগুত কৰোতে যথেষ্ট সহায় কৰিছে। ডি.টি.পি. কৰি দিছে শ্ৰী জগদীশ কলিতাই। মই তেওঁলোকৰ শলাগ লৈছো।

যিসকল পাঠক বন্ধুই লেখিবলৈ মোক উদগণি দিছে তেখেতসকললৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছো।

***হৰেন্দ্ৰ নাথ দত্ত***
আমবাৰী ফটাশিল, গুৱাহাটী- ২৫
*harendutta2013@gmail.com*

# পাতনি

শ্ৰী হৰেন্দ্ৰ নাথ দত্তৰ গল্প সংকলন “**মৰাসুঁতি**” খন পাণ্ডুলিপি অৱস্থাতে পঢ়ি চাবলৈ সুযোগ এটা পালো। পুথিখনত আঠত্ৰিশটা গল্প সন্নিৱিষ্ট কৰা হৈছে। গল্পবোৰ সামাজিক পটভূমিত ৰচিত। আমাৰ সমাজখনত ঘটা নানা ঘটনা বুটলি আনি তাকেই তেওঁৰ নিপুন হাতেৰে গল্পৰ ৰূপ দি প্ৰাণৱন্ত কৰি তুলিছে। গল্পৰ কাহিনীৰ আবেদন, ৰচনাশৈলী, চৰিত্ৰৰ পৰ্যবেক্ষণ, বাক্যৰ গাঁঠনি, শব্দৰ ব্যৱহাৰ আদিত ক তো ক্ষতি-ক্ষুন নাই। শ্ৰী দত্তই ইতিমধ্যে বিভিন্ন কাকত, আলোচনী আদিত গল্প লিখি পাঠক সমাজত পৰিচিত হৈছে। কাহিনী বাছনিত দত্তক নিপুন বুলি ক’ব পৰা যায়। কাৰণ তেওঁ যিবোৰ কাহিনী বুটলি আনিছে, সেইবোৰ গতানুগতিক। সমাজত এনে ঘটনা ঘটিয়েই আছে, কাৰো চকুত নপৰে। কিন্তু দত্তৰ দৃষ্টি সেই ক্ষুদ্ৰ-ক্ষুদ্ৰ ঘটনাবোৰতে নিবিষ্ট হৈ, তাৰ সাৰমৰ্ম্ম খিনি বুটলি আনি তেওঁ গল্পৰ ৰূপত প্ৰকাশ কৰিছে। শ্ৰী হৰেন্দ্ৰ নাথ দত্ত গল্পকাৰ হিচাপে এইটোৱেই বিশেষত্ব। সেইবোৰ ঘটনা আমি সকলোৱে দেখা

পাইছো, কিন্তু আওকান কৰিছো। তাত কোনো গুৰুত্ব দিয়া নাই। ক্ষুদ্ৰৰ মাজতো যে মহত্ব আছে তাত আমি কোনোৱে গুৰুত্ব নিদিও। দত্তৰ চকু তাতেই নিবদ্ধ হৈছে।

সংকলনখনত "**ভোক**" নামৰ গল্প এটা সন্নিৱিষ্ট কৰিছে। লোকনাথ নামৰ এজন দুখীয়া মানুহে ওচৰৰে হাট এখনত দৈ, কল আৰু কণী বেছিবলৈ যায়। সেইখিনি বেছি চাউল আনিব। হাটখোলাত এখন মিটিং বহিছিল। সেই মিটিঙত কাজিয়া এখন লাগিল। সেই কাজিয়াৰ মানুহে দৌৰা-দৌৰি কৰি লোকনাথৰ কল, কণী, দৈ ভৰিৰে গচকি একাকাৰ কৰি পেলালে। লোকনাথৰ সকলো আশা ধুলিস্যাৎ হৈ গ'ল। ইফালে ঘৰত পুতেক সৰ্ব্বেশ্বৰে ভোকত ৰ'ব নোৱাৰি মাকক ভাত খুজিছে। মাকে কৈছে- ' বাপেৰে হাটৰ পৰা চাউল আনিলেহে ভাত খাবলৈ পাবি।' অতি কৰুণ, মৰ্মান্তিক ঘটনা। এইটো এটা গল্প। কিন্তু বাস্তৱ জীৱনত এনে ঘটনা ঘটিয়েই আছে। হাটবোৰত এনে ধৰণৰ কাজিয়া প্ৰায় লাগিয়েই থাকে। শ্ৰী দত্তই সেই ঘটনাটোকে গল্পত এটা প্ৰাণৱন্ত ৰূপ দিছে। ইয়াত হাটলৈ যোৱাৰ আয়োজন, হাট বজাৰৰ দৃশ্য, ইজনে-সিজনৰ পৰা বিড়ি খুজি খোৱাৰ বৰ্ণনা, হাটৰ মিটিং পতা মানুহৰ চৰিত্ৰৰ বৰ্ণনা ইত্যাদি যথাযথ। শ্ৰী দত্তৰ সুক্ষ্ম পৰ্যবেক্ষণে গল্পটো নিটোল কৰি তুলিছে।

"**আত্মগ্লানি**" আন এটা সুন্দৰ গল্প। এই গল্পটোত বিমল হাস্যৰস বিদ্যমান। এই হাস্যৰসৰ মাজেৰেই এটা বাস্তৱ, সত্য, মৰ্ম্মস্পৰ্শী ঘটনা গল্পটোত শ্ৰী দত্তই নিপুনতাৰে দাঙি ধৰিছে। গল্পৰ নায়কে সহযাত্ৰীজনক তেওঁৰ ঘড়ীত কেইটা বাজিছে সুধিলে। সহযাত্ৰীজনে মুখেৰে একো নামাতি তেওঁৰ হাতৰ ঘড়ীটো নায়কক চকুৰ আগত দাঙি ধৰিলে - 'তুমি নিজে চাই লোৱা'। এনে ব্যৱহাৰত গল্পৰ নায়ক বৰ ক্ষুন্ন হ'ল। ভাবিলে - মানুহজন অহংকাৰী, নতুন ধনী বা ছালফা। তেওঁ সহযাত্ৰীৰ এনে অহংকাৰ, অভদ্ৰামী সহ্য কৰিব নোৱাৰিলে। শেষত সুধিয়েই পেলালে - "হেৰি আপুনি যে মোক ঘ-ঘ-ঘ- ঘড়ীটো হাতখন মেলি দেখুৱালে, সময়টোৰ কথা মুখেৰে ন ন ন নকলে কিয়" মানুহজনে মিঠা হাঁহি মাৰি ক'লে- "তেতিয়া আপুনি ভা-ভা-ভা ভাবিলেহেঁতেন যে মই আপোনাক ঠা-ঠা-ঠা ঠাট্টা কৰিছো।" সুন্দৰ প্ৰকাশ ভংগী। গল্পটোৰ গোটেইখিনি ৰস ইয়াতেই আছে। এয়ে চুটি গল্প।

আন এটা ভ্ৰমণৰ গল্প "**মৰাসুঁতি**"। এইবাৰ 'এৰোপ্লেন' ত ভ্ৰমণ। বহিল এসময়ৰ বান্ধৱী অৰুণিমাৰ ওচৰৰ ছিটটোত। গল্পৰ নায়কে চিনি পাইছে সেইজনী একালৰ বান্ধৱী অৰুণিমা হয়। তেতিয়াৰ সেই ভৰা যৌৱন নাই যদিও তেওঁ সম্পূৰ্ণৰূপে চিনি পাইছে। এতিয়া মহিলাৰ দৰে কাপোৰ পিন্ধিছে। গাল-

মুখত দুই এটা বয়সৰ আচোঁৰ পৰিছে যদিও যৌৱনটো ধৰি ৰাখিব পাৰিছে। গল্পৰ নায়কে শেষত মাত লগালে - “ আপুনি অৰুণিমা বৰদলৈ হয় নে” মহিলা গৰাকীয়ে ক'লে - ‘মই অৰুণিমা নহয়। আপোনাৰ ভুল হৈছে।” মুখ ঘূৰাই বহি থাকিল। গল্পৰ নায়ক প্ৰশান্তই লাজ পালে। কিন্তু প্লেনৰ পৰা নমাৰ সময়ত মহিলাই নিজেই পৰিচয় দিলে- “মোক ক্ষমা কৰিবি প্ৰশান্ত, মই অৰুণিমা বৰদলৈ হয়, এতিয়া ড. অৰুণিমা হাজৰিকা।..... তই মোৰ জীৱনত প্ৰথম পুৰুষ, যাৰ ওচৰত এগৰাকী নাৰীৰ প্ৰধান অলংকাৰ সতীত্বক সমৰ্পণ কৰিছিলো।” এই শেষ স্বীকাৰোক্তি খিনিয়েই গল্পটোৰ মূল কথা। এনেদৰেই গল্প সংকলনখন আঠত্ৰিশটা গল্প সন্নিৱিষ্ট হৈছে, যেনে- মই চুৰ কৰা নাই, বিয়া আজিহে, জোৱাঁই, ভিনিদেউ ঘৰত আছেনে, অপেক্ষা, আৰোহণ, আভিজাত্যৰ বিফলতা, নিশাৰ আন্ধাৰ, দানি আলী, ভেণ্ডাৰ স্কুলৰ মাষ্টৰ, কেচুৱাই কন্দা চাহ, সন্ধিয়াৰ ৰং, উৰুখা ঘৰ, ত্ৰিশ অক্টোবৰ, বৃত্তৰ ভিতৰত, সমীকৰণ ইত্যাদি। গল্পবোৰত সামাজিক সচেতনতা, চৰিত্ৰৰ যথাযথ সংলাপ, বিষয়বস্তুৰ বাছনি, সুক্ষ্ম পৰ্যবেক্ষন, বাক্যৰ গাঠনি, শব্দৰ ব্যৱহাৰ আদিত কতো ক্ষতি-ক্ষুন দেখা নাযায়। শ্ৰী দত্তৰ গল্পলেখা হাতখন নিপুন হৈ উঠিছে তাত কোনো দ্বিমত নাই। গল্পপুঁথিখন ছপা

আখৰত ওলালে সকলো শ্ৰেণীৰ পাঠকে আদৰি লব বুলি মোৰ বিশ্বাস। চুটি গল্প সাহিত্যৰ এটা আকৰ্ষণীয় অঙ্গ। মই আশা ৰাখিছো শ্ৰী হৰেন্দ্ৰ নাথ দত্তৰ কলমৰ পৰা এই চুটি গল্পৰ ধাৰা প্ৰবাহিত হৈ থাকিব- এই কামনাৰে।

***ৰিজু হাজৰিকা***
আমবাৰী, গুৱাহাটী – **২৫**
তাং- **২৪/৪/১৭** ইং

# সূচীপত্ৰ

# ভোক

আঘোণ মাহ। বাৰীখনৰ পূৱপিনে থকা ওখ আমগছজোপাৰ ওপৰেদি আহি বেলিটোৰ মিঠা ৰ'দকণে চোতালখনৰ উত্তৰ-পশ্চিম কোণটোত ভুমুকি মাৰিছে। লোকনাথে এটা এটাকৈ বস্তু কেইপদ আনি তাতে থৈছে। চাৰিআখি পকা জাহাজীকল। ডেৰ কিলোমানৰ এটা দৈ গাখীৰৰ টেকেলি। সোতৰটা হাঁহ-কণী। বাওঁকা এপাত। পকা জাহাজীকল দুইআখিকৈ লগ লগাই অতি সাৱধানে তমালেৰে যুতি ভাৰখনত ওলোমাই নিব পৰা কৰি ল'লে। গাখীৰ টেকেলিও তলৰ পৰা তমালেৰে দীঘে-পথালিয়ে মেৰিয়াই বান্ধিলে। মোনা এখনৰ ভিতৰত ধানখেৰ অলপ পাৰিলৈ তাৰ ওপৰত হাঁহ-কণীকেইটা থলে। বাওঁকা পাতৰ এটা মূৰত দুইআখি কল আৰু গাখীৰৰ টেকেলীটো আৰু আনটোমূৰত দুইআখি কল আৰু কণীৰ মোনাখন ওলোমাই এবাৰ দাঙি চালে। দুয়োপিনৰ ওজন লোকনাথে মোটামুটিকৈ সমানেই

পালে। তেনে কৰোতে পকাকল এটা আখিটোৰ পৰা চিঙি মাটিত পৰিল। হাত এখনেৰে মুখখনত হেঁচামাৰি ধৰি লোকনাথে সেইপিনে চাই থাকিল। 'সৰ্ব্বেশ্বৰ ঐ সৰ্ব্বেশ্বৰ।' লোকনাথে চিঞৰি পুতেকক মাতিলে। স্কুললৈ যাবলৈ কিতাপ বহী যতনাই থকাৰ পৰা আহি পুতেক সৰ্ব্বেশ্বৰে দুৱাৰমুখত থিয় হৈ ক'লে- 'কিয় মাতিছ পিতাই'

'মায়েৰা ক'ত আছে মই মাতিছো বুলি কগৈ'।

লোকনাথে মাটিত পৰা কলটো হাতত তুলি চালে; বেছিকৈ পকিছে। ৰংটো সেউজীয়া হৈ থকালৈ চাই ইমান বেছিকৈ পকা বুলি সি ভবাই নাছিল।

অলপ পিছতে সৰ্ব্বেশ্বৰ আৰু তাৰ মাক মনোমতী আহি লোকনাথৰ ওচৰত থিয় দিলেহি। 'হেৰি নহয়। কলবোৰ বেছিকৈ পকিছে। ভাৰ কৰি নিব নোৱাৰি, বাটে বাটে চিগি পৰিব পাৰে। চাউল থোৱা পাঁচিটো আন। তাতে নিব লাগিব'। লোকনাথে ঘৈণীয়েকক কথাখিনি কৈ কলটো পুতেকক খাবলৈ দিলে। কলটো হাতত লৈ সৰ্ব্বেশ্বৰে মনতে ভাবিলে কি ভাগ্য তাৰ আজি। বহুদিনৰ মূৰত জাহাজীকল খাবলৈ পাইছে। তাকো পুৰা এটা কল। কলটো খাই খাই সৰ্ব্বেশ্বৰে আকৌ ভাবিলে- ছিগি পৰা কাৰণেহে বাপেকে তাক খাবলৈ দিলে। নহ'লে সেইটোও হাটত বিক্ৰী

হ'লহেঁতেন।

পাঁচিটোৰ ভিতৰত আলফুলকৈ দাঙি কল কেইআখি লোকনাথে থ'লে। মাজত ধানখেৰৰ ওপৰত কণীকেইটা থৈ খালি হোৱা মোনাখন কান্ধত ওলোমাই ল'লে। দুই হাতেৰে দাঙি পাচিটো মূৰত তুলি ল'লে। গাখীৰৰ টেকেলীটো মনোমতীয়ে লোকনাথৰ হাতত তুলি দিলে। নঙলা পাৰহৈ লোকনাথ হাটলৈ ওলাই গ'ল। নঙলামুখত মনোমতীয়ে সৰ্ব্বেশ্বৰৰ কান্ধত হাত এখন থৈ লোকনাথ নেদেখা হোৱালৈকে চাই থাকিল। মনোমতীৰ গভীৰ হুমুনিয়াহ এটা ওলাই আহিল। হাটৰ পৰা চাউল কিনি আনিলেহে ভাত খাবলৈ পাব।

'ছেঃ বেলিটো বহু ওপৰলৈ উঠিল।' লোকনাথে ভাবিলে। 'ইমান পৰে হাটখোলা পাবই লাগিছিল। পলমকৈ গ'লে বহিবলৈ ভাল ঠাই পোৱা নাযায়।' সি খোজ দাঙি দিলে। হাটখোলালৈ চাৰিমাইলমান দূৰ। কমেও এঘন্টা সময় লাগিব।

বাটবুলি থাকোতে ৰত্ন মাষ্টৰে কোৱা কথাবোৰ লোকনাথৰ মনত পৰিল- 'লোকনাথ, ঘৰতে গাখীৰ কণী আছে যেতিয়া সৰ্ব্বেশ্বৰক খাবলৈ দিবা। তাৰ বুদ্ধি আছে। গাখীৰ-কণী-কল এইবোৰ খালে তাৰ বুদ্ধি আৰু চোকা হ'ব।'

কথাবোৰ মনত পৰাৰ লগে লগে লোকনাথৰ অন্তৰত যেন শেল এপাতেহে বিন্ধিলে। পাৰোতেনো নিজৰ গাৰ মঙহক গাখীৰ-কণীখোৱাৰ পৰা বঞ্চিত কৰেনে সি চাউলকেইটা নহ'লে অকল গাখীৰ এগিলাচ বা কণী এটা খাই মানুহ বাচিব নোৱাৰে নহয়। সৰ্ব্বেশ্বৰে টাউনৰ হাইস্কুলখনত ষষ্ঠশ্ৰেণীত পঢ়ে। পঢ়াত সি চোকা।

তাৰ ৰোল নম্বৰ এক। একে গাওঁৰে ৰত্ন মাষ্টৰে সিহঁতৰ শ্ৰেণীত অংক শিকায়। আটাইকেইজন শিক্ষকে সৰ্ব্বেশ্বৰক মৰম কৰে। কৰিবই, ভাল ল'ৰাক সকলোৱে মৰম চেনেহ কৰে।

স্কুলৰ লেজাৰৰ সময়ত সকলোবোৰ লৰাই কিৰীলিপাৰি বাহিৰলৈ ওলাই যায়। হাতে হাতে পইচালৈ স্কুলৰ গেটৰ সন্মুখত ৰৈ থকা চানাচুৰৱালা দুজনক ঘেৰি ধৰে। তেনে সময়ত সৰ্ব্বেশ্বৰে দমকলৰ পানী খাই পুনৰ শ্ৰেণীকোঠাৰ ভিতৰ সোমায়। তাৰ মনত বেজাৰ লাগে। হাত দুখনৰ ওপৰত মূৰটো থৈ সি শোৱাৰ দৰে চকু মুদি থাকে। পিতাকে তাক আজিলৈকে টকা এটাও দি পোৱা নাই।

সৰ্ব্বেশ্বৰৰ কথাবোৰ ভাবি ভাবি গৈ থাকোতে হঠাতে লোকনাথে উজুটি খালে। ভাগ্যে পৰি নগ'ল। দৈৱ

টেকেলীটো এডোখৰ সমান ঠাইত থৈ দুই হাতেৰে মূৰৰ পৰা পাঁচিটো নমাই, চালে। ঠিকে আছে। কল, আখিটোৰ পৰা ছিগা নাই। কণীবোৰো ঠিকেই আছে। এটা কণী ফাটি যোৱা মানে চাৰি টকা পানীত পৰিল। মুখৰ কলপাতখন সামান্য ফাঁক কৰিলৈ টেকেলীটোৰ ভিতৰলৈ জুমি চালে। দৈৰ চামনিখন ফটা নাই। ফটা হ'লে গ্ৰাহকে পছন্দ নকৰিব। পুনৰ পাচিটো দুই হাতেৰে মূৰত তুলি লৈ এখন হাতেৰে ভালকৈ খামুচি ধৰিলে আনখন হাতেৰে টেকেলীটো লৈ সাৱধানে খোজ কাঢ়িবলৈ ধৰিলে। এইবাৰ খোজৰ গতি কিছু মন্থৰ কৰিলে।

'লোকনাথ নহয় নে' পাছৰ পৰা চিনাকি মাত এটা লোকনাথৰ কাণত পৰিল। ঘূৰি চালে। শাওণাই দুটা বস্তাৰ মেটমৰা ভাৰ এখন কান্ধত লৈ তাৰ উঠা নমা কৰা ঢৌৰ ছন্দত খোজ মিলাই দৌৰাৰ দৰে আহি আছে। লোকনাথৰ কাষতে ভাৰখন থৈ কান্ধৰ গামোচাখনেৰে ঘামি থকা মুখখন মচি লোকনাথক ক'লে– 'তোমাৰ লগত বিড়ি আছেনে'

'দুটা আছে নেকি, চোলাটোৰ আগফালৰ জেপত হাত ভৰাই চাচোন'।

শাওণাই লোকনাথৰ জেপৰ পৰা বিড়ি এটা আৰু দিয়াচলাইটো উলিয়ালে। বিড়িটোৰ চেপেটা ফালটো

লোকনাথৰ দুই ওঠৰ মাজত সুমুৱাই দি মোটা ফালটোত দিয়াচলাইৰ কাঠি মাৰি জ্বলাই দিলে। থিয়ৈ থিয়ৈ বন্ধ হাতেৰে লোকনাথে বিড়িটোত দুই হোপা মৰাৰ পিছত শাওণাই সেইটো নি নিজৰ ওঁঠৰ মাজতলৈ হুপিবলৈ ধৰিলে।

'বস্তাত কি আনিছ'- লোকনাথে সুধিলে।

'মহাজনৰ ধান।'

'তোক বেচিবলৈ দিছে'

'তোমাৰো যে কথা, সি বেটাই মোক বেচিবলৈ দিব সি চাইকেল চলাই আহি আছে। মোক ভাৰখন ববলৈ দিছে।'

'তাৰ বাবে তোক কিমান টকা দিব একশ'।

'একশ টকা মোক দিব লাগিলে মহাজনৰ.....। নকও দিয়া তোমাৰ আগত। তোমাক দেখি বিড়ি এহোপা মাৰি ভাগৰটো পলুৱাবলৈহে তোমাক ৰখালো। মই আগবাঢ়ো। তুমি আহি থাকা।'

চাৰিআখি কল, সোতৰটা হাঁহ-কণী আৰু দৈৰ টেকেলীটো বিক্রী কৰি কিমান টকা পোৱা যাব সেই হিচাপটো কৰি লোকনাথে বাট বুলি থাকিল। দুশ টকাটো পাবই। কল আৰু কণী খুচুৰা দৰত বেচিলে বেছিও পাব পাৰে। কল ভৰাই পাচিটো আনি সি ভালেই কৰিলে। তাতে

দহকেজি চাউল একেলগে কিনি নিব পাৰিব। লগত নিয়া মোনাখনত সিমান চাউল নধৰে।

হাটখোলাখন পাবলৈ বেছি পৰ নাই। আধামাইলমান আছে। তাৰ আগতে ৰাস্তাৰ কিনাৰত হাঁহিৰামৰ গেলামালৰ দোকানখন, সেইখন দোকানৰ পৰা সি বহু বছৰৰ পৰা মালখাই আহিছে। উঠনাকৈও বস্তু নিছে।

কিছু টকা বাকী এতিয়াও আছে। তথাপি হাঁহিৰামে তাক টান কথা নুশুনায়। বুধবৰীয়া হাটৰ দিনা হাঁহিৰাম দোকানীয়ে চকী এখনত দোকানৰ বাৰাণ্ডাত বহি থাকে। সদায় মাল কিনা গ্ৰাহকবোৰক মাত এযাৰ দিয়ে। হাতে হাতে লৈ যোৱা মিঠাতেল আৰু কেৰাচিন তেলৰ বটলবোৰ ৰাখি থয়। কোনজন গ্ৰাহকৰ কোনটো বটল তেওঁৰ মুখস্থ হৈ গৈছে।

হাঁহিৰামৰ দোকানৰ সন্মুখত, মানে হাঁহিৰামৰ আগত লোকনাথ কিছুপৰ থমকি ৰৈ সেমেনা সেমেনি কৰিবলৈ ধৰিলে।

'কি হ'ল অ' লোকনাথ কি ভাবি আছ তেলৰ বটল নানিলি দেখোন ঘৰত তেল আছে নেকি' হাঁহিৰামে হাঁহি হাঁহি সুধিলে।

'দৌৱা দৌৰিতে তেলৰ বটল দুটা আনিবলৈ পাহৰি

গ'লো।'

'হ'ব যা। মোৰ মোটা পাষ্টিকৰ থোঙা আছে তাতে ভৰাই দিম। এপোৱা মানহে নিবি'

'হ'ব খুৰা।' লোকনাথে দুখোজ দি পুনৰাই ঘূৰি হাঁহিৰাম দোকানীক ক'লে - , 'খুৰা, আজি চাউল হাটৰ পৰা কিনিম বুলি ভাবিছো। ঢেঁকীৰ চাউল। সৰ্ব্বেশ্বৰৰ মাকে কৈ পঠাইছে। দোকানৰ মিলৰ চাউলৰ পঁইতাভাত খাই ভাল নালাগে বোলে।'

মিলমিলিয়া হাঁহিটো মাৰি দোকানীয়ে ক'লে- 'হ'ব যা। হাটৰ পৰাই কিনিবি'।

হাটখোলাখনৰ নতুন ৰূপ এটা লোকনাথৰ চকুত পৰিল। মূলবজাৰখনৰ ভিতৰত কোনো বেপাৰীৰ দোকান নাই। তাত এখন ডাঙৰ মঞ্চ সজা হৈছে। কিছুমানে চকী সজাইছে। লোকনাথে অনুমান কৰিলে যে তাত নিশ্চয় এখন মিটিং হ'ব।

ৰাস্তাৰ দাঁতিয়ে দাঁতিয়ে বহু দূৰলৈ বেপাৰীবোৰ বহিছে। বহু আঁতৰত অকণমান ঠাই উলিয়াই লোকনাথে তাৰ দোকানখন মেলিলে। কলকেইটা ঠাৰিৰ পৰা ছিগিছে নেকি কণী কেনেবাকৈ ফাটিলে নেকি দৈ টেকেলীটোৰ চামনিখন লৰিল নেকি আটাইবোৰ সি নিৰীক্ষণ কৰিলে।

স্বস্তিৰ নিশ্বাস পেলাই লোকনাথে তাৰ চোলাৰ জেপখন খুচৰি চালে। দিয়াচলাইটো আৰু বিড়ি এটা তাৰ হাতত লাগিল। বিড়িটো হুপি হুপি অনুভৱ কৰিলে তাৰ পেটটো কৰ্কৰাই উঠিছে। একো নোখোৱাকৈ আছে পুৱাৰে পৰা। ৰাতিও পেটভৰাই ভাত খাবলৈ নাপালে। আজি চাউল কিনি নিয়াৰ পিছতহে ঘৰত ভাত খাবলৈ পাব।

গ্ৰাহক কিছুমান দোকানবোৰৰ কাষে কাষে অহা-যোৱা কৰি আছে। লোকনাথে মানুহবোৰৰ মুখলৈ অধীৰ আগ্ৰহেৰে চাই আছে। এজন গ্ৰাহকে তাৰ পিনে আগবাঢ়িছে। তাৰ মনটো ভাল লাগিল। গ্ৰাহকজনে কণীৰ দাম সুধিলে। লোকনাথে, যোৰে আঠটকা বুলি ক'লে।

‘ দাম বেছিকৈ কৈছা হে। কেইটামান নিচেই সৰু। মুৰ্গীৰ কণীও তাতকৈ ডাঙৰ।’

‘বাবু কি ক'ম আপোনাক। আজিকালি শামুক নোহোৱা হ'ল। হাঁহে শামুক খাবলৈ পালেহে কণী ডাঙৰ হয়। সৰু হ'লেও কণীকেইটা বৰ ভাল। লৈ যাওক।”

‘গোটেইকেইটাৰ দাম কিমান হ'ব’

লোকনাথে তাৰ কাষৰ বেপাৰীজনৰ পৰা দামটো জানিলৈ প্ৰকাশ্যে ক'লে-

‘তিনি কুৰি আঠটকা’

'বুজিছো। দিবা কিমানত'

'ঠিক আছে বাবু। তিনিটকা কমাই দিয়ক।'

'পঞ্চাশ টকাত দিবানে'

'নাই নোৱাৰিম।'

গ্ৰাহকজন আঁতৰি যোৱাৰ পিছত লোকনাথে মুখৰ ভিতৰতে ভোৰভোৰাই উঠিল। ঘৰত চাউল এটাও নাই আৰু তেওঁক পঞ্চাশ টকাতে সোতৰটা কণী লাগে। নিজৰ ল'ৰাৰ মুখৰ পৰা কাঢ়ি আনিছো চাউলকেইটাৰ বাবে। সৰু কণীকেইটাৰ ওপৰত ডাঙৰকেইটা থৈ সি ইফালে সিফালে চাই থাকিল।

মিটিঙৰ মানুহ গোট খাইছে। ভালেমান দামী দামী গাড়ী লগ লাগিছে। গাড়ীবোৰ থ'বলৈ ঠাই নোহোৱাত পুলিচ কেইজনমানে অলপ আঁতৰত পুখুৰীটোৰ পাৰত সেইবোৰ ৰখাবলৈ নিৰ্দেশ দিছে। মিটিংপতা ঠাইখনৰ চাৰিওকাষে হাতে হাতে বন্দুকলৈ ভালেমান মিলিটাৰীয়ে পহৰা দিছে।

লোকনাথে তাৰ কাষৰ বেপাৰীজনক সুধিলে 'হেৰা, কিহৰ মিটিং তুমি জানানে'

'তুমি নাজানা হ'বলা মন্ত্ৰী আহিব। ইলেক্চন আহিছে নহয়।'

'অ' তাৰমানে ভোট লাগে। লাভ নাই। সেইবোৰক ভোট দি আমাৰ একো উন্নতি নহয়।'

মাইকত কিবা কিবি কৈ আছে। লোকনাথে বুজি নাপালে কথাবোৰ। অলপ পিছতে বগা টুপী আৰু বগা পাঞ্জাৱীচোলা পিন্ধা মানুহ এজন মঞ্চত বহা, লোকনাথে দেখা পালে। তেওঁৰ সোঁৱে বাঁৱে, দুৰ্গাদেৱীৰ  সোঁৱে বাঁৱে থকা কাৰ্ত্তিক, গণেশ, লক্ষ্মী, সৰস্বতীৰ দৰে আন কিছুমান মানুহ বহিছে।

‘হেৰা, কিহৰ দৈহে, গৰুৰ নে ম’হৰ’ গ্ৰাহক এজনৰ মাতত লোকনাথৰ মনটো তাৰ দোকানখনলৈ উভতি আহিল।

‘গৰুৰ দৈ দিয়ক। নিজৰ ঘৰতে পতা দৈ। নিয়ক।’

‘দাম কিমান’

‘ত্ৰিশ টকা।’

একো নামাতি মানুহজন আঁতৰি গ’ল। হঠাতে মিটিংখনত এটা হুলস্থুল লাগিল। দৰ্শকৰ মাজত মাৰ-পিট আৰম্ভ হ’ল। কিছুমানে মঞ্চলৈ শিল, জোতা, চেন্দেল দলিয়াবলৈ ধৰিলে। পহৰাত থকা পুলিচ মিলিটাৰীবোৰে কিছুমান মানুহক লাঠিৰে কোবাবলৈ ধৰিলে। লোকনাথে বন্দুকৰ গুলীৰ শব্দ শুনিবলৈ পালে। চাৰিওফালে কেৱল ধোঁৱা। বন্দুকৰ গুলীৰ ভয়ত প্ৰাণ বচোৱাৰ আশাত মানুহবোৰে যেনিতেনি দৌৰিবলৈ ধৰিলে। দৌৰি পলাই যোৱা দল এটাই লোকনাথৰ দোকানখন ভৰিৰে মহতিয়াই পেলালে। কল, কণী আৰু দৈ

গাখীৰবোৰে যেন মৃতকৰ শ্ৰাদ্ধত দিয়া এটা পিণ্ডৰ সৃষ্টি কৰিলে। দৌৰি পলাই যোৱা মানুহবোৰৰ ভৰিৰ আঘাটত লোকনাথ মাটিত বাগৰি পৰিল। বহুতো মানুহ তাৰ ওপৰেদি পাৰ হৈ গ'ল। লেবেজান হৈ পৰা শৰীৰটো দাঙি সি উঠি বহিল। তাৰ দোকনখনৰ বস্তুবোৰে সৃষ্টি কৰা পিণ্ডটোলৈ সি একেথৰে চাই থাকিল। তাৰ দুচকুৰ পৰা টোপটোপকৈ পানী সৰিবলৈ ধৰিলে।

লাহে-লাহে সি মুৰটো দাঙি সন্মুখলৈ চালে। অলপ আঁতৰত ডাঙৰ গছ এজোপাত মাটিৰ পৰা পাঁচফুটমান ওপৰত ডাঙৰ পোষ্টাৰ এখন তাৰ চকুত পৰিল। পোষ্টাৰখনত এজন মানুহৰ ছবি দেখিলে। মিটিঙত বগাটুপী আৰু বগাচোলা পিন্ধা মানুহজনৰ ফটো সেইখন। তাৰ চকু দুটা জ্বলি উঠিল। কল, কণী আৰু দৈ গাখীৰেৰে সৃষ্টি হোৱা পিণ্ডটোৰ কিয়দাংশ হাততলৈ দৌৰি গৈ ফটোখনৰ মানুহজনৰ মুখলৈ মাৰি পঠিয়ালে। পাছত সি ফোপাবলৈ ধৰিলে।

স্কুলৰ পৰা সৰ্ব্বেশ্বৰ ঘৰলৈ উভতিছে। পেটত তাৰ প্ৰচণ্ড ভোক। আহিয়েই সি মাকক ক'লে - 'মা, ভাত দে। বৰ ভোক লাগিছে।'

পুতেকৰ মুৰটো পিহি-পিহি মাকে ক'লে-

‘পিতায়েৰে হাটৰ পৰা ঘূৰি আহিলেহে ভাত খাবলৈ পাবি।’



# মই চুৰ কৰা নাই

শিল-বালিৰ দমটোৰ কাষত ঠেলাখন সি থ'লে। ঠেলাখনৰ আগফালৰ খুঁটি  এটাৰ ফাঁকত ধুপকাঠি দুডাল জ্বলাই দিলে। দুই হাতৰ তলুৱা দুখন লগলগাই চকু দুটা মুদি হাত দুখন ওপৰলৈ তুলি তাৰ ইষ্টদেৱতাক প্ৰণাম কৰিলে। আজি যেন সি আশাকৰা মতে তাৰ উপাৰ্জনখিনি হয় তাকে কামনা কৰিলে তাৰ ভগৱানটোক। পিন্ধি থকা লেতেৰা হাফপেন্টটোৰ পকেটৰ পৰা বিড়ি এডাল উলিয়ালে। বিড়িটোৰ মূৰটো আঙুলিৰে টিপি অলপ ঢিলা কৰি ল'লে। পাছত ওঁঠৰ মাজত মৰমেৰে তাক চেপিধৰি আনখন পকেটৰ

পৰা দিয়াচলাইটো উলিয়ালে। বাখৰ লগোৱা ফালটো পৰীক্ষা কৰি দিয়াচলাইটো কিছু সময় কাষলতিৰ তলত সোমাই লৈ উম দিলে। দেম্ হৈ থকা দিয়াচলাইত জুই নজ্বলে। গতিকে তাৰ শৰীৰৰ উত্তাপত গৰম কৰি এটা কাঠিৰে এবাৰতে জুই তোলাৰ ব্যৱস্থা কৰি বিড়িটো সি জ্বলালে।

'কমলেশ্বৰ, কোনো কাষ্টমাৰৰ দেখাদেখি নাইচোন অ', চিমেন্টৰ বস্তাকেইটাৰ কাষত বহি থকা ভোলা কলিতাই কমলেশ্বৰক উদ্দেশ্য কৰি ক'লে। সি উত্তৰ দিলে, 'এৰা, তাকেইটো ভাবি আছো।'

আজি অতি কমেও দুশ টকাৰ প্ৰয়োজন কমলেশ্বৰৰ। যোৱাকালি পোৱা ঠেলা ভাৰাৰ পঞ্চাশ টকা তাৰ জমা আছে। মুঠ আঢ়ৈশ টকা হলে তাৰ কামটো চলি যায়। অইনদিনা আবেলিপৰত সি ঠেলা চলোৱা বন্ধ কৰে। দৰকাৰ হ'লে আজি সি ৰাতিলৈকে চলাব। ল'ৰাটোক লৈ গাঁৱৰ পৰা তাৰ ঘৈণীয়েক আহিব। ল'ৰাটোৱে এইবাৰ পাঠশালা পাছ কৰিলে। মাইনাৰ শ্ৰেণীত নাম লগাব লাগে। আঢ়ৈশ টকা লাগিব বুলি মাষ্টৰে কৈছে। লাগিলে লাগক। ল'ৰাটোক সি পঢ়াব। নিজে সি স্কুল দেখা নাপালে। ল'ৰাটোকে অন্ততঃ কেইশ্ৰেণীমান ওপৰলৈ ঠেলিব পাৰিলে, ভাল আছিল।

ঠেলা চলোৱাৰ আগতে কমলেশ্বৰে গুমটি এটাত চাহ

বিক্ৰী কৰিছিল। সেই ব্যৱসায়ত তাৰ লাভ নহ'ল। বহুতেই বাকী খাই পইচা দিয়াত খেলিমেলি লগায়। কিছুমানে আকৌ নিদিয়েই, মিছাকৈ দিয়া বুলি কয়। তথাপি দিনটোৰ ভিতৰত আশীৰ পৰা এশ টকা ওলাইছিল। কিন্তু লোকেল দাদা কেইজনমানে হাটখোৱাই বজাৰত পইচা আদায় কৰাৰ দৰে দাৰু খাবলৈ তাৰ পৰা পইচা আদায় কৰে। নিদিলে মাৰ খাব লাগে।

ইফালে ঘৰৰ ভাৰা সময়মতে আদায় দিব নোৱাৰিলে মালিকে তাক গালি দিয়ে। এতিয়া সেইবোৰ বিপদ তাৰ নাই। আগতকৈ ইন্‌কাম ভাল। কষ্ট বেছি । হ'বই, বেছি কষ্ট বেছি পইচা, ক'ম কষ্ট ক'ম পইচা। কিছুমান মানুহে আকৌ একো কাম-বন নকৰাকৈয়ে বহুতো টকা উপাৰ্জন কৰে। সি সেইবোৰৰ তলা-নলা একো বুজি নাপায়। আন দিনতকৈ কমলেশ্বৰে আজি বেছি কষ্ট কৰিবলৈ সাজু হৈছে।

চিমেন্ট-বালিৰ দোকানখনৰ বিপৰীতে ৰাস্তাৰ সিটো পাৰত থকা স্কুলখনৰ মেইন গেটখন চকীদাৰে দহ বজাৰ পাছত বন্ধ কৰে। আজিও কৰিলে। তাৰ মানে দহটা বাজিল। এতিয়ালৈকে ভাৰা এটা পোৱা নাই । 'কি হ'ল আজি' সি ভাবে। কেইটামান ইটাৰ ওপৰত চিমেন্টৰ খালী বস্তা পাৰি নিজে সাজি লোৱা তাৰ আসনখনত সি বহিল।

'ভগৱানক দিয়া ধূপকাঠি দুডাল ভেজাল আছিল কিজানি'- সি ভাবিলে। আনদিনা এনে সময়লৈ দুই-তিনি ঠেলা ভাৰা মাৰা হৈ যায় তাৰ। তিনিআলিৰ পৰা পশ্চিমে থকা দৰ্জীৰ দোকানখনৰ কাষত থকা মানুহঘৰৰ মালিকে তাক কৈছিল, 'কাইলৈ এক ঠেলা বালি আৰু এক বেগ চিমেন্ট লাগিব পাৰে। পুৱা খবৰ এটা ল'বি।' এতিয়ালৈ সি খবৰ ল'বলৈ যোৱা নাই যেতিয়া লেবাৰ নাইবা ৰাজমিস্ত্ৰী কোনোবাই খবৰ কৰিলেহেঁতেন।

দুপৰীয়া কমলেশ্বৰে ভাৰা এটা পালে। মানুহজনে 'ভাৰা যি লাগে দিম' বুলি কোৱাত সি মালখিনি লৈ গ'ল। মাল খালাচ কৰাৰ পাছত ভাৰাক লৈ কথাৰ কটাকটি হ'ল। তাৰ হিচাপত হয় চল্লিশ টকা কিন্তু মালিকে দিয়ে ত্ৰিশ টকা। 'এইকণ ঠাইত তই চল্লিশ টকা নেপাৱ নহয়। আমি কিবা নাজানো বুলি ভাবিছ নেকি আচলতে তই পঁচিশ টকা পাৱ। মই বুলিহে ত্ৰিশ টকা দিছো। হু-ল' বুলি দহটকীয়া নোট তিনিখন কমলেশ্বৰৰ হাতত গুজি দিলে। তাৰ মনত মানুহজনে কথাকেইষাৰ এনেকৈহে ক'লে যে ঠেলা ভাৰাৰ ৰেট্টো তেওঁহে বনাই থৈছে। সৰু ঠেক গলিটোত কমলেশ্বৰে তাৰ ঠেলাখন পোনে পোনে ঘূৰাব নোৱাৰি প্ৰথমে পাছফালে বেক্ কৰি সোঁফালৰ চকাটো বাওঁফালে

কাটি পুনৰ সোঁফাললৈ ঘূৰাই সি উভতি আহিল।

এটামান বাজিবৰ হ'লেই কিজানি। ভবামতে টকাকেইটা নাপালে ঘৈণীয়েকৰ হাতত সি কি দিব ভাবি ভাবি ঠেলাখন চলাই সি গৈ থাকিল, 'মানুহ যে কিমান ধৰণৰ আছে তোমালোকে মস্ত মস্ত বিল্ডিংবোৰ বনাওঁতে হেজাৰ হেজাৰ টকাৰ কাঠ-বাঁহ, চিমেন্ট-বালি নষ্ট হৈ যায়। তেতিয়া তোমালোকৰ গাত নালাগে। কিন্তু আমাৰ প্ৰাপ্য ভাৰাটো দিওঁতে তোমালোকৰ কষ্ট হয়। বেছি টকা থকা মানুহবোৰ এনেকুৱাই। আমাৰ দৰে দুখীয়াক মানুহ বুলি গণ্য নকৰে তেওঁলোকে।' তাৰ মগজটো গৰম হৈ যায়।

আবেলি হ'বৰ হ'ল। ঠেলাখন দোকানৰ আগত থৈ তাৰ বিশেষ আসনখনত বহি ল'লে। আজাদ বিড়ি এটা জ্বলালে। মাত্ৰ ত্ৰিশ টকাহে এতিয়ালৈ পাইছে। তাৰ ঘৈণীয়েক ল'ৰাটোৰ সৈতে ইতিমধ্যে কিজানি আহি পালেহি। চিন্তা নাই। চাউল দুই কিলো, দাইল এপোৱা, আলু এক কিলো যোৱাৰাতি সি বজাৰ কৰি থৈছে। ষ্টোভটোত কেৰাচিন তেল ভৰাই থোৱা আছে। ঘৈণীয়েকে একো অসুবিধা নাপায়। যোৱানিশা পানী দি থোৱা পঁইতা ভাতকেইটা সি নিমখ-তেল আৰু শুকান জলকীয়া পোৰাৰে ৰাতিপুৱা খাই লৈছে। দুপৰীয়া নাখালেও চিন্তা নাই। তথাপি সিহঁত আহি পালে নে

নাই সি খবৰ এটা লৈ আহিব পাৰিলেহেঁতেন। কিন্তু অহা-যোৱা কৰোতে তাৰ এঘন্টামান সময় লাগিব। ইতিমধ্যে তাৰ কোনোবা ভাৰা মাৰ খাই যাব পাৰে। সি নাযায়। একেবাৰে সন্ধিয়া বা নিশা গৈ ওলাব।

কোনোবা এজন দোকানৰ ফালে আহি থকা যেন লাগিল তাৰ। হয় আহিছে। তাৰ কাষ পাই মানুহজনে তাক ক'লে, 'হেৰা, মোক ইটা দুশ, বালি এক ঠেলা আৰু চিমেন্ট এক বস্তা লাগিছিল, নিব পাৰিবানে' কমলেশ্বৰৰ অন্তৰত হাঁহিৰ ৰেঙণি এটা বিৰিঙি উঠিল যদিও মুখমণ্ডলত তাৰ কোনো অভিব্যক্তি প্ৰকাশ নকৰিলে। সি ক'লে, 'পাৰিম, ক'লৈ নিব লাগিব'

'ফিল্ডখন পাৰ হৈ দক্ষিণফালৰ ৰাস্তাটোৰে অলপমান আগবাঢ়ি গৈ চাৰি নম্বৰ ঘৰটো। ভাৰা কিমান ল'বা' কেইছেকেণ্ডমান কমলেশ্বৰ মনে মনে থাকিল। সি হিচাপ কৰি মুঠতে তিনি ঠেলাতকৈ বেছি মাল

পালে। দুশ ইটাত দুই ঠেলা। বালি এক ঠেলা। তদুপৰি এক বস্তা চিমেন্ট। যি ঠাইলৈ মাল নিব লাগিব সেই পথছোৱাৰ দুঠাইত বোকা আৰু এঠাইত এটা আপ্ আছে। সকলোবোৰ কথা লগলগাই অংক এটা কৰি মুখ ফুটাই ক'লে, 'নব্বৈ টকা লাগিব দিয়ক।' তাৰ ভাৰাৰ হিচাপত

আশ্চৰ্য প্ৰকাশ কৰি মানুহজনে ক'লে, 'বহুত বেছি কৈছা। ষাঠি টকা দিম। মালখিনি পেলাবা।' কমাৰ্চিয়েল হাঁহি এটা মাৰি কমলেশ্বৰে ক'লে, 'ঠিক আছে, আপুনি কৈছে যেতিয়া দহ টকা কমাই দিয়ক। আশী টকা দিব।'

প্ৰায় ধমকি দিয়াৰ সুৰত মানুহজনে কমলেশ্বৰৰ আগত ভাষণ এটা দিলে। 'আমি একে অসমীয়া মানুহ বুলি প্ৰথমতে তোমালোকক বিচাৰো। বাংলাদেশী ঠেলাৱালা হোৱাহেঁতেন পঞ্চাশ টকাতে মান্তি হ'লহেঁতেন। এতিয়াও ভাবি চোৱা, মই তোমাক বেছিকৈয়ে দিছো।'

"নোৱাৰিম দিয়ক, ৰাস্তাটো বৰ বেয়া। বোকাখিনি আৰু আপ্‌টোত বৰ কষ্ট হয়। কঁকালত ধৰে।" কমলেশ্বৰৰ কথাত অসন্তুষ্ট হৈ মানুহজনে ক'লে, 'অ' তাৰমানে পিছদিয়া ৰাস্তাতহে তোমালোকে ঠেলা চলোৱা। বাঃ বঢ়িয়া অসমীয়া ঠেলাৱালা।' ভোৰভোৰাই মানুহজন গুচি গ'ল।

মানুহজন যোৱাৰ ফালে চাই চাই কমলেশ্বৰে ভাবিবলৈ ধৰিলে, 'ভাৰাটো মাৰা গ'ল। ষাঠি টকাতে যোৱাহ'লে ভাল আছিল নেকি কিন্তু যোৱা এবছৰৰ পৰা সেই ঠাইলৈকে সিহঁতে ত্ৰিশ টকাকৈ ভাৰা পাই আহিছে। ইয়াতকৈ কম ৰেট্‌ত ভাৰা মাৰিলে আনবোৰ ঠেলাৱালা-বাবুলাল, মনেশ্বৰ, বাখৰহঁতে তাক ধৰিব। তেতিয়া সি কি

জবাব দিব কিন্তু আজি যে তাৰ টকাৰ খুব প্ৰয়োজন আছিল।' খেলিমেলি লাগি থকা তাৰ মগজটোৱে কাম নকৰা হ'ল। সি আজাদ বিড়ি এটা পুনৰ জ্বলাই আজাদী টান এটা মাৰি তাৰ মগজটোক আজাদ কৰি ল'লে। ঠেলাখন ওচৰতে থকা আঁহত গছজোপাৰ তলত থলে। ঠেলাখনত তাৰ গামোচাখন পাৰি লৈ ওপৰমুৱাকৈ শুই বিড়িটো টানি টানি দুখ, ভাগৰ, ভোক আৰু চিন্তাৰ পৰা পৰিত্ৰাণ বিচাৰিলে।

তাৰ টোপনি আহিল। সি যেতিয়া সাৰ পালে ওচৰৰ দোকানবোৰত লাইটবোৰ জ্বলি আছিল। কিন্তু সি থকা ঠাইখিনি এন্ধাৰ হৈ আছিল। সি যেন অন্ধকাৰৰ গহ্বৰলৈ সোমাই গৈছে। গৈ আছে...।

সদায় থোৱা ঠাইডোখৰত ঠেলাখন থ'লে। চকা এটা আৰু কিনাৰৰ কাঠডালৰ লগত লগলগাই শিকলিডাল মেৰাই তলাটো মাৰিলে। কেইখোজমান দক্ষিণফালে গৈ ৰমাৰ পাণ দোকানৰ পৰা আজাদ বিড়ি এক মুঠা, দিয়াচলাই এটা আৰু চানা ভজা দুটকাৰ কিনিলে। বাওঁফালৰ ঠেক গলিটোৰে সি আগবাঢ়ি গ'ল।

মালতী বুঢ়ীৰ চালিখনৰ ওচৰত তাৰ ভৰি দুখন বৈ গ'ল। বাঁহৰ জেওঁৰাৰ গেটখন খুলি মালতী বুঢ়ীৰ চোতাল সি কেনেকৈ পালে গমকে নাপালে। তৰ্জাৰ বেৰখনৰ

ফাঁকেদি জুমি চাই দেখা পালে মজিয়াত কেৰাচিনৰ চাকি এটা জ্বলি আছে। 'মালতী বাই', চোতালৰ পৰা কমলেশ্বৰে মাত দিলে। 'কোননো আহিছ' বুলি বিছনাৰ পৰা নামি বুঢ়ীয়ে চাকিটো হাতত লৈ বাঁহৰ দুৱাৰখন আধা মেলি আগন্তুকৰ মুখখন পৰীক্ষা কৰি চালে- নতুন গ্ৰাহক নে পুৰণা। 'অ' তইহে । তোৰ মাতটো আজি কিবা মোটা মোটা লাগিছে। মই বুজিবই পৰা নাছিলো। বেলেগ বেলেগ লাগিছে তোৰ মাতটো। বহ'- বুলি কৈ কমলেশ্বৰক মুঢ়া এটা দি চোতালৰ চুক এটাত বহিবলৈ দিলে। বুঢ়ীয়ে ভিতৰৰ পৰা চুলাই মদৰ হাফ বটল এটা আৰু আইনাৰ গিলাচ এটা আনি কমলেশ্বৰৰ কাষত থ'লে। বুঢ়ীয়ে ক'লে, 'আজি দেখোন সোনকালে আহিলি' কমলেশ্বৰে কোনো উত্তৰ নিদি বুঢ়ীলৈ এবাৰ কেৰাহিকৈ চাই হাতৰ পৰা বিড়িটো ওঁঠৰ মাজত লৈ বটলৰ পৰা মদ গিলাচত ঢালিলে।

আনদিনা সি এঢোক মদ আগতে খায়। তাৰ পাছত চানা ভজা দুটামান চোবায় আৰু বিড়ি এটা জ্বলায়। আজি সি গোটেই গিলাচ মদ এবাৰতে তাৰ ডিঙিৰ নলীত ঢালি দিলে। কিছু সময় পাছত সি বুঢ়ীক প্ৰায় চিঞৰি ক'লে, 'বাই আজি পানী বেছিকৈ মিহলাইছ। আৰু এক হাফ দে।' আনদিনাখন এটা হাফ খালেই তাৰ

নিচা লাগে। ঘৰলৈ গৈ ভাত-পানী খাই চাপে-চাপে শুই থাকে। পুৱা কাউৰীয়ে কা কা কৰাৰ আগতে বিছনাৰ পৰা শুই উঠে। একেখিনি মদকে আজি তাৰ পনীয়া লাগিছে - নিচা লগা নাই। তাৰ অন্তৰত কিহবাই যেন হেঁচা মাৰি ধৰিছে। সি ভালকৈ উশাহ ল'ব পৰা নাই। ফুল এক বটল খাই দিলে তাৰ বুকুখন পাতল লাগিব। সি উশাহ ল'ব পাৰিব।

দ্বিতীয় হাফটো লৈ মালতী কমলেশ্বৰৰ কাষত বহিল। কমলেশ্বৰ মালতীৰ পুৰণা কাষ্টমাৰ। দুয়ো মাজে-সময়ে সুখ-দুখৰ কথা পাতে। 'আজিকালি কাৰবাৰ ভাল নহয় অ' বস্তুবোৰৰ দাম বাঢ়ি যাব লাগিছে।' মালতীয়ে ক'লে।

কমলেশ্বৰে যেন কথা পাতিবলৈ লগ এটা বিচাৰি আছিল। বুঢ়ীৰ কথাত যোগ দি সি ক'লে, 'কাষ্টমাৰ বাঢ়িলেহে কাৰবাৰ ভাল হ'ব। আকৌ দাম কম পালেহে কাষ্টমাৰ বাঢ়িব।' কথাষাৰ কৈ কমলেশ্বৰ থমকি ৰ'ল। সিওঁ দেখোন ঠেলা ভাৰা নকমালে। কাষ্টমাৰ আঁতৰি গ'ল। গিলাচত থকা অৱশিষ্ট মদখিনি মুখত ঢালি দি সি বিড়ি এটা জ্বলালে। "জা-ন' বাই, আচল কথা ক'ত" বুলি সি আৰম্ভ কৰিলে, 'আচল কথা ক'ৰবাত। সিহঁত আহি আমাৰ সৰ্বনাশ

কৰিলে। সিহঁতক খেদিব লাগে বুলি কিছুমানে মিছামিছিকৈ চিঞৰ-বাখৰ কৰি থাকে। আচলতে নেখেদে। সিহঁতে কম হাজিৰাত ৰাস্তাত শিলগুটি দিয়ে, কম পইচাত ঠেলা চলায়, ৰিক্সা চলায়। আমি নোৱাৰো। সিহঁতৰ নিজা ঘৰ-দুৱাৰ নাই। কুকুৰ-মেকুৰীৰ দৰে য'তে-ত'তে থাকিব পাৰে। আমাৰ ঘৰ আছে। ল'ৰা-ছোৱালী আছে। সিহঁতক পঢ়াব লাগে। আমাৰ খৰচ বেছি। আমি এই ঠাইত জন্মিছো। এইখন আমাৰ জাগা। সেই কাৰণে আমাৰ মানুহে আমাক নাচায়। আমাক সিহঁততকৈ দুটা টকা বেছিকৈ দিবলৈ টান পায়। তেনেহ'লে আমাৰ মানুহেই সিহঁতক পুহি ৰখা নাইনে' ইমানপৰে চকু দুটা মুদি বলকি থকাৰ পাছত 'বুজিছ বাই' বুলি চকু মেলি দেখে মালতী বুঢ়ী তাৰ কাষত নাই। সি বহাৰ পৰা থিয় হ'ল। দুখোজ দি চালে। ঠিকেই আছে- যাব পাৰিব। 'বাই পইচা ল' বুলি সি চিঞৰি দিলে। মালতী ভিতৰৰ পৰা ওলাই আহিল। দুটা হাফৰ দাম বিশ টকা বুঢ়ীৰ হাতত দিলে। তাৰ হাতত থকা দুটকীয়াটোও দি সি ক'লে, 'এই দুইটকাৰ দেচোন'। বুঢ়ীয়ে আধা গিলাচ মদ আনি তাক দিলে। গিলাচটো হাতত লৈ সি চিঞৰি চিঞৰি ক'বলৈ ধৰিলে, 'চাল্লা, ষাঠি টকা দিয়ে আৰু বিশ টকা দিব নোৱাৰে। আমাৰ ল'ৰা-ছোৱালীয়েও বাংলাদেশীৰ দৰে থাকিব লাগিব নেকি

ক'চোন বাই। বেইমানহঁত। জান বাই, অসমীয়া, বঙালী, বিহাৰী, মাৰোৱাৰী যিয়েই নহওক ধনী ধনীয়েই, দুখীয়া দুখীয়াই। ধনীয়ে দুখীয়াক কেতিয়াও মৰম নকৰে।'

হাত-ভৰি নোধোৱাকৈ কমলেশ্বৰ বিছনাত পৰি গ'ল। কেতিয়া ঘৰ আহি পালে গমকে নাপালে। ঘৈণীয়েক আৰু ল'ৰাটো মজিয়াত ঢাৰি পাৰি শুই আছিল। বিছনাত শুই শুই কমলেশ্বৰে ক'বলৈ ধৰিলে, 'কিয় আহিছ তহঁত। দুখীয়া মানুহৰ ল'ৰা-ছোৱালীয়ে পঢ়িব নালাগে। পঢ়া উচিত নহয়। মই ঠেলা চলাইছো। চুৰ কৰা নাই। তয়ো ঠেলা চলাব লাগিব। চুৰ কৰিব নোৱাৰিবি। আমি চোৰ নহয়। আমি দুখীয়া। চুৰি কৰিলেহে মানুহ ধনী হ'ব পাৰে। আমি ভাল মানুহ।'

শুই থকাৰ পৰা ঘপহকৈ সি বিছনাত উঠি বহিল। তাৰ পাছত সি চিঞৰি চিঞৰি ক'বলৈ ধৰিলে, "চাল্লা কুকুৰৰ বাৎচাহঁত। তহঁত মানুহ নহয়। তহঁত আমাৰ তেজখোৱা জোক। লুকাই চুৰকৈ তহঁতে মানুহৰ তেজ খাৱ। আমি চুৰ নকৰো। আমি সদায় লঘোণে থাকো। চাই ল'ম তহঁতক।" বুলি অশ্লীল গালি এষাৰ পাৰি জোৰকৈ বিছনাখনত ভুকু এটা মাৰিলে আৰু শুই পৰিল।

কিছু সময় পাছত কমলেশ্বৰে নাক আৰু মুখেৰে

ঘোৰ্ঘোৰাবলৈ ধৰিলে। জাগ্ৰত আগ্নেয়গিৰি এটা যেন সুপ্ত হৈ পৰিল। ভূগৰ্ভৰ পৰা উদ্‌গীৰণ হোৱা গলিত লাভাবোৰ চাৰিওপিনে যেন সিঁচৰিত হৈ পৰিল।



# মহাশূণ্য

ও চি বিশ্ব শইকীয়াৰ ম'বাইলটোত বাজি উঠিল 'অ মোৰ আপোনাৰ দেশ, অ' মোৰ চিকুণি....."। ম'বাইলটো বাওখন হাতত লৈ তাৰ পৰ্দাত জিলিকি উঠা ফোন নম্বৰটো বিশ্ব শইকীয়াৰ চিনাকি যেন নালাগিল। বুটাম টিপি আগন্তুক নম্বৰক সম্ভাষণ জনাই শইকীয়াই ক'লে- ও' চি শইকীয়া স্পিকিং হিয়া....।' কিছু সময় আগন্তুকৰ বক্তব্য শুনাৰ পাচত শইকীয়াই ক'লে - "ঘটনাটো ঘটিল যোৱা ৰাতি। এতিয়া দুপৰীয়া বাৰ বজাত যে খবৰটো দিলে ৰাতিপুৱাৰে পৰা কিডাল কৰি আছিল" সোঁহাতখনেৰে টেবুলৰ ওপৰত থকা পেপাৰ ওৱেইটো লাটুমৰ দৰে ঘূৰাই ঘূৰাই পুনৰ ক'লে, "ঠিক আছে, পুলিচ যাব।" বিতৃষ্ণাত মোবাইলটো দলিয়াই থোৱাৰ দৰে টেবুলৰ  ওপৰত থ'লে। চাৰ্টৰ ওপৰৰ পকেটৰ পৰা

ফিল্টাৰ্ডউইলচৰ পেকেটটো উলিয়াই তাৰ পৰা চিগাৰেট এটা উলিয়াব খুজি শইকীয়া ৰৈ গ'ল। পেকেটটো টেবুলৰ একাষত থৈ দিলে। খোলা খিৰিকিখনৰ পৰা দৃষ্টি ঘূৰাই আনি বেতৰ লাঠিডাল সোঁহাতত লৈ তাৰ মূৰ এটাৰে কপালত কেই চেকেণ্ডমান খুন্দিয়াই খুন্দিয়াই বিশ্ব শইকীয়াই চকু দুটা মুদি থাকিল। তাৰ পাচত চকুহাল মেলিলে। লাঠিডাল আগৰ ঠাইত থ'লে। কলিং বেলটো টিপি দিলে।

কিৰি ৰিং কিৰি ৰিং..... কনিষ্টবল এজনে ও' চিৰ ৰুমৰ সন্মুখত থিয় হৈ প্ৰকাণ্ড চেলিউট্ এটা দিলে। "ৰহমত আলীক মাতিছো বুলি ক'।" শইকীয়াৰ আদেশ। ৰিটাৰ্ণি চেলিউটটো দি কনিষ্টবলজনে প্ৰস্থান কৰিলে। ক্ষন্তেক পাচতে চেকেণ্ড অফিচাৰ ৰহমত আলীয়ে শইকীয়াৰ ৰুমৰ দুৱাৰমুখত অফিচাৰৰ জোখৰ চেলিউট্ মাৰি শইকীয়াৰ টেবুলৰ কাষত কাঠগড়াত উঠা আচামীৰ দৰে থিয় হ'ল। এটুকুৰা কাগজত কিবা পঢ়ি থকাৰ পৰা মূৰ তুলি শইকীয়াই আলীৰ চকুলৈ চাই "এই মাত্ৰ খবৰ পালো।" বুলি কৈ অলপ আগতে ফোনযোগে শুনা যোৱা নিশাৰ এক্‌চিডেন্ট কেচটো বুজাই দিলে আৰু ক'লে- "কেচটোৰ তদন্তৰ বাবে আপুনি যাব লাগে।" শইকীয়াই পুনৰ কাগজ টুকুৰালৈ চকুহাল ঘূৰাই আনিলে। ৰহমত আলী আন দুটা কামৰ বাবে আনফালে

যাব লগা আছিল সেয়ে এই কেচটো লবলৈ প্ৰথমতে মান্তি হোৱা নাছিল যদিও "আপোনাৰ পৰা কোনো কৈফিয়ৎ বিচৰা নাই- দায়িত্ব আপোনাক দিছো" বোলা কথাষাৰত বিজুলি ঢেৰেকনি মৰাৰ আগমুহূৰ্তৰ ক'লা মেঘচপৰাৰ দৰে ভাৰাক্ৰান্ত হৈ ৰহমত আলী ও' চিৰ কোঠালীৰ পৰা ওলাই আহিল। ওলাই আহোতে মুখৰ ভিতৰতে অশ্লীল গালি এটা পাৰি থৈ আহিল।

কাগজৰ টুকুৰাটো হাতত লৈ ৰহমত আলী ওলাই যোৱাৰ ফালে চাই থাকি বিশ্ব শইকীয়া অন্যমনস্ক হৈ পৰিল। টেবুলৰ পৰা চিগাৰেটৰ পেকেটটো তুলি লৈ চিগাৰেট এটা জ্বলালে। জোৰেৰে হোপা এটা মাৰি ধোৱাবোৰৰ কিছু অংশ পেটলৈ গিলিলে আৰু কিছু অংশ নাকৰ দুই ফুটাৰে উলিয়াই দিলে।

কুণ্ডলী পকাই খিৰিকিৰে বাহিৰলৈ ওলাই যোৱা ধোৱাবোৰৰ লগত ও' চি শইকীয়াও কুণ্ডলী পকাই যেন উৰা মাৰিলে। ডি আই জি য়ে যোৱা কালি শইকীয়ালৈ ডাঙৰ এখন লিষ্ট পঠিয়াইছে। পাৰ্টি আছে, বজাৰ লাগে। স্কট্‌চৰ ডাঙৰ বটল দুটা, লোকেল ৰৌ বা চিতল মাছ পাঁচ কেজি ওজনৰ এটা, লোকেল চিকেন পাঁচ কেজি.... কমেও সাত আঠ হেজাৰ টকাৰ বজাৰ। "ক'ত পাও ইমান সোপা

টকা।” শইকীয়াই ভাবিবলৈ ধৰিলে “আজিৰ বজাৰটো বাৰু সুকীয়া। সদায়েতো ডি আই জিৰ ঘৰলৈ পাঁচশৰ পৰা হাজাৰ টকাৰ বজাৰ পঠিয়াব লাগে।” এইখন থানাত ও’ চি হিচাপে জইন কৰিবলৈ শইকীয়াই মুঠ পাঁচ লাখ টকা ঘোচ দিছিল। তেওঁ তেতিয়া ভাবিছিল ঘোচ দিয়া টকাবোৰ ঘূৰাই অনাৰ পাচতো পঞ্চাশ ষাঠী লাখ মান তেওঁ কামাই কৰিব পাৰিব। কিন্তু ভবামতে তেওঁৰ অংক নিমিলিল। তেওঁৰ আগৰ ও’ চি জন পাক্কা মাছুৱৈ আছিল। বৰজাল, পৰঙীজাল, কাৰৈ লাঙি জাল, প’ল, জুলুকী, চেঁপা, জাকৈৰে পানী ঘোলা কৰি ৰৌ-বৰালীৰ পৰা দৰিকনালৈ এই থানা এলেকাৰ সকলো মাছ উঠাই নিছে। ঘোলাপানীৰ বোকাত সোমাই থকা দুই চাৰিটা মাগুৰ শিঙি, গৰৈ বিশ্ব শইকীয়াই ধৰি আছে। এনে অৱস্থাত ডি আই জিক ৰেগুলাৰ বজাৰ দিব লাগে। তাৰোপৰি মৰাশ দেখিলে শগুণে চো মাৰি অহাৰ দৰে গৃহমন্ত্রীৰ দালালবোৰে চো মাৰি আহি এক লাখ দুই লাখ ঠাপ মাৰি লৈ যায়।

চিগাৰেটটো জ্বলি জ্বলি শেষ হৈ আঙুলিত তাপ লগাত শইকীয়া ঝিকাৰ খাই উঠিল। চোৰৰ গলত টিপা মাৰি ধৰাৰ দৰে অৱশিষ্ট চিগাৰেটৰ টুকুৰাটো এছট্ৰেটোত টিপি ধৰিলে। দুয়োখন হাতৰ তলুৱা লগ লগাই হাত ধোৱা কায়দাত মোহাৰিলৈ কলিংবেলটো টিপিলে। কনিষ্ঠবলজনে

আগৰদৰে নিয়মমাফিক চেলিউট্ মাৰি হাজিৰা দিলে।

"দ্ৰাইভাৰক গাড়ী উলিয়াবলৈ ক'।" শইকীয়া বহাৰ পৰা থিয় হ'ল। ককালত থকা ৰিভলভাৰটোত এবাৰ হাত দি চালে। দুই হাতেৰে টুপীটো মূৰত সোমাই দি লাঠিডাল আৰু ডায়েৰীখন হাততলৈ বেৰত ওলোমাই থোৱা আইনাখনত নিজৰ মুখখন আৰু টুপীটো চাই ল'লে। টুপীটো আৰু অলপ বেকা কৰি ললে। মোচ কোচাত ফণীখন ফুৰালে আৰু পুলিচী স্পিডত কোঠাৰ পৰা ওলাই গ'ল।

দুবছৰ আগতে শইকীয়াই গুৱাহাটীত তিনি কঠা মাটি কিনি ৰাখিছে। চাৰি মহলাৰ বিল্ডিং এটা সজাৰ পৰিকল্পনা কৰি আছে। জি এম ডি এৰ পাৰ্মিচন দুই এদিনতে পোৱা যাব। লোহা, শিল, বালি, চিমেন্ট আৰু ইটাৰ কথা শইকীয়াই বৰকৈ ভবা নাই। একোটা ফোন কৰি জনালেই বৰপেটাৰ কীৰ্ত্তন ঘৰলৈ কৰভাৰ অহাৰ দৰে আহি যাব। পইচা ইচ্ছামতে দিলেও হব। নিদিলেও চাপ্লায়াৰহতে পইচা খুজিবলৈ সাহস নকৰে। পুলিচৰ খাকী পোছাক যোৰত দুই তিনিটা ষ্টাৰ মাৰ্ক থাকিলে তাত প্ৰচণ্ড শক্তি সোমাই থাকে বুলি সকলোৱে ভয় খাই থাকে। সেই শক্তি প্ৰয়োগ কৰিয়েই ঘৰটো সজাব লাগিব। শইকীয়াই ভাবে। চিগাৰেট এটা আকৌ জ্বলালে। মূৰৰ টুপীটো খুলি চুলিখিনি পিহিলে।

ওঠদুটা বেকাকৈ কুটিল হাঁহি এটা মাৰি নিজকে কোৱাৰ দৰে ক'লে- ধুৰ, দৰমহাৰ টকাৰে কোনোবাই বিল্ডিং সজাব পাৰে নেকি টুপীটো আকৌ পিন্ধি ললে। ধুলি উৰুৱাই জীপখন দৌৰিলে।

এ এচ আই হিচাপে পুলিচৰ চাকৰিত যোগদান কৰা বিশ্ব শইকীয়াৰ গাঁৱৰ ঘৰখন অভাৱ অনাটনত বৰকৈ জুৰুলা হোৱা নাছিল যদিও শিক্ষকতা কৰা দেউতাকে অতি কষ্টৰ মাজেৰে পাঁচজনীয়া পৰিয়ালটোক ভৰণ-পোষণ দিয়াৰ উপৰিও ল'ৰা-ছোৱালী কেইটাক উপযুক্ত শিক্ষা দিছিল। বিশ্ব আছিল ঘৰখনৰ ডাঙৰ ল'ৰা। আন দুটা ভায়েক-ভনীয়েকৰ তুলনাত সি পঢ়াত চোকা আছিল। সুন্দৰ কবিতাও লিখিছিল। সাম্যবাদৰ ওপৰত সুন্দৰ ভাষণ দিছিল। বি এ ফাইনেল পৰীক্ষাৰ আগমুহুৰ্ত্তত কেঞ্চাৰ বেমাৰত দেউতাক ঢুকায়। ইংৰাজীত অনাৰ্চ সহ সুখ্যাতিৰে বি এ পাচ কৰাৰ পাচতে বিশ্বই চাকৰি বিচাৰিবলৈ ধৰিলে। পানীত ডুবিবলৈ ধৰা নাওখন উদ্ধাৰৰ চেষ্টা কৰাৰ দৰে দেউতাকৰ অবিহনে ঘৰখনক অভাৱ অনাটনৰ পৰা উদ্ধাৰ কৰাৰ চেষ্টাত বিশ্ব লাগি থাকিল।

তাক চাকৰি লাগে- যিকোনো চাকৰি। অতি কম দিনৰ ভিতৰতে পুলিচৰ চাকৰিটো সি পালে। ভনীয়েকক বিয়া

দিলে ভায়েকজনক এম এ পাচ কৰালে। শেষত সি তাৰ প্ৰেয়সী নামজ্বলা ঠিকাদাৰৰ ছোৱালী কল্পনা বৰুৱাক কল্পনা শইকীয়ালৈ ৰূপান্তৰিত কৰিলে আৰু ৰূপান্তৰিত কৰিলে নিজকো। প্ৰথমতে ইচ্ছাৰ বিৰুদ্ধে দ্বিতীয়তে ইচ্ছাকৃত ভাবে। কলেজীয়া জীৱনত অন্যায়ৰ বিৰুদ্ধে, দুৰ্নীতিৰ বিৰুদ্ধে, শোষণৰ বিৰুদ্ধে তেজাল ভাষণ দিয়া বিশ্ব শইকীয়া, গধুৰ গল্প-কবিতা প্ৰৱন্ধ লেখা বিশ্ব শইকীয়া, যোৱা দহটা বছৰে খাকীপোছাক পৰিহিত বিশ্ব শইকীয়া, দুৰ্নীতিৰ পংকিলতাত তলনৈ আৰু তলনৈ পোতগৈ থাকিল। মদ, মাইকী আৰু জুৱাৰ ৰাগীত পৰি ছয় ফুট ওখ, সুদৰ্শন চেহেৰাৰ বিশ্ব শইকীয়া নলাত লেটিনৈ থকা গাহৰিটোৰ দৰে হ'ল।

"ছাৰ দোকান পালো," ড্ৰাইভাৰৰ মাতত শইকীয়াই সাৰ পোৱা দি পালে। ড্ৰাইভাৰ গাড়ীৰ পৰা নামি দোকানত সোমাল। শইকীয়াই গাড়ীতে বহি চিগাৰেট জ্বলালে। স্কটচৰ ফুল বটল দুটা লৈ ড্ৰাইভাৰ উভতি আহিল। তাৰ পাচে পাচে ডেকাল'ৰা এজনে আহি শইকীয়াক ক'লে, "ছাৰ পইচাটো....।" "চুৱৰৰ বাৎচা ফুৎ" বুলি শইকীয়াই যিটো ধমকি ল'ৰাটোক দিলে তাতে ভয়খাই পাচ ঠেং দুখনৰ মাজেৰে নেজডাল সোমাই ভয়তে কুজাহৈ পলোৱা কুকুৰটোৰ দৰে ল'ৰাটো আঁতৰি গ'ল।

"অ' মোৰ আপোনাৰ দেশ.....," শইকীয়াৰ মোবাইলটোৱে সাৰ পালে। ইনকামিং ফোনৰ নম্বৰটোৰ চাই শইকীয়াই মুখ বেকেটালে। ইমান সময়ে গৃহমন্ত্ৰীৰ পৰাহে ফোন এটা আশা কৰি আছিল। কলটো ৰিচিভ নকৰি ড্ৰাইভাৰক ক'লে, "মুৰ্গী পাচ কিলো তই আনিব পাৰিবি নহয়" "মই, মানে ছাৰ; মই অকলে নোৱাৰিম। দোকানীয়ে পইচা খুজিব" ড্ৰাইভাৰে ক'লে। ত্যাচ্ছিল্য ভৰা চাৱনিৰে চাই শইকীয়াই ড্ৰাইভাৰক ক'লে, "এই সামান্য কামটোও কৰিব নোৱাৰা খাকী ড্ৰেচযোৰ কিয় পিন্ধিছ । এই ড্ৰেচযোৰত যে শক্তিবোৰ সোমাই থাকে তই নুবুজ কিয় ঘৈণীয়েৰৰ মেখেলা পিন্ধগৈ।" উষ্মাত কথাবোৰ কৈ উঠি অশ্লীল শব্দ দুটা উচ্চাৰণ কৰিলে। পকেটৰ পৰা পাঁচশ টকীয়া নোট এখন ড্ৰাইভাৰৰ হাতত দি ক'লে, "আগতে মোক থানাত থৈ আহগৈ।"

থানাৰ সন্মুখত চিগাৰেট এটা জ্বলাই শইকীয়াই নিজৰ অফিচ ৰুমলৈ নগৈ লক্ আপ্ৰ কাষলৈ গ'ল। বন্দুকধাৰী চি আৰ্ পি এফ্ৰ জোৱান দুজনে সন্তম পহৰা দি আছে। চাৰি পাঁচটামান ছদ্ম নামেৰে নামাংকিত প্ৰকৃত সত্যৰঞ্জণ কলিতাক ও চি শইকীয়াই প্ৰশ্ন কৰিলে, "ক'তা আপুনি কোৱা মতে গৃহমন্ত্ৰীয়ে এতিয়ালৈকে মোলৈ ফোন কৰা নাই।" হাতৰ

ঘড়ীটোলৈ চাই শইকীয়াই পুনৰ ক'লে, "পুলিচ মেনুৱেল মতে চি আৰ পি চিৰ **৫৭** নম্বৰ ধাৰাটো প্ৰযোজ্য, অৰ্থাৎ চৌব্বিছ ঘন্টাৰ ভিতৰত জামিন নহলে আচামীক চি জে এম্‌ৰ কোৰ্টত হাজিৰ কৰাব লাগে। সেইমতে আৰু মাত্ৰ ডেৰ ঘন্টাৰ পাচত আপোনাক কোৰ্টলৈ চালান দিব লাগিব ইয়াত ৰাখিব পৰা নহব।" "ভাৰতীয় সংবিধানৰ চকুত দেশদ্ৰোহী কিন্তু নিজা চিন্তাধাৰাত দেশপ্ৰেমিক সত্যৰঞ্জণ কলিতাই তলমূৰকৈ কিবা ভাবি থকাৰ পৰা মূৰটো ওপৰলৈ তুলি অন্যায়ৰ প্ৰতিবাদী চিনেমাৰ হিৰ'ৰ দৰে অ'চিৰ চকুত চকুৰাখি গম্ভীৰ হৈ ক'লে, "আপুনি অধৈৰ্য্য নহব। আমাৰ সংগঠনৰ মুৰব্বী আৰু আপোনাৰ চৰকাৰৰ গৃহমন্ত্ৰীৰ লগত বুজা পৰা হৈ গৈছে। আপুনিও নিশ্চয় সেই কথা জানে। তথাপিও মই আপোনাক জনাও যে আমাৰ সংগঠনে আপোনাৰ গৃহমন্ত্ৰাণালয়ত এক কোটি টকা উপহাৰ দিব। তাৰ ভাগ আপুনিও পাব। বিনিময়ত মোক মুকলি কৰি দিয়া হ'ব।"

শইকীয়াই কোঠালীটোৰ পৰা ওলাই যাবলৈ খোজ পেলোৱাৰ লগে লগে মোবাইলটোৱে গাবলৈ ধৰিলে- অ' মোৰ আপোনাৰ....ম'বাইলত ইন্‌কামিং নম্বৰটো দেখি তেওঁৰ চকুত আৰু ওঠত হাঁহিৰ ৰেঙণি বিৰিঙি উঠিল।

ৰঙীণ সপোন এটাই যেন তেওঁক অস্থিৰ কৰি তুলিলে। আলফুলকৈ ম'বাইলটো কাণত লগালে। "হেল্ল .... হয় ছাৰ, মই বিশ্ব শইকীয়াই কৈছো" দুই ওঠৰ মাজত চুমাৰ পৰশ পাই থকা চিগাৰেটটো বাঁওহাতেৰে মজিয়াত পেলাইদি টুকুৰাটো বুট্ জোতাৰ আগটোৰে গচকিবলৈ ধৰিলে যেন লক্ আপ্ত ভৰাই থোৱা চোৰজনৰ পৰা সঁচাকথা উলিয়াবলৈ চেষ্টা কৰা হৈছে। চিগাৰেটৰ ধোৱাবোৰ হাতেৰে বিচি কোঠালীটোৰ পৰা উলিয়াই দিয়াৰ চেষ্টা কৰিলে যাতে মন্ত্ৰী মহোদয়ে তেওঁ চিগাৰেট খাই থকাটো দেখা নাপায়। " হয় ছাৰ, ছাৰ...হয়...হব ছাৰ। দহ লাখ ছাৰ দায়িত্ব মোৰেই বেছি, তেনেস্থলত... ঠিক আছে ছাৰ। কিন্তু ছাৰ, বাতৰি কাকত আৰু টিভিৰ সাংবাদিকবোৰক...... হয় নেকি কেনেকৈ কওক ছাৰ" মন্ত্ৰী মহোদয়ে কৈ গ'ল, " সকলোবোৰ ব্যৱস্থা কৰা হৈ গৈছে। কি নাম আছিল জানো তাৰ.... অ' মনত পৰিছে। সত্যৰঞ্জন কলিতা। কলিতাক চি জি এম্‌ৰ কোৰ্ট অভিমুখে লৈ আহক। সেই সময়ত সাংবাদিকসকলে যাতে কোনো ধৰণৰ দিগদাৰী দিব নোৱাৰে বা ফটো আদি তুলিব নোৱাৰে তাৰ কাৰণে থানাৰ সন্মুখত দুই তিনি গাড়ী চি আৰ পি এফ্‌ৰ জোৱান থাকিব। সিহঁতে সংবাদিকসকলক বাধা প্ৰদান কৰিব। প্ৰয়োজন হ'লে লাঠি চালনা, টিয়েৰ গেচ

আদি ব্যৱহাৰ কৰিব। থানাৰ পৰা কিছুদূৰ অহাৰ পাচত ‘স্নেহলতা’ নামৰ ৰেষ্টুৰেন্ট খনৰ ওচৰত আপোনালোকৰ গাড়ী ৰখাই অচিনাক্ত ভূৰা পিষ্টলধাৰী যুৱক চাৰি পাঁচজন মান গাড়ীত সোমাব। গাড়ীৰ ভিতৰত থকা বন্দুকধাৰী সেনা কেইজনক গুলী নচলাবলৈ আগতে সতৰ্ক কৰি থব। ডেকা ল’ৰাকেইজন আমাৰ পাৰ্টীৰ মানুহ। সিহঁতে আপোনালোকক অচিনাক্ত জংঘল এখনলৈ লৈ যাব। তাত উগ্ৰপন্থীজনক নমাই থৈ ঘূৰি আহিব। ৰেষ্টুৰেন্টৰ মানুহবোৰে আৰু অন্যান্য পথচাৰীয়ে দেখিব যে উগ্ৰপন্থীয়ে পুলিচৰ গাড়ী অপহৰণ কৰিলে। পাচ দিনা বাতৰি কাকতৰ শিৰোনামা দখল কৰিব এইবুলি– “উগ্ৰপন্থীৰ দ্বাৰা পুলিচৰ গাড়ী অপৰহণ।” “বঢ়িয়া প্লেন ছাৰ” বুলি কৈ শইকীয়াই ম’বাইলতো পকেটত ভৰাব খোজোতেই কনিষ্টবল এজনে ডেকাল’ৰা এজনক চাৰ্টৰ কলাৰত খামুচি লক্ আপ্‌ৰ ফালে লৈ আহিছে। ল’ৰাটোৰ ওঠফাটি তেজ বোৱাৰ চিন আছে। চিপাহীজনক শইকীয়াই শুধিলে, “কি কৰিলে ই” “ছাৰ, চিটি বাচত এজনৰ পকেটত হাত ভৰাইছিল। ৰাইজে ধুলাই দি শেষত মোক গটাই দিলে।” শইকীয়াই পকেটমাৰৰ পিঠিত লাঠি ডালেৰে মৰমৰ আলফুলীয়া কোব এটা মাৰি ক’লে, “পকেটমাৰ যদি হবই খুজিছ ধৰা পৰ কিয় ধৰা নপৰাকৈ কাম কৰি যা। ধৰা

পৰিলেহে চোৰ। ধৰা নপৰিলে ভাল মানুহ।” “মোৰ দৰে, মন্ত্ৰীৰ দৰে, আৰু জাল ফালি ওলাই যোৱা ডাঙৰ ডাঙৰ ৰৌ বৰালী বিষয়াবোৰৰ দৰে ভাল মানুহ।” পাচৰ কথাখিনি বিশ্ব শইকীয়াই নিজে নিজে মনতে ক’লে।

ম’বাইলটোৱে আকৌ গাবলৈ ধৰিলে- ‘অ’ মোৰ আপোনাৰ......। শইকীয়াই এইবাৰ ইনকামিং নম্বৰটো নোচোৱাকৈয়ে ম’বাইল অফ্ কৰি থ’লে। কিবা এটা যন্ত্ৰণাই তেওঁক অস্থিৰ কৰি তুলিছে। কপালখনত ঘামৰ বিন্দু কিছুমান বিৰিঙি উঠিছে। মুখমণ্ডল ৰঙাপৰি উঠিছে। ক্ষন্তেকৰ বাবে তেওঁৰ মানসপটত আউল বাউল চুলিৰে শীৰ্ণকায় (যেন কেইবা সাজো পেট ভৰাই খাবলৈ পোৱা নাই) পকেটমাৰজনৰ, উগ্ৰপন্থী সত্যৰঞ্জণ কলিতাৰ, গৃহমন্ত্ৰীৰ আৰু নিজৰ কলেজীয়া জীৱনৰ ছৱিবোৰ ভাহি উঠিল। মানৱতাৰ অৱক্ষয়ৰ ভেটিত গঢ়ি উঠা পাবতগজা ভূৱা আভিজাত্যৰ সমাজখনৰ পৰা ক্ষন্তেকৰ বাবে হ’লেও বিশ্ব শইকীয়াই আঁতৰি যাব খুজিছে, কিন্তু পৰা নাই। অস্থিৰতাখিনি আঁতৰাই স্থিৰ হ’বলৈ শইকীয়াই চিগাৰেট এটা জ্বলালে। কোঠাটোৰ ভিতৰত পাইচাৰি কৰিবলৈ ধৰিলে। খোলা খিৰিকি খনেৰে দূৰৈৰ পাহাৰ খনলৈ শূণ্য দৃষ্টি এটা নিক্ষেপ কৰিলে। হঠাৎ আলমাৰীটোৰ ওচৰলৈ দৌৰি

যোৱাৰ দৰে গ'ল। আলমাৰীটো খুলি তাৰ পৰা স্কট্চৰ বটল এটা উলিয়াই লৈ হুইস্কী দুঢোক ডিঙিটোৰ নলীত ঢালি দি শইকীয়া চকিখনত বহি পৰিল।

ক্ষন্তেক পাচতে তেওঁ অনুভৱ কৰিলে তেওঁ যেন এটা অসম্পূৰ্ণভাৱে গেছ ভৰোৱা বেলুনৰ দৰে মহাশূণ্যত ওপঙি আছে। বেচি ওপৰলৈ উঠিব পৰা নাই নাইবা পৃথিৱীতো নামিব পৰা নাই। চাৰিওফালে মাথো মহাশূণ্য।



# অপেক্ষা

ঢল পুৱাতে উঠি বাঁহৰ বাঢ়নীপাত হাতত লৈ মালাই চোতালখন সাৰিবলৈ ধৰিলে। মতা মানুহে বাহী চোতাল গচকিব নাপায়, আয়ুস ক্ষয় হয়। শাহুৱেকে তাইক শিকাইছে। আনদিনাতকৈ আজি তাই সোনকালে শুই উঠা যেন অনুমান হ'ল। চোতালখন সাৰা হোৱাৰ পাছতহে ভোমোৰাজাকৰ গুণগুণনি শুনা গৈছে। আনদিনা চোতালখন সাৰিবলৈ আৰম্ভ কৰাৰ আগতে ভোমোৰাজাক পাৰ হৈ যায়। আজি গোহালি ঘৰত বাহ লোৱা শালিকাহালো ওলাই দুৱৰি বনৰ ওপৰত পৰাহি নাই।

চোতালখনৰ কাষত মাজে মাজে ধানপুলি দুই-এডাল গজি উঠিছে। চোতালত মৰণা মাৰোতে গুটি ধান কিছুমান মাটিত পোত যায়। পানী পালে সেইবোৰ গজি উঠে। ধানকেইডাল উভালি তাই ঠাইখিনি পৰিস্কাৰ কৰিলে। এবাৰ শাহুৱেকে তাইক বকিছিল, 'বাঢ়নী পাতেৰে অকল সাৰি গ'লেই নহয়। তাত গজা ঘাঁহ-বনবোৰ হাতেৰে উভালি পৰিস্কাৰ কৰিবলৈ শিকাব লাগে নেকি?' তেতিয়াৰ পৰা

মালাই ভুল কৰা নাই। তাইৰ শাহুৱেকৰ বৰ কড়া শাসন। বহুত নিয়ম মানি চলিব লাগে তাই। সামান্য হীনদেড়ি হ'লেই শাহুৱেকৰ গালি খাব লাগে। মাজে মাজে বিৰক্তিৰ ভাবেও তাইৰ অন্তৰত ভুমুকি নামাৰাকৈ নাথাকে। কিন্তু সেই বিৰক্তিবোধ ধানখেৰৰ জুইৰ দৰে ক্ষণস্থায়ী। অলপ পাছতে পাহৰি যায়। কড়া শাসনৰ মাজতো শাহুৱেকে মালাক যে মৰম কৰে সেই কথা তাই বুজি পায়।

চোতালখনত গোবৰ-পানী ছটিওৱাৰ আগতে গা ধুই উঠি সলোৱা কাপোৰযোৰ নি মালাই বাথৰুমত থ'লে। ৰাতি থুপুৰিয়াই থোৱা কাঁহী-বাতিবোৰ পাকঘৰৰ পৰা দমকলৰ কাষৰ পকীখনত ৰাখিলে। পাছফালে বাৰীলৈ যোৱা মুকলি ঠাইখিনি সাৰি সকলোতে গোবৰপানী ছটিয়াই বাচন ধোৱাত লাগিল। অ' তাই পাহৰিছিলেই। পাৰ চৰাইযোৰৰ বাহটোৰ কাঠৰ খিলিকেইডাল আৰু হাঁহৰ গড়ালৰ দুৱাৰখন খুলি দি আকৌ বাচন ধোৱাত ব্যস্ত হ'ল। আগহাত খনৰ বুঢ়া আঙুলিটোৰ নখৰ গুৰিটো বিষাই আছে। মাজৰ আঙুলিটোত বঠিখনে যোৱা কালি কাটিছে। বাচন ঘহা ছাইখিনি হাতত লগাত বৰকৈ ধৰিছে। কটাঘাত ছাই, নিমখ আদি লাগিলে হেনো সোনকালে শুকায়। শাহুৱেকে তাইক কৈছে। সকলোবোৰ তাই নীৰৱে সহ্য কৰি যায়। মালাৰ সম্পূৰ্ণ নাম মালবিকা চৌধুৰী। মৌজাদাৰৰ ছোৱালী। লাহবিলাসত

ডাঙৰ হোৱা। মেট্ৰিক পাছ্ কৰাৰ পাছতে ওঠৰ বছৰ বয়সত মাক-বাপেকে তাইৰ বিয়া পাতি দিলে মানবেন্দ্ৰ বৰুৱাৰ লগত। মানবেন্দ্ৰক ঘৰত সকলোৱে মানু বুলি মাতে। এম.এ. পাছ কৰি গুৱাহাটীত বেংক এটাত চাকৰি কৰে। মানু আৰু মালাৰ ঘৰ দুখনৰ মাজত লোকাচাৰ আৰু আৰ্থিক দিশত যথেষ্ট তাৰতম্য আছে। স্বামীৰ ঘৰত যিবোৰ কাম তাই নিজে কৰিছে সিহঁতৰ ঘৰত সেইবোৰ কাম চাকৰ-নাকৰে কৰে। সেইবুলি শাহু-শহুৰৰ ঘৰত কাম কৰি তাই বেজাৰ পোৱা নাই। স্বামীৰ লগতে শহুৰ-শাহু তথা গোটেই ঘৰখনকে সন্তুষ্টি দিবলৈ যত্ন কৰিব লাগিব বুলি তাইৰ মাক- বৌৱেকহঁতে তাইক শিকাইছে।

বাচনবোৰ ধুই থাকোতে হাঁহজাকে ধ্যোং ধ্যোং কৈ কোঢ়াল পাতি সিহঁতক দিয়া, ৰাতি কাঁহীত ৰোৱা ভাতবোৰ খাইছে। খাই থকাৰ মাজতে মতা হাঁহটোৱে মাইকী হাঁহ এজনীৰ পিঠিত উঠি ঠোঁটেৰে মাইকীজনীৰ মূৰৰ পাখিত চেপি ধৰিছে। মালাই দেখা পালে। লাজ লাজকৈ ওঁঠৰ মাজত চেপা হাঁহি এটা মাৰি তাই সেইফালে কেইছেকেণ্ডমান চাই থাকিল। আজি মালাৰ মনটো উগুল-থুগুল লাগি আছে। আজি যে শনিবাৰ। তেওঁ (মানবেন্দ্ৰ) আহিব গুৱাহাটীৰপৰা। এক সপ্তাহৰ অপেক্ষাৰ মূৰত তেওঁক লগ পাব। এক সপ্তাহটো এক মাহ যেন লাগে তাইৰ।

গাটো ধুই মালাই তাইৰ শোৱনি কোঠাত সোমাল। ড্ৰেছিং টেবুলখনৰ আগত থিয় দি মুখখন এবাৰ চাই ল'লে। চকুৰ গুৰি দুটা সামান্য ক'লা পৰিছে। তিতা চুলিকোছাত মেৰাই থোৱা গামোচাখন খুলি মূৰটো এবাৰ সোঁফালে, এবাৰ বাওঁফালে আৰু এবাৰ পিঠিৰফালে বেঁকা কৰি এটা বিশেষ কায়দাত চুলি কোছা গামোচাৰে কোবাই কোবাই পানীবোৰ আঁতৰাবলৈ চেষ্টা কৰিলে।

তপিনালৈ বৈ পৰা চুলি কোছাত এবাৰ হাত ফুৰাই চালে। এটা মিচিকিয়া হাঁহি তাইৰ ওঁঠত ফুটি উঠিল। এদিন চুলি কোছাত হাত ফুৰাই তেওঁ কৈছিল, 'তিৰোতা মানুহৰ দীঘল চুলি মোৰ বৰ ভাল লাগে।' ৰাতিপুৱাৰ ৰঙা বেলিটোৰ দৰে তাই কপালত সেন্দূৰৰ ফোঁট এটা ল'লে। ধাননি পথাৰৰ মাজত থকা সৰু আলিটোৰ দৰে দুফাল কৰা তাইৰ চুলি কোছাৰ মাজৰ আলিটো সেন্দূৰীয়া কৰি দিলে। যেন সেই আলিয়েদি তেওঁ নামি আহিব।

মালাই বেৰত আৰি থোৱা ঘড়ীটোলৈ চালে। এতিয়া চাৰিটাহে বাজিছে। ঘড়ীটো আজি যেন লাহে লাহে চলিছে। গধূলি হ'বলৈ বহু সময় বাকী আছে। গধূলিহে আহি পাব তেওঁ। তাইৰ মনটো বেয়া লাগি যায়।

বিছনাৰ পৰা উঠি মুখ-হাত ধুই মালাৰ শাহুৱেকে চাহৰ চৌকাৰ কাষত বহে। তাৰ আগতে মালাই শাহুৱেকক

জুই ধৰি পানী গৰম কৰি দিয়ে। শাহুৰেকৰ বাতবিষ আছে। জুইৰ তাপ লাগিলে ভাল পায়। চাহত গাখীৰ-চেনি আদি শাহুৰেকে দিয়ে যদিও জুইৰ ওপৰত কেটলীটো মালাই আগতে বহাই দিয়ে। মালাই কাঁহৰ বাতিকেইটা, গুড়া সান্দহৰ টেমাটো আৰু বিস্কুটৰ টেমাটো আগবঢ়াই দিয়ে। গা নোধোৱাকৈ শাহুৰেকে সান্দহ নাখায়। সান্দহ টেমাটোত কমকৈ থকাত মালাই শাহুৰেকক সুধিলে, 'মা, সান্দহ আৰু নাই নেকি?' শাহুৰেকে মালাৰ চকুলৈ চাই হাঁহি এটা মাৰি ক'লে, 'অ' মানুৰ কাৰণে? আছে, তাৰ কাৰণে মই বেলেগে ৰাখিছো।' মানুই গুড়া-সান্দহ কলৰ লগত সানি খাই বৰ ভাল পায়। খাই শেষ কৰাৰ পাছতো বাতিটো আঙুলিৰে ৰুকি ৰুকি খায়। হাতৰ আঙুলিকেইটা আইচক্ৰীমৰ দৰে চেলেকি থাকে। মানুৱে পৰম তৃপ্তিৰে খোৱাটো চাই মালাৰ বৰ ভাল লাগে।

দহ এঘাৰটামান বজাত মালাৰ শাহুৰেকে গা ধুই উঠি গোঁসাই ঘৰত সোমায়। দুপৰীয়া আৰু ৰাতিৰ ভাত দুসাঁজ তেওঁ ৰান্ধে। মালাই পাচলি কাটি দিয়ে। চাউল ধুই দিয়ে। মাছ বাছি দিয়ে। আগতে তাই কলডিল আৰু কল পচলা মিহি মিহিকৈ কাটিব নাজানিছিল। কাৰো মাছ বাছিব নাজানিছিল। কিন্তু পাঠশালা স্কুলৰ ৰমা মাষ্টৰে গালি পাৰি নেওঁতা মুখস্থ কাৰোৱাৰ দৰে তাইৰ শাহুৰেকেও বকি বকি সকলোবোৰ

শিকাইছে। আজিকালি তাই হাত মনিব নোৱাৰাকৈ পচলা কাটিব পাৰে। কলডিল কাটিব পাৰে। কাৰৈ মাছৰ ফুলবাছিব পাৰে। 'কলাখাৰ আৰু সৰিয়হ দি ৰন্ধা পচলাৰ আঞ্জা আৰু আলুৰে ৰন্ধা কলডিল ভজা তেওঁৰ বৰ প্ৰিয়।' মালাই ভাবে।

থালীটোত জীয়াই থোৱা কাৰৈ মাছকেইটালৈ চাই মালাই শাহুৱেকক সুধিলে 'মা, মাছ বাছিব লাগিব নেকি?' পাক ঘৰৰ পৰা শাহুৱেকে মাত দিলে, 'এতিয়া থাকক দে। ৰাতিৰ কাৰণে ভাটি বেলাতে বাছি থবি। সিও আহিব।' মালাৰ মনটো ভৰি গ'ল। সকলোবোৰ যা-যোগাৰ কৰি দি মালাই বাৰাণ্ডাত মেলি থোৱা শালখনত বহিল। খট্‌ক খট্‌ককৈ এক অহ্‌লীমান কাপোৰ বোৱাৰ পাছত তাইৰ মনটো কৰবালৈ উৰা মাৰিলে। মানবেন্দ্ৰৰ লগত তাইৰ বিয়া হোৱাৰ ছমাহে পাৰ হোৱা নাই। এই সময়খিনিৰ ভিতৰত মানবেন্দ্ৰই তাইৰ হৃদয়ৰ প্ৰায়খিনি ঠাই অধিকাৰ কৰি পেলাইছে। তেওঁ কোৱা কথাবোৰ তাইৰ মনত পৰে। তেওঁ কৈছিল, 'মালা, তুমি ধনী মানুহৰ ছোৱালী। মই সাধাৰণ এল পি স্কুলৰ শিক্ষকৰ ল'ৰা। সামান্য দৰমহাৰ চাকৰি কৰো। মই জানো, তুমি গাঁৱৰ ঘৰখনত থাকি কষ্ট পাইছা। মই তোমাক গুৱাহাটীলৈ লৈ যাব পাৰো। মোৰো ভাল লাগিব। কিন্তু পেঞ্চন নোহোৱাকৈ অৱসৰ পোৱা দেউতাই আৰু অসুখীয়া মায়ে অন্তৰত দুখ পাব। তুমি তেওঁলোকৰ লগত আছা মানে মোক তেওঁলোকে

পাই আছে।' মানবেন্দ্ৰৰ কথাত তাই কোনো আপত্তি কৰা নাছিল। আন এদিন তেওঁ তাইক কৈছিল, 'টকা-পইচাৰে মই তোমাক সুখ দিব নোৱাৰিম। কিন্তু তোমাৰ প্ৰতি মোৰ আন্তৰিকতা আৰু সহানুভূতি সদায় আছে – থাকিব।' উত্তৰত তাই কৈছিল, 'সেইখিনিকে মই বিচাৰো।' সেইদিনা সি তাইক বুকুৰ মাজত সোমাই লৈ গালে মুখে চুমাৰে ওপচাই দি কৈছিল, 'তুমি ইমান ভাল ছোৱালী।'

'বোলো, শালৰ মাত নোহোৱা হ'ল দেখোন? টোপনিয়াই আছ নেকি?' শাহুৱেকৰ চিঞৰত মালাৰ চিন্তাৰ সূতাডালৰ আঁত হেৰাই গ'ল। খট্ খট্কৈ শব্দ তুলি শাল ববলৈ ধৰিলে।

দুপৰীয়া ভাত খোৱা লোৱা শেষ হওঁতে প্ৰায় তিনিটা বাজি গ'ল। মালাই চুৱা কাঁহী-বাতিবোৰ ধুই মেলি শেষ কৰোতে চাৰিটা বাজিল। গা-পা ধুই তাই তাইৰ শোৱনি কোঠাত সোমাল। ৰাতিপুৱা তিওঁৱা চুলিকোছা ভালকৈ শুকোৱাই নাছিল। আকৌ তিয়াব লগা হ'ল। 'তিৰোতা মানুহে যিমানবাৰ গা-ধোৱে সিমানবাৰ চুলিও তিয়াব লাগে। নহ'লে স্বামীৰ অমংগল হয়।', শাহুৱেকে তাইক কৈছে। তাইৰ ভয় লাগে। নাই নাই দুবাৰ কিয়? তেওঁৰ মংগলৰ কাৰণে দৰকাৰ হ'লে দহবাৰ চুলি তিয়াব।

কেইঘন্টামান পাছত তেওঁ আহি পাব। পুৱাৰ পৰা

তেওঁৰ বাবেই তাই অপেক্ষা কৰি আছে। আহোতে হাতত মিঠাই বা ফলৰ টোপোলা এটা লৈ আহিব। তাইৰ বাবেও কিবাকিবি আনিব। বিছনাখন তাই ঠিক-ঠাক কৰিলে। যোৱা কালি ধুই থোৱা বিছনা চাদৰখন পাৰিলে আৰু গাৰুওৱাৰকেইটা ভৰালে। কাপোৰবোৰৰ পৰা চাৰ্ফৰ ফুৰফুৰীয়া গোন্ধ এটা তাইৰ নাকত লাগিল। তদুপৰি গাৰু ওৱাৰত চেন্ট অলপ ছটিয়াই দিলে।

ঘৰৰ ভিতৰত এন্ধাৰ সোমাল। খিৰিকীকেইখন বন্ধ কৰিবলৈ গৈ মালাই দেখিলে, ওখ গছৰ ওপৰত ৰান্ধনি বেলিৰ ৰঙা ৰ'দ অকণ লাগি আছে। তেওঁ আহি পোৱাৰ পাচত কাষত বহি বহু কথা পাতিবৰ মন যায় তাইৰ। কিন্তু নোৱাৰে। গধূলি চাহ কৰাৰ পৰা ৰাতিৰ ভাতৰ সাঁজ যোগাৰ কৰালৈ বহুতো কাম থাকে। কামবোৰ পেলাই থৈ তেওঁৰ কাষত বহি থাকিলে শাহুৱেকে বহাৰ মজাটো উলিয়াই দিব। কামবোৰ শেষ কৰি ভাত হোৱাৰ আগে আগে ৰাতি নটামান বজাতহে তাই তেওঁৰ ওচৰলৈ যাব পাৰে।

হে, হৰি, শাহুৱেকে আবেলি পৰতে কাৱৈমাছ কেইটামান তাইক বাছি থবলৈ কৈছিল। তাই পাহৰি থাকিল। কাৱৈমাছ তেওঁৰ বৰ প্ৰিয়। ভাজি দিলে গোটে গোটে চোবাই খায়। কাইটমূৰ একো নেপেলায়। তাইৰ নিজৰ ওপৰত খং উঠি গ'ল। যাৰ বাবে ইমান প্ৰস্তুতি তেওঁৰ ভাললগা বস্তুটোকে

যোগাৰ কৰিবলৈ তাই পাহৰিলে। লৰা-লৰিকৈ থালিৰ পৰা মাছকেইটামান চালনিখনত লৈ বাছি-কুটি নিমখ-হালধি সানি পাকঘৰত ঢাকোন দি থ'লে।

চাওঁতে চাওঁতে ৰাতি আঠটা বাজি গ'ল। মানবেন্দ্ৰ অহাৰ সময় পাৰ হৈ গ'ল। বাৰাণ্ডাত বহি থকাৰ পৰা শাহুৱেকে মালাক শুনাই ক'লে- 'সি চোন আহি নাপালে। শেষ বাছখনত আহিলে ইতিমধ্যে আহি পাব লাগিছিল। ট্ৰেইনেৰে সি মাত্ৰ এবাৰহে আহিছিল, শেষ বাছখন ধৰিব নোৱাৰা কাৰণে। যদি সি ট্ৰেইনত আহে তেতিয়া ৰাতি এঘাৰটামান বাজিব।' দৰ্জাখনৰ সিপাৰে বৈ থকা মালাৰ শাহুৱেকৰ কথাবোৰ কাণত পৰিল। তাই এনেয়ে এবাৰ উদাস দৃষ্টিৰে আকাশলৈ চালে। পূৰ্ণিমাৰ জোনটোক এচপৰা ক'লামেঘে ঢাকি ধৰিছে। জোনৰ পোহৰ পৃথিৱীত পৰাহি নাই। ছাঁ বৰণীয়া পোহৰ কিছুমানে চোতালখন বেঢ়ি ধৰিছে। সেই পোহৰৰ মাজেৰে চোতালখনলৈ কোনোবা মানুহ এজন আহি শাহুৱেকৰ ওচৰ পালে। 'অ খুৰী, বহি আছা? হেৰি হ'ল নহয়, দাদাই ফোন কৰি মোক ক'লে যে তেওঁ আজি আহিব নোৱাৰে। মাৰ্চৰ কামৰ ভিৰ। অহাকালি দেওবাৰেও বোলে অফিচ কৰিব লাগিব। চিন্তা কৰিবলৈ হাক দিছে।' কথাখিনি কৈ মানুহজন গুচি গ'ল। মানুহজন ৰবীন। ডেকা ল'ৰা। মানবেন্দ্ৰহ'তৰ গাঁৱৰ পশ্চিম মূৰত ঘৰ।

সিও গুৱাহাটীত কোনোবা প্ৰেছ এটাত কাম কৰে।

দৰ্জাখনত ভেজা দি থকা মালাই ৰ'ব নোৱাৰিলে। তাই নিজৰ শোৱনি কোঠাত সোমাল। ধুপুচকৈ বিছনাত পৰি মুখখন গাৰু এটাত গুজি ধৰিলে।

অলপ পাছত শাহুৱেক আহি তাইৰ শোৱনি কোঠাত সোমাল। তাইৰ মূৰ শিতানত বহি তাইৰ মূৰৰ চুলিখিনিত আঙুলি বুলাই কৈ গ'ল, 'বিয়া হোৱা ছোৱালী আৰু চাকৰি কৰা মানুহৰ জীৱন একেই আই। আনৰ অধীন। নিজ ইচ্ছাত একো কৰিব নোৱাৰে।'

উঠ আই, পাকঘৰলৈ যাও ব'ল। এইবাৰ মালাই মূৰৰ গাৰুটো বুকুত জোৰকৈ সাৱটি ধৰি ফেকুৰি দিলে।



# বিয়া আজিহে

সন্ধিয়া সাতটা বাজিলেই। সাধাৰণতে মই পাঁচ-ছয় বজাৰ ভিতৰত বিয়া খাবলৈ যাওঁ। সেই সময়ত মানুহৰ ভিৰ কম হয়। যি দুই-চাৰিজনক লগ পোৱা যায়, তেওঁলোকৰ লগত অন্তৰৰ কথা দুষাৰ পাতিব পাৰি। চকীবোৰ খালী হৈ পৰি থাকে। সিহঁতে যেন মাতি থাকে, ‘আহা, মোৰ কোলাত বহাহি। তোমাক আনন্দ দিবৰ বাবে মই ৰৈ আছো।’ সাত বজাৰ পৰা নটামান বজালৈ বিয়া ঘৰত যথেষ্ট ভিৰ হয়। বহিবলৈ চকীও নোপোৱা হয়। যোৱা-খোৱা-উভতি অহা। এটা ইলেকট্ৰ’নিক কাম।

বিয়া খাবলৈ মই অকলে গ’লে পাঁচ-ছয় বজাৰ ভিতৰত যাওঁ। কিন্তু শ্ৰীমতীৰ লগত যাব লাগিলে সাত মান বজাৰ পাছত যাব লগা হয়। আজিৰ বিয়াখনলৈ শ্ৰীমতীও যোৱাৰ কথা আছিল। সেই কাৰণে অফিচৰ পৰা বাহিৰে বাহিৰে বজাৰ-সমাৰ কৰি লাহে-লাহে ঘৰ সোমাইছোঁ। তিৰোতাসকলে আন্ধাৰ হোৱাৰ পাছতহে বিয়ালৈ যাবলৈ ভাল পায়।

ব'হাগ মাহত সাত বজাৰ আগতে আন্ধাৰ নহয়। সেই অংকটো কৰি মই সাত বজাৰ পাছত যাম বুলি উত্তৰ উলিয়াই থৈছিলো। কিন্তু তাত অলপ কেণা লাগিল। "এটা চৌবাচ্ছাত এটা নলীৰে পানী সোমায় আৰু দুটা নলীৰে পানী ওলাই যায়। কিমান সময়ত চৌবাচ্ছাটো পূৰ্ণ হ'ব?" লেখিয়া অংকটোৰ উত্তৰ উলিয়াব নোৱাৰাৰ দৰে আজিৰ অংকটোৰো প্ৰথমতে উত্তৰ উলিয়াব নোৱাৰিলো। শ্ৰীমতী বিয়ালৈ নোযোৱা হ'ল। আদালতৰ কাঠগৰাত সাক্ষীক Cross Examination কৰাৰ দৰে তেওঁ বিয়ালৈ নোযোৱাৰ কাৰণৰ ওপৰত মই তেওঁক Cross Examination কৰাৰ ইচ্ছা আছিল। কিন্তু ক'লা মেঘৰ সৃষ্টি হৈ বিজুলী ঢেৰেকনি মৰাৰ সম্ভাৱনালৈ লক্ষ্য কৰি কাঠগৰাত থিয় কৰোৱা নহ'ল।

'তুমি বিয়ালৈ নোযোৱা বুলি জানিলে মই সোনকালে গৈ আহিলোহেঁতেন,' মই ক'লো। তিলমানো সময় ব্যয় নকৰি শ্ৰীমতীয়ে তপৰাই উত্তৰ দিলে, 'এতিয়ানো কি পলম হ'ল? ভালহে বিয়াৰ ৰভাঘৰ মানুহেৰে ভৰি থাকিব।' 'এৰা, কথাটো তাতেই। গুৱাহাটীৰ বিয়াবোৰলৈ ছটামান বজালৈকে মানুহ প্ৰায় নাযায়েই। দেওবাৰৰ দুপৰীয়া সময়ত গুৱাহাটীৰ ৰাস্তাবোৰ খালী হৈ থকাৰ দৰে বিয়াঘৰৰ চকীবোৰ খালী হৈ

থাকে। কিন্তু সাতমান বজাৰ পাছত বহিবলৈ চকী নোহোৱা হয়। এটা সময়ত বিয়াৰ ৰভাঘৰখন গৰম কৰি থকা গাখীৰ ওফন্দি অহাৰ দৰে ওফন্দি দেওবাৰে বহা বেলতলাৰ হাটৰ দৰে হৈ পৰে। ভালকৈ বহি কাৰো লগত কথা পতাৰ সুযোগ নিমিলে।' কথাবোৰ শ্ৰীমতীক শুনাই পুনৰ ক'লো, 'মোৰ ড্ৰয়াৰটোৰ পৰা বিয়ালৈ নিয়া এন্‌ভেল'প এটা আনা।'

এন্‌ভেল'পটোৰ পেটত পঞ্চাছটকীয়া নোট এখন ভৰাই ছাৰ্টৰ ওপৰৰ জেপত থ'লো। বিয়াবোৰত আজিকালি সকলোৱে ফুলাম কাগজেৰে মেৰিয়াই চাৰিকোণীয়া টোপোলা একোটা লৈ যায়। সেইবোৰৰ ভিতৰত থাকে কামত নহা বা কামত আহিলেও প্ৰয়োজনতকৈ অধিক উপহাৰ পোৱা কিছুমান বস্তু। লেমন ছেটৰ প্ৰয়োজন যদি আছিল এটাৰ উপহাৰত উঠিব দহটা, ওলোমাই থোৱা ঘড়ীৰ প্ৰয়োজন আছিল যদি দুটাৰ উঠিব পোন্ধৰটা। বিয়াৰ পাছত সেইবোৰ অঙহী-বঙহীক ভগাই দিয়া হয়। আকৌ কিছুমান মানুহে সেই অদৰকাৰী বস্তুবোৰ ৰাখি থয়। আন মানুহৰ বিয়া খাবলৈ গ'লে উপহাৰ হিচাপে তাকে দি থৈ আহে। মই কিন্তু এইবোৰৰ ব্যতিক্ৰম। বিয়াৰ উপহাৰ হিচাপে বেছিভাগ ক্ষেত্ৰতে কিতাপ আৰু নগদ টকা উপহাৰ দিওঁ। যদি মানুহৰ ঘৰৰ আৰ্থিক দিশটো অলপ দুৰ্বল, তেতিয়া টকা আৰু আন ক্ষেত্ৰত কিতাপ একোখন উপহাৰ দিওঁ। আজিৰ

বিয়াখনৰ বাবে টকা পঞ্চাছটা লৈ ওলাইছো। পঞ্চাছ টকা আন কাৰোবাৰ কাৰণে সামান্য ধন হ'লেও মোৰ কাৰণে বহুত টকা। মই এক নম্বৰী চাকৰি কৰা মানুহ।

ব'হাগ মাহত অলপ অলপ গৰম পৰে। পাছে আজিৰ দিনটোত নিচা খাই শুই থকা মানুহৰ দৰে গৰমটোৱে শুই আছে। নাকেৰে ঘোৰ্ঘোৰাই আছে। মাজে মাজে ফটকাৰ পোহৰৰ দৰে বিজুলীৰ চমকনি। বৰষুণ আহিবও পাৰে, নাহিবও পাৰে। শচীন তেণ্ডুলকাৰৰ নিচিনা। শূণ্য ৰাণত আউট হ'বও পাৰে। অথবা চেঞ্চুৰী কোবাবও পাৰে।

ৰাস্তাৰ কিনাৰত থিয় হৈ ৰিক্সা বা ট্ৰেকাৰ জাতীয় বাহনৰ বাবে ৰৈ আছো। নাই, খালী ৰিক্সা এখনো নাই। কিছুপৰ ৰৈ থকাৰ পাছত মই যিফালে যাব খুজিছো সেইমুৱা হৈ খালী ৰি'া এখন ফো-ফোৱাই আহি থকা দেখি হাত দাঙি ক'লো, 'ৰিক্সা ৰিক্সা।' ৰিক্সাৱালাই মোৰ ফালে এবাৰ ঘূৰি চাই ফো-ফোৱাই গুচি গ'ল। সি ইমানেই ব্যস্ত যে 'নাযাও' বুলি কোৱাৰ সময়ো তাৰ নাই। মোৰ ডেকা বয়সটো যদি এতিয়ালৈকে থাকিলেহেঁতেন তেতিয়া মোৰ কৰ্কৰাই উঠা হাতৰ আঙুলিকেইটাৰে তাৰ গালত স্মৃতিৰ পৰশ আঁকি দিলোহেঁতেন।

ট্ৰেকাৰকেইখনমান গৈছে। কিন্তু মানুহবোৰ যেনেকৈ বাদুলী ওলমা দি গৈছে তাত যাঠীৰ ঊৰ্দ্ধ বয়সৰ মানুহৰ স্থান

নাই। ‘নাই, যি হয় হ’ব’, ওপৰলৈ আকাশখনলৈ এবাৰ চাই খোজকঢ়াৰ সিদ্ধান্ত ল’লো। ডেৰ কিলোমিটাৰহে দূৰ।

কুলদা পাঠকৰ ভতিজাকৰ বিয়া। পোন্ধৰ দিনমান আগতে পাঠক দাই ‘যেন তেনে সিদিনা এবাৰ তোমালোকক যেন দেখা পাওঁ’ বুলি বিয়ালৈ নিমন্ত্ৰণ কৰি গৈছে। পাঠকদা ছফুটমান ওখ। বহল বুকু আৰু তেজ গোড়া মুখমণ্ডলেৰে এজন দেখনিয়াৰ মানুহ। বৰ্তমান বাৰ্ধক্য আৰু বেমাৰে তেওঁৰ দেহৰ সেই উজ্জ্বল কান্তি নাইকিয়া কৰিছে।

খোজকাঢ়ি গৈ আছো। লগতে ভাবি আছো শ্ৰীমতীয়ে বিয়ালৈ যাব নোখোজাৰ কাৰণটো। ৰাতিপুৱা যাম বুলি কৈ এতিয়া হঠাৎ যাব নোখোজাৰ কাৰণটো মই ভবাৰ দৰে হ’বও পাৰে। বতৰ। আজিৰ এই বৰষুণ আহো আহো কৰা বতৰটো কাৰণ হ’ব পাৰে। তেওঁৰ গাটো ভালেই আছে আজি। মাজে সময়ে মূৰৰ বিষ একোটা উঠে। আজি মূৰৰ বিষো নাই। শৌচ-প্ৰস্ৰাৱো ভাল। গতিকে, য়িকোনো মূহুৰ্হতে বৰষুণ নামিব পৰা কাৰণটোৰ বাহিৰে আন কাৰণ মই বিচাৰি পোৱা নাই । মোৰ লগত পিঠিয়াপিঠি হ’লেও বেলেগ কথা আছিল।

তিৰোতাসকলে ধুনীয়াকৈ সাজি-কাচি বিয়া খাবলৈ যাওঁতে যদি চুলিখিনিত বা ধুনীয়া মুখখনত কেনেবাকৈ বৰষুণৰ পানী পৰিব লাগিল আৰু সেইবোৰক যদি ৰুমালেৰে

মচিব লগা হয় তেন্তে এক-ডেৰ ঘন্টা ধৰি কৰা চুলিৰ যতন আৰু মুখমণ্ডলত তৰপে তৰপে ঘঁহা প্ৰসাধনিক লেপন সকলোবোৰ অথলে যাব। ৰাজমিস্ত্ৰিয়ে পষ্টাৰ কৰি উঠি ঘোলা দিয়া ওঁৱাল এখনত এঘন্টা পাছতে বৰষুণ পৰিলে যেনেকুৱা হ'ব তেনেকুৱা দেখা যাব। তাতোকৈ ডাঙৰ কথা হ'ল যে বিয়ালৈ বুলি যি যোৰ পাটৰ কাপোৰ পিন্ধাৰ আশা কৰিছিল সেইযোৰত যদি কিবাকৈ বোকা-পানী লাগিব লাগিল তেতিয়া তেওঁলোকে পুত্ৰশোক পোৱাৰ দৰে দুখ পায়। এইবোৰ কথা খোলাচাকৈ শ্ৰীমতীক ক'ব নোৱাৰি। ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ হ'ব পাৰে। সত্য কথা হ'লেও সেইবোৰ গিলি থোৱাই ভাল। বদহজম হ'লেও মোৰেই হ'ব। তেওঁৰ নহয়। গতিকে শ্ৰীমতীৰ কথাবোৰ গিলি থ'লো। লগে লগে উগাৰ এটা মাৰি কুলদা পাঠকৰ কথাবোৰ উলিয়াই ল'লো।

পাঠকদা যেতিয়া মোৰ ওচৰত ঘৰ ভাৰা কৰি আছিল সেই সময়তে তেওঁ নিৰ্মলা বৌক বিয়া কৰাইছিল। বিয়াৰ পাছত পোন্ধৰ বছৰমানলৈ তেওঁলোকৰ সংসাৰত কোনো সতি-সন্ততিয়ে গজালি মেলা নাছিল। তাৰ কাৰণ পুষ্টিহীন বীজ নে অসাৰুৱা মাটি সেই কথা আজিলৈকে মই জনা নাই নাইবা জানিবলৈ আগ্ৰহো কৰা নাই।

মাহেকত এবাৰকৈ চুলি কটোৱা পাঠকদাৰ চুলিবোৰ

দীঘল হ'বলৈ ধৰিলে। চুলিকোছা গলধনত পৰি ভাজ ধৰিলে। ক'লা চুলিকোছাৰ মাজে মাজে ৰূপালী ৰং চৰিল। সদায় খুহুতীয়া কথা কোৱা পাঠকদাৰ মাত-কথাৰ কিন্তু সলনি নহ'ল। আজিও হোৱা নাই।

এদিন পাঠকদাৰ ঘৰত দুটা পাঁচ-ছয় বছৰীয়া ল'ৰাৰ আগমন ঘটিল। সিহঁতে স্কুললৈ অহা-যোৱা কৰিবলৈ ধৰিলে। মোৰ বুজিবলৈ বাকী নাথাকিল যে তেওঁ কোনোবা আপোন মানুহৰ সন্তানক প্ৰতিপালন কৰিছে। পাছত জানিব পাৰিলো যে তেওঁ দুই ভায়েকৰ দুটা ল'ৰাক নিজৰ লগত ৰাখি সিহঁতৰ খোৱা-লোৱা, পঢ়া-শুনাৰ দায়িত্ব লৈছে।

বিয়াৰ দুই-চাৰি বছৰ পাছলৈ দম্পতী এহালে সন্তান নিবিচৰাটো অস্বভাৱিক কথা নহয়। যৌৱনটোত ইজনে সিজনক লিৰিকি বিদাৰি চাব খোজে। চিনেমা হ'ল, ৰেষ্টোৰাঁত সোমাই মন তৃপ্ত কৰিব খোজে। নদীৰ পাৰত, পাৰ্কত অথবা নিৰ্জন ঠাইত বহি মলয়াৰ জুৰ লৈ মনৰ গোপন কক্ষৰ দুৱাৰ মুকলি কৰি ইজনে সিজনৰ প্ৰতিবিম্ব চাব বিচাৰে। কিন্তু বছৰৰ পাছত বছৰ তেনেদৰে চলিব নোখোজে। নতুন আলহীয়ে গৃহ প্ৰৱেশ কৰাৰ আশাত বৈ থাকে। নতুন আলহীক কেন্দ্ৰ কৰি মাক-বাপেক ব্যস্ত হৈ পৰে। জীৱন ৰথৰ চকা ঘূৰে। কেতিয়াবা শুকান ঠাইত, কেতিয়াবা বোকাত। বাৰিষাৰ ধাননি পথাৰৰ দৰে মনবোৰ সেউজীয়া হৈ পৰে। পাঠকদা

আৰু নিৰ্মলা বৌৱেও তেনে কল্পনা নিশ্চয় কৰিছিল। কিন্তু সেয়া তেওঁলোকৰ বাবে সপোন হৈ থাকিল। নিৰ্মলা বৌ লাহে লাহে গহীন হৈ পৰিল। বাহ্যিক দৃষ্টিত পাঠকদাৰ বিশেষ পৰিৱৰ্তন নহ'ল যদিও তেওঁ নামঘৰৰ দুৱাৰে দুৱাৰে কীৰ্তন কৰাত ব্যস্ত হ'বলৈ ধৰিলে। কুলদা পাঠকে তুলি-তালি ডাঙৰ-দীঘল কৰা ভতিজাক এজনৰ আজি বিয়া।

ৰভাঘৰ পাওঁ পাওঁ হৈছো। অলপ সময় বাট বুলিলেই পাই যাম। ফাকুগুৰিৰ দৰে বৰষুণৰ বিন্দু কিছুমান মোৰ গাত পৰাৰ উমান পালো। মূৰ তুলি আকাশখনলৈ এবাৰ চালো। তৰা এটাও চকুত নপৰিল। ক'লা মেঘৰ পাহাৰ এখন পূবৰ পৰা পশ্চিমলৈ দৌৰিছে যেন অনুমান হ'ল।

বিয়া ঘৰ পালো। মানুহ-দুনুহ বেছি নাই। পাঠকদাক ড্ৰয়িংৰুমত বহি থকা দেখিলো। তেওঁৰ কাষত আন দুজন মানুহ। খিৰিকীৰে তেওঁলোকৰ মুখ দুখন ভালকৈ নেদেখি। টেবুলৰ ওপৰত খালী কাপ প্লেট দুযোৰ দেখা গৈছে।

কেইজনমান মানুহে ভাত ৰন্ধা বাচনবোৰ কুঁৱাৰ পাৰলৈ নি ধুৱলৈ ধৰিছে। ৰভাখনৰ এটা কিনাৰত দুজন ল'ৰাই স্ক্ৰীণৰ কাপোৰ টনা-টনি কৰি আছে।

খিৰিকীখনেৰে পাঠকদা আৰু মোৰ চকুৱে চকুৱে পৰিল। 'অ', আহা আহা, কুশল বহাহি', পাঠকদাই ক'লে। মই সোমাই গৈ বহিলো। আন দুজন মানুহৰ মুখ দুখন সম্পূৰ্ণকৈ

দেখা পালো যদিও চিনিব নোৱাৰিলো। দুয়োজনকে চকুৰেদি সম্ভাষণ জনালো। পাঠকদাই আকৌ ক'লে, 'বতৰটোক লৈহে চিন্তা হৈছে। জানো কি কৰে ভগৱন্তই।' হাত দুখন লগ লগাই ওপৰলৈ তুলি প্ৰণাম জনালে। 'হেৰৌ মাইনী, চাহ একাপ লৈ আহ' বুলি কৈ মোক সুধিলে, 'তুমি চাহত চেনি খোৱানে?' স্কুলত মাষ্টৰে অংক বুজাই উঠি 'বুজিলি নে?' বুলি সোধাৰ পাছত বুজি নাপালেও বুজি পোৱা বুলি মূৰ দুপিওৱাৰ দৰে মূৰ দুপিয়াই উত্তৰটো দিলো। ইতিমধ্যে মোৰ মনত বহুতো খেলিমেলি ভাবৰ সৃষ্টি হ'ল। মানুহ দুজন কেতিয়া গ'ল, চাহ কেতিয়া দি গ'ল গমেই নাপালো। 'চাহ খোৱা। ঠাণ্ডা হ'ব'বোলা পাঠকদাৰ কথাত থতমত খালো। মুখত থকা চাধাখিনি পেলাবলৈ বাহিৰলৈ ওলাই গ'লো। ওপৰৰ জেপত থকা ৰঙীণ এন্‌ভেল'পটো লংপেন্টৰ জেপত ভৰালো। 'ছেঃ, কোনোবাই দেখিলেই নেকি বিয়াৰ উপহাৰ বুলি।' কথাষাৰ ভাবি লাজ লাগিল।

পাঠকদাই বহুতো লেকচাৰ দিলে। উঠিব পাৰিলেই মই ৰক্ষা পাও। তেওঁ নেৰে। 'ৰ'বাচোন, যাবা ৰ'বা। ৰাতি হোৱা নাই দিয়া। নহ'লে ভাতকে খাই যোৱা। ভাত হ'বলৈ বেছি দেৰি নাই।'

'নহয় দাদা, মোৰ ঘৰলৈ আলহী এজন আহিছে। ৰাতি থকা আলহী। মই ইয়াত খাই গ'লে তেওঁ বেয়া পাব।

আপুনি বেয়া নাপাব। মই উঠোহে।' মিছাকৈ ক'লো। দাদাই মোক আগবঢ়াই দি ক'লে, 'অহা কালি বিয়ালৈ কিন্তু নহাকৈ নাথাকিবা।'

ৰাতি দহমান বজাত ঘৰ পালো। শ্ৰীমতীয়ে দৰ্জাখন খুলি দি মোক ক'লে, 'ৰাতি দহ বজাই দিলে যে? টেটুলৈকে গিলি আহিছে নেকি?'

'এৰাহে বৰকৈ খালো। চাও পানী এগিলাচ দিয়া।'

'ভালেই হ'ল দিয়ক। ল'ৰাটোৱে বোলে বন্ধুৰ ঘৰত খাই আহিছে। দুপৰীয়াৰ ঠাণ্ডা ভাত দুটামান আছিল। ময়ো সেইকেইটা খালো।'

হামি এটা মাৰি ক'লো, 'হ'ব দিয়া।' মই বিছনাত বাগৰিলো।

এন্‌ভেল'পটো পাছদিনা পুৱা টেবুলৰ ওপৰত পাই শ্ৰীমতীয়ে মোক জগালে, 'হেৰি উঠকচোন। উঠক। যোৱা কালি আপুনি দৰাক উপহাৰ নিদিয়াকৈ আহিল কিয়?'

চকু দুটা মুদি সিটো বাগৰ মাৰি উত্তৰ দিলো, 'বিয়া আজিহে।'



# যামাচাৰ

ৰিণুৱে কলেজৰ পৰা উভতি আহি বেগটো শোৱা বিছনাত দলিয়াই দিলে। বলিয়াৰ দৰে উত্তেজিত হৈ তাই মাকক চিঞৰি চিঞৰি ক'লে, 'দেউতাক ক'বা, মোক এখন কাইনেটিক হোণ্ডা লাগে। নিদিলে মই কলেজ বাদ দিম। চিটিবাছত অহা-যোৱা কৰিব নোৱাৰো। অ' মোৰ শেষ কথা।' কথাকেইযাৰ মাকক শুনোৱাই নহয়- সঁচাকৈয়ে তাই কলেজলৈ যাবলৈ বাদ দিলে।

ৰিণুৰ দেউতাক বীৰেণ বৰুৱাই ৰিণুৰ কথাটো এনেধৰণে ভাবিলে, ৰিণুৰ লগত একেখন কলেজতে পঢ়া বেছিভাগ ছোৱালীয়ে ধনী মানুহৰ ঘৰৰ। সিহঁতবোৰৰ কিছুমানক ড্ৰাইভাৰে গাড়ীৰে অনা-নিয়া কৰে। কিছুমানৰ মাক বা দেউতাকে সেই কাম কৰে। আন কেতবোৰ ছোৱালীয়ে কাইনেটিক হোণ্ডা একোখন চলাই কলেজলৈ অহা-যোৱা কৰে। ৰিণুৰ দৰে চিটিবাছত অহা-যোৱা কৰা ছোৱালীৰ সংখ্যা নিচেই তাকৰ। আঙুলিমূৰত লেখিব পৰা বিধৰ।

জীয়েক ৰিণুৰ কথাটো “দেখাক দেখি পটা মেৰিওৱা’ৰ দৰে হ’ল বুলি বীৰেণ বৰুৱাই ধৰি ল’লে। লগৰ আন আন ছোৱালীয়ে যদি গাড়ী বা স্কুটাৰেৰে কলেজলৈ অহা-যোৱা কৰিব পাৰে তেনেস্থলত তাইকো গাড়ী নহ’লেও স্কুটাৰ এখন লাগে। মূৰত দুই-চাৰিডাল পকা চুলি গজা বীৰেণ বৰুৱাই এইটো কথাও বুজি পালে যে মেট্ৰিকৰ ডেওনা পাৰ হৈ কলেজত প্ৰৱেশ কৰা ল’ৰা-ছোৱালীবোৰে নিজকে পূৰঠ হোৱা বুলি ভাবিলেও মনবোৰ কোমল হৈয়ে থাকে। ৰঙচুৱা পৰা জালী তিয়ঁহৰ দৰে। বাহিৰত পুৰঠ যেন লাগে কিন্তু ভিতৰত কোমল।

বীৰেণ বৰুৱা এজন সাধাৰণ মানুহ। এটা বেচৰকাৰী অফিচত কেৰাণীৰ চাকৰি কৰে। কোনো ওপৰঞ্চি পাওনা তেওঁৰ নাই। মাহেকৰ শেষত পোৱা দৰ্মহাৰ টকাকেইটা, সকলোবোৰ আগধন কটাৰ পাছত, সাপৰ নেগুৰৰ দৰে হয়। ইটো এডভান্স সিটো এডভান্স, ইটো লোন-সিটো লোন লওঁতে লওঁতে মূল দৰ্মহাৰ আধাতকৈয়ো কম টকা পায়। তাৰেই চাৰিজনীয়া পৰিয়ালটোৰ পোহপাল চলে। আনহাতে, একেটা অফিচৰে আন কেতবোৰে দৰ্মহাৰ টকাবোৰ বাহিৰে বাহিৰে বেংকত জমা কৰে। ওপৰঞ্চি টকাৰে তেওঁলোকৰ সংসাৰ দলদোপকৈ চলি থাকে। লাগ বুলিলেই হেজাৰ হেজাৰ টকা খৰচ কৰিব পাৰে। বৰুৱাৰ

দৰে আন কেইজনমান কৰ্মচাৰীয়ে আকৌ মাহটোৰ শেষৰ পিনে দৰ্মহা কোন দিনা পাম পামকৈ আশা কৰি দিন গণি থাকে। অম্বুবাচীৰ নিবৃত্তিৰ দিনাখন খাবলৈ বুলি গছৰ পৰা পাৰি থোৱা কেঁচা কঁঠাল এটা পকিছেনে নাই বুলি প্ৰতিদিনে আঙুলিৰে একোবাৰ হেঁচুকি চোৱাৰ দৰে।

ৰিণুৱে হঠাতে চিটিবাছত নুঠিবলৈ লোৱা সিদ্ধান্তত বৰুৱা বিমোৰত পৰিল। ল'ৰাটোতকৈ তাই পঢ়াত চোকা। তিনিটা বিষয়ত লেটাৰসহ বাসত্তৰ শতাংশ নম্বৰ পাই মেট্ৰিক পাছ কৰিছে। কলেজত বিজ্ঞান শাখাৰ উচ্চতৰ মাধ্যমিকৰ প্ৰথম বাৰ্ষিকত নাম ভৰ্তি কৰিছে। ঘৰৰ পৰা কলেজলৈ চাৰি কিলোমিটাৰ দূৰ। দূৰ হ'লেও অসুবিধা নাই। ঘৰৰ পৰা দুই মিনিটৰ বাট খোজকাঢ়িলেই চিটিবাছ ধৰিব পাৰে। বাছৰ বাবে ৰৈ থাকিব নালাগে। পৰুৱাৰ লানিৰ দৰে এখনৰ পাছত এখনকৈ বাছ দৌৰিয়ে থাকে। তথাপি বাছত ভিৰ কিন্তু নকমে। বহিবলৈ ছিট পোৱাটো দূৰৈৰ কথা বেছিভাগ সময়ত থিয় হৈ থাকিবলৈও সুৰুঙা নাথাকে। সেই ভিৰৰ মাজেদি বাছৰ কণ্ডাক্টৰজনে এটা মূৰৰ পৰা আন মূৰলৈ ভাৰা বিচাৰি অহা-যোৱা কৰে। হেঁচা-ঠেলাত পেছেঞ্জাৰসকলৰ অৱস্থা অম্বুবাচীৰ সময়ত কামাখ্যা মন্দিৰত সমবেত হোৱা ভক্তসকলৰ দৰে হয়।

ৰিণুৱে চিটিবাছত উঠিব নোখোজাৰ সেইটোৱেই

কাৰণ বুলি বীৰেণ বৰুৱাই ভাবিলে। ছোৱালী মানুহ। আগতে চিটিবাছত উঠা অভ্যাস কম। কেতিয়াবা আলহীৰ ঘৰলৈ অথবা আন ক'ৰবালৈ ফুৰিবৰ কাৰণে চিটিবাছেৰে অহা-যোৱা কৰিবলগা লগা হৈছে যদিও প্ৰায়েই দেওবাৰৰ দিনাহে ৰিণুৱে বাছত উঠিছে। সেইদিনা বাছত ভিৰ নাথাকে। অফিচ-কাছাৰী বন্ধ। মানুহবোৰে বজাৰ কৰাত ব্যস্ত। চিটিবাছৰ ভিৰটো সিদিনা মাছ-তৰকাৰীৰ বজাৰত হয়।

ৰিণুক বুজাই-বঢ়াই সন্মত কৰাব লাগিব। বৰুৱাই ভাবিলে। পূৰ্বৰ অভিজ্ঞতা নথকা কামত হাত দিলে প্ৰথম অৱস্থাত অলপ খেলিমেলি লাগিবই। সময়ত ঠিক হৈ যাব। অভ্যস্ত হ'ব লাগিব- শিকিব লাগিব।

পাছ মুহুৰ্ততে বৰুৱাই ভাবিবলৈ ধৰিলে- অৱশ্যে নিজাকৈ কিবা এখন বাহন থাকিলে ভাল। কলেজলৈ সময়মতে অহা-যোৱা কৰাৰ উপৰি টিউচনলৈ অহা-যোৱাটো সুবিধা হয়। চাইকেল এখন কিনি দিব পাৰি। সেইটো সহজ কাম। কিন্তু কলেজ গচকা ল'ৰা-ছোৱালীয়ে আজিকালি চাইকেল নচলায়। লাজ লাগে। সিঁহতৰ মতে মাৰোৱাৰীৰ দোকানত মাল জোখা অথবা বাতৰি কাকত বিলাই ফুৰা মানুহবোৰেহে চাইকেল চলায়।

পালেংখনৰ শিতানত গাৰু এটা ভেজা দি বীৰেণ বৰুৱাই টিভি চাই আছে। বাওঁহাতৰ তলুৱাত সোঁহাতৰ বুঢ়া

আঙুলিটোৰে বান্দৰমাৰ্কা চাধা অলপ আলফুলকৈ পিহি আছে। টিভিটোৰ পৰ্দাত চকু ৰাখি বৰুৱাই কাইনেটিক হোণ্ডা এখনৰ কথা ভাবিছে। এইখনৰ দাম অতি কমেও পঞ্চাশ হেজাৰ টকা হ'ব কিজানি। পঞ্চাশ হাজাৰ টকাৰ সংখ্যাটো বৰুৱাৰ কাৰণে বহুত টকা। একেলগে সিমান টকা বৰুৱাই আজিলৈকে হাতেৰে চুই পোৱা নাই।

পিহি থকা চাধাখিনি দুয়োখন হাতেৰে থপৰিয়াই উঠি দুটা আঙুলিৰে টিপামাৰি ধৰি দাঁতৰ গুৰিত সুমুৱাই থ'লে। কুট্‌কুট্‌কৈ চাধাখিনিয়ে গৰাকীৰ আদেশ পালন কৰাৰ ইংগিত দিছে। তেনে কৰিলে বৰুৱাই তেওঁৰ চিন্তাশক্তিৰ প্ৰৱণতা অলপ বৃদ্ধি হয় বুলি ভাবে। আকৌ কেতিয়াবা চিন্তাক্লিষ্ট মনটোক পাতল কৰে বুলিও ভাবে।

আঁঠু দুটাত ভাঁজ লগাই বহি থকাৰ পৰা বৰুৱাই ভৰি দুখন পোনকৈ পালেংখনত মেলি দিলে। দুয়োখন হাতৰ ওপৰত ভৰ দি কোমৰখন গাৰুটোৰ গাতলগাকৈ ৰাখি পোনহৈ বহাৰ দৰে বহিল। চকুৰ পৰ্দাত টিভিটোৰ নাচ-গান চলি আছে আৰু মনৰ পৰ্দাত এখন বেনাৰৰ দৰে ভাহি আছে- এখন কাইনেটিক, পঞ্চাছ হেজাৰ।

চিনেমাৰ নায়ক নায়িকাহালে গান গাই গাই ইজনে সিজনক খেদাখেদি কৰিছে। কেতিয়াবা নায়কে নায়িকাৰ কঁকালত খামুচি ধৰিছে। কেতিয়াবা নায়িকাই নায়কৰ গলত

ধৰি বিহুঢোলটোৰ দৰে ওলমিছে।

এখন কাইনেটিক? যোৱা পোন্ধৰ বছৰে চাকৰি কৰাৰ পাছতো বৰুৱাই পুৰণি চাইকেলখনকে চলাই আছে। সেইখনৰ ওপৰতে ঘৰ-অফিচ, অফিচ-ঘৰ কৰি আছে। অফিচলৈ ওলাই যাওঁতে চাইকেলখনৰ কেৰিয়াৰত বেগ এখন চেপেটাকৈ লৈ যায়। ঘৰলৈ উভতি আহিবৰ সময়ত চেপেটা বেগখন ফুলি উঠি আগৰ হেণ্ডেলডালত ওলমি আহে। এমোকোৰা হাঁহিৰে বেগখন নাচি আহে। তাৰ ভিতৰত ঘৰখনৰ চাৰিটা প্ৰাণীৰ ক্ষুধা নিবাময় কৰা দ্ৰব্যবোৰ থাকে।

বিশ হাজাৰ টকা বৰুৱাৰ আছে। যোৱা বছৰ এৰিয়াৰৰ টকাখিনি বেংকত ফিক্সড্ কৈ ৰাখিছে। মেচিওৰ্ড হ'বলৈ তিনিমাহ বাকী আছে। সেই টকাখিনিৰে ঘৰটোৰ মজিয়াখন আৰু বেৰৰ বাহিৰ ফালটো প্লাষ্টাৰ কৰাৰ কথা ভাবিছিল। সেই কামবোৰ বাৰু নকৰিলেই তথাপি কাইনেটিকখনৰ দামটো নহয়। আকৌ ত্ৰিশ হাজাৰ টকাৰ প্ৰয়োজন।

নাই, ৰিণুক বুজাব লাগিব। বুজাব লগা কি আছে? তাই বুজন ছোৱালী। তাই বাপেকৰ উপাৰ্জনৰ কথা ভালকৈ জানে। আন ছোৱালীৰ দৰে তাই কেইবাযোৰ কাপোৰ-চেণ্ডেল নিবিচাৰে। মৰমকৈ বৰুৱাই কিবা এটা কিনি আনিলেও তাই কয়, 'কিয় কিনিলা দেউতা? মোৰ আছে

নহয়।' তাই অকল দেখাত ধুনীয়াই নহয় ব্যৱহাৰতো সুন্দৰ। তেনে এজনী ছোৱালীয়ে হঠাতে এখন কাইনেটিক দাবী কৰিলে?

মুখত জমা হৈ থকা পিক্‌খিনি খিৰিকীৰে থুৱাই দি বৰুৱাই মূৰ শিতানৰ পৰা গাৰুটো বুকু আৰু পেটৰ সংলগ্ন ঠাইখিনিৰে হেঁচি ধৰি এখন হাতৰ ওপৰত মূৰটো থৈ এখন ভৰিৰ ওপৰত আনখন তুলি দি কাতি হৈ শোৱাৰ দৰে কৰিলে।

টিভি চলি আছে- আই পি এলৰ বিজ্ঞাপন। মানে গৰ্ভনিৰোধক বড়ি। বৰুৱাৰ ঘৈণীকেৰ সেইবোৰৰ প্ৰয়োজন নাই। ল'ৰাটোৰ জন্মৰ সময়তে ঘৈণীয়েকৰ টিউবেক্‌টমীও কৰি পেলোৱা হৈছে। ৰিণুৰ জন্মৰ সময়তে কামটো কৰাৰ কথা বৰুৱাই ভাবিছিল। ল'ৰাই হওক বা ছোৱালীয়ে হওক এটাই যথেষ্ট । কিন্তু ঘৈণীয়েকৰ অসহায় চাৱনিটো বৰুৱাৰ বেয়া লাগিল। পুত্ৰ সন্তান এটা গৰ্ভত ধাৰণ কৰিব পাৰিলে ঘৈণীয়েকৰ অপূৰ্ণতাখিনিৰ যেন অন্ত পৰিব। নহ'লে যেন অংক এটা কৰি উত্তৰ নিলিখাৰ দৰে হ'ব।

এইবাৰ টিভিত আৰম্ভ হ'ল নাচ। নাচ মানে গাভৰু ছোৱালীৰ অৰ্ধ উলংগ দেহ প্ৰদৰ্শন। বেকগ্ৰাউণ্ডত কাণ তালমৰা বেসুৰা গান। গানৰ তালে তালে কামোদ্দীপক নাচ। পঞ্চাশৰ সীমাৰেখাডাল যোৱা বছৰ অতিক্ৰম কৰিছে যদিও

অকলে অকলে নাচ চাই বৰুৱাই বেয়া পোৱা নাই। তাৰ অৰ্থ হ'ল - আন মানুহৰ আগত বেয়া বুলি কোৱা কামবোৰ আনে নজনাকৈ ভিতৰি ভিতৰি কৰি ভাল লাগে। চৈধ্য-পোন্ধৰ বছৰ বয়সৰ ল'ৰা-ছোৱালীৰ পৰা সত্তৰ বছৰীয়া বৃদ্ধ-বৃদ্ধাৰো তেনে নাচ ভাল লাগে। কিন্তু অকলে। পৰিয়ালৰ লগত একেলগে ভাল নালাগে। নালাগে নহয় নোৱাৰি।

এয়া জীৱন বীমাৰ বিজ্ঞাপন- ভৱিষ্য জীৱন বীমা। প্ৰিমিয়াম কম- সুবিধা বেছি। দহ বছৰ বয়সৰ পৰা পঁয়ষষ্ঠী বছৰৰ মানুহক সামৰি লোৱা হৈছে। ভৱিষ্য জীৱনৰ বিজ্ঞাপনটোৱে বৰুৱাক তেওঁৰ চাকৰিৰ ভৱিষ্য নিধি (প্ৰ'ভিডেন্ট ফাণ্ড) ৰ কথা মনলৈ আনিলে। টিভি বন্ধ হৈ গ'ল। কাৰেন্ট নাই।

এৰা বৰুৱাৰ প্ৰ'ভিডেন্ট ফাণ্ডৰ পৰা লোন লোৱা ডেৰ বছৰমান হৈ গ'ল। প্ৰ'ভিডেন্ট ফাণ্ডৰ লোন এবছৰৰ মূৰে মূৰে ল'ব পাৰি। সেই ব্যৱস্থাটো তেওঁলোকৰ অফিচত আছে। আকৌ নতুনকৈ লোন বিচাৰিলে বিশ হাজাৰমান পাব লাগে। বৰুৱাৰ মনটো পাতল আৰু ফৰকাল যেন লাগিল। বিশ হাজাৰ জমা টকা আৰু বিশ হাজাৰ লোন- চল্লিশ হাজাৰ টকা বৰুৱাই গোটাব পৰা সাহস এটা পালে। কাইনেটিকখনৰ মূল্য যদি পঞ্চাশ হাজাৰ টকা হয় বাকী দহ হাজাৰহে। হৈ যাব। আদাবাৰীৰ পৰা নলবাৰীলৈ যোৱা পথত ঘগ্ৰাপাৰ

পোৱা যেন কথা। নলবাৰীলৈ মাত্ৰ সাত আঠ কিলোমিটাৰৰ বাট। এই গৈ পাম- পালোৱেই, তেনে এটা অৱস্থা। ক্ৰেডিট এণ্ড থ্ৰিফট্ ছ'চাইটিৰ পৰা সাত আঠ হাজাৰ মান পোৱা যাব। দৰকাৰ হ'লে কৈলাশৰ দোকানৰ পৰা দুই-এমাহ উঠনাকৈ বস্তু আনিব।

চাহ একাপ লৈ ঘৈণীয়েক বৰুৱাৰ কোঠাত সোমাল। 'থৰ হৈ কি ভাবি আছে?' ঘৈণীয়েকৰ মাতত বৰুৱাৰ তন্ময়তা আঁতৰি গ'ল।

আগৰ দৰে গাৰুটো পালেঙত ভেজা দি বৰুৱা পোন হৈ বহিল। চাহৰ কাপত শোহা এটা মাৰি ঘৈণীয়েকক সুধিলে, 'ৰিণুৱে কেইদিন কলেজলৈ যোৱা নাই?'

'আজি দেওবাৰ। যোৱা বৃহস্পতিবাৰৰ পৰা যোৱা নাই।'- অলপ ভাবি ঘৈণীয়েকে ক'লে।

'তাই এতিয়া ক'লৈ গৈছে?'

'তাইৰ বান্ধৱী জোনালীৰ ঘৰলৈ গৈছে।'

'তাই চিটিবাছত উঠিব নোখোজাৰ কাৰণটো কি? তোমাক কি কৈছে?'

'আপোনাক নাই কোৱা নেকি?'

'উহু। মই ভাবিছো যে চিটিবাছৰ হেঁচা-থেলাবোৰ তাই বেয়া পায়।'

'সেইটোতো হয়েই। তদুপৰি......'

‘তদুপৰি কি ?’

‘বাছত কিছুমান মানুহে বোলে তাইক অশালীন ব্যৱহাৰ কৰে।’

ঘৈণীয়েকৰ কথাত দাইলত তেলনি মাৰিবলৈ কেৰাহীত গৰম কৰা তেলৰ দৰে বৰুৱাৰ মূৰটো গৰম হৈ গ’ল।

‘কি ক’লা ? তাই প্ৰতিবাদ নকৰে কিয়। চিঞৰ-বাখৰ নলগায় কিয় ? বাছৰ আন মানুহে তেনে অসৎ মানুহক সুদাই নেৰে নহয়।’

‘কথাটো ৰিণুৱেও ভাবিছিল।’- ঘৈণীয়েকে ক’লে।

‘ভাবিছিল যদি মনে মনে আছিল কিয় ?’

‘তাইক আমনি কৰা মানুহবোৰ বোলে আপোনাতকৈও বয়সত ডাঙৰ। সেয়ে লাজতে তাই মনে মনে আছিল।’

গৰম তেলত তেলনি মৰা দাইলৰ আঞ্জাখনে বিক্ষোভৰ ধোৱা বিস্ফোৰিত কৰি কেৰাহীটোৰ চাৰিওকাষে ছিটিকি পৰাৰ দৰে বৰুৱাৰ সমগ্ৰ সত্তা বিক্ষোভত কঁপিবলৈ ধৰিলে।



# ভিনিদেউ ঘৰত আছেনে

ৰাতিপুৱা সাৰপাই উঠি অৰুণে বিছনাখনত বহিলৈ দুয়োখন হাত লগ লগাই এঙামুৰি দি ৰাতিটোৱে থৈ যোৱা শৰীৰৰ জঠৰতাবোৰ আঁতৰাবলৈ ধৰিলে। ইতিমধ্যে অমলাই আঁঠুৱাখন কোচাই জাপি থৈছে। খিৰিকীখন খুলি দিছে। টোপনিত থকা অৰুণক নজগাই ইলেকট্ৰিক লাইনৰ প্লাগটোত অল-আউট্‌টো সোমাই থৈ ৰাতি সামৰি থোৱা বাচন-বৰ্তনবোৰ ধুইছে। ঘৰটো সাৰি উঠি বাথৰুমত সোমাইছে। খোলা খিৰিকীখনেৰে ফুলৰ ধুনীয়া গোন্ধ এটা অৰুণৰ নাকত লাগিল। এহাল শালিকাই ৰংমনেৰে ঘাঁহনিডৰাত পোক-পৰুৱা বিচাৰিছে। দূৰৈত কঁহুৱাকোমল মেঘবোৰ নীলা আকাশখনৰ তলত যেন এখন ৰঙৰ মেলা পাতিছে।

যোৱা ৰাতিৰ ঘটনাটো অৰুণৰ মনলৈ আহিল। প্ৰথমতে অন্তৰত আৰু পাছত মুখেৰে হাঁহি এটা তাৰ ওলাই গ'ল। ঢেক ঢেককৈ সি হাঁহিবলৈ ধৰিলে।

বাতৰি কাকতখন পঢ়ি থাকোতে অমলাই চাহ একাপ আৰু লগতে নীতুৰ দোকানৰ পৰা কিনি অনা

খুৰমা দুটুকুৰামান প্লেটত লৈ ওচৰত থিয় দিলে। অৰুণে কিছুপৰ অমলাৰ মুখলৈ চাই থাকিল। তাই গামোচা এখনেৰে তিওৱা চুলিকোচা মেৰাই ৰাখিছে। অমলাৰ কপালত পুৱাৰ বেলিটোৰ দৰে এটা ৰঙা ফোট। কপালৰ চুলিৰ গুৰিত দিয়াচলাইৰ কাঠি এডালেৰে চিহ্নিত কৰা এটা ৰঙা আঁচ। অমলাৰ চকুলৈ চাই চাই অৰুণে যোৱাকালি ৰাতিৰ কথাটো এনেদৰে ক'লে, 'ভিনদেউ ঘৰত আছেনে?' অমলাৰ হাঁহি উঠি গ'ল। অৰুণেও হো-হোৱাই হাঁহিবলৈ ধৰিলে।

গুৱাহাটীৰ ওচৰতে অৰুণহঁতৰ ঘৰখন। চাদৰখনৰ তলতে মেখেলাখনৰ পাতলিটোৰ দৰে ওচৰ। মাক-দেউতাক, ককায়েক-বৌৱেক আৰু সৰু ভনীয়েক এজনীৰ সৈতে এখন ভৰা ঘৰ। অৰুণে গুৱাহাটীত চাকৰি কৰে। যোৱা বছৰ তাৰো বিয়াখন পাতি দিছে গাঁৱৰে ছোৱালী অমলাৰ লগত। বৰ্তমান সিহঁত দুটা গুৱাহাটীত ভাৰাঘৰত থাকে।

বিয়াৰ আগতে ঘৰৰ পৰা সি অফিচলৈ অহা-যোৱা কৰিছিল। বাছেৰে ৪০-৪৫ মিনিট লাগে। ট্ৰেইনৰ সুবিধাও আছে। মাহেকীয়া হিচাপত ট্ৰেইনৰ টিকট কিনি ল'লে অহা-যোৱাত খৰচ নপৰে বুলি ক'বও পাৰি। যি সামান্য ৰেলভাৰা হয় সেইখিনি এমাহৰ তামোল খোৱা খৰচ। অৰুণৰ লগৰ আন কিছুমানেও গুৱাহাটীত চাকৰি কৰে। তেওঁলোকে

ঘৰৰ পৰাই অহা-যোৱা কৰে। বিয়াৰ আগলৈকে অৰুণেও তেনেকৈ চলিছিল। বিয়াৰ পাছৰ পৰা গুৱাহাটীয়া হ'ল।

অৰুণহঁতৰ গাওঁখনত কেইবছৰমানৰ ভিতৰত শিলগুটি দিয়া ৰাস্তাৰ পৰা গৈ পকী ৰাস্তা হৈছে। তাত বিজুলী বাতিৰ পোহৰ পৰিছে। সেই পৰিমাণে কিন্তু শিক্ষাৰ পোহৰ পৰা নাই। স্কুলঘৰ আছে, শিক্ষক-শিক্ষয়ত্ৰী আছে, ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও কম নহয়। কিন্তু সকলোবোৰ খোলাকটিৰ তাল। এক চতুৰ্থাংশ ছাত্ৰ-ছাত্ৰীয়েহে মেট্ৰিকৰ ৰালখন পাৰ হ'বলৈ সক্ষম হয়। তাৰ মাজৰ পৰা দুই এজনেহে উচ্চ শিক্ষাৰ গছ বগাবলৈ সক্ষম হয়। অৰুণৰ ঘৰখনতো সিয়েই কেৱল বি এ পাছ। মাক-দেউতাকে স্কুল গচকি পোৱা নাই। ককায়েকেও অষ্টমমানতে একেৰাহে কেইবছৰমান অধ্যয়ন কৰাৰ পাছত বিদ্যা সম্পূৰ্ণ কৰি সৰু-সুৰা ব্যৱসায়ত মগ্ন হ'ল।

অমলাও বি এ পাছ। বিয়াৰ দুমাহ পাছতে শহুৰেকৰ ঘৰখন অমলাৰ তিয়হৰ গুৰিডোখৰৰ দৰে তিতা লগা হ'ল। শাহুৱেকে কয়- বৰজনাৰ আগত, শহুৰ- শাহুৰ আগত মূৰৰ ওৰণিখন টানি মুখখন ঢাকি ল'ব লাগে। পাইখানালৈ গ'লে মূৰৰ চুলি তিয়াই গা ধুব লাগে। দিনৰ ভাগত শুব নালাগে। এনেবোৰ কথা অমলাই সহ্য কৰিব নোৱাৰি, তাৰ প্ৰতিক্ৰিয়া ৰূপে ৰাতি বিছনাত আঁঠুৱাৰ ভিতৰত অমলাই অৰুণৰ

কাণত প্ৰতিবাদৰ মৃদু গুঞ্জন আৰম্ভ কৰিলে। একেটা বেসুৰা সুৰ শুনি শুনিওঁ শেষত গান এটা ভাল লগা হৈ যোৱাৰ দৰে অমলাৰ কাৰ্টেইন লেকচাৰত অৰুণৰ মনৰ বৰফৰ পাহাৰখন গলিবলৈ ধৰিলে। একেটা সুৰেৰে ৰাগ টানিলে। ঘৰৰ পৰা ওলাই আহি স্বপ্নপুৰী গুৱাহাটীৰ ভাৰাঘৰত আশ্ৰয় ল'লে।

অমলাই ভবা ধৰণে গুৱাহাটীত থাকি তাই সুখী হোৱাৰে কথা। তাত শাহু-শহুৰৰ শাসন নাই । বিছাল, বিগবাজাৰ, চোহাম ছপিৰ দৰে ডাঙৰ ডাঙৰ দোকান আছে। সেইবোৰত ঘূৰি ফুৰিব পাৰি। মন পচন্দৰ বস্তু কিনিব পাৰি। চিনেমা চাব পাৰি। মন গ'লে হোটেলত গৈ খাই আহিব পাৰি। গাঁৱত শাহুৱেকে মেখেলাচাদৰ পিন্ধিবলৈ দিছিল। গুৱাহাটীত শ্বেলোৱাৰ, জিনছ্ পিন্ধিব পাৰি। গাঁৱত কামেই কাম। ইয়াত কাম তেনেকৈ কৰিব নালাগে। টিভিত ছিৰিয়েল চাই বহি থাকিব পাৰি। গাঁৱত একোখন সমাজ আছে। সেই সমাজখনক সমীহ কৰি চলিব লাগে। কিন্তু গুৱাহাটীত সেইবোৰ নাই। যাৰ যি মন যায় তাকে কৰিব পাৰে। এইবোৰ কাৰণত অমলাৰ মনত গুৱাহাটীখনেই একমাত্ৰ সুখৰ ঠাই। এখন ৰম্যপুৰী। স্বৰ্গৰ মন্দাকিনী।

এদিন অৰুণে গাঁৱৰ পৰা খবৰ এটা পালে। মাকৰ অসুখ হৈ আছে। তাৰ মনটো বেয়া লাগিল। মাকৰ ওচৰলৈ তাৰ মনটো উৰা মাৰিলে। ইমান দিনে মাকৰ পৰা আঁতৰত

থাকি এতিয়াহে সি মাকৰ মৰমবোৰ অনুভৱ কৰিছে। কিমান যে কষ্ট নকৰে মাকবোৰে। নিজৰ সন্তানৰ কাৰণে নিজে নাখায়ো সন্তানক খুৱায়। ঘৰৰ পৰা আহোঁতে মাকে নিজ হাতেৰে বনোৱা নাৰিকলৰ লাৰু কেইগণ্ডামান, গুৰাসান্দহৰ টেমা এটা আৰু জহা চাউলৰ সৰু বেগ এখন অৰুণৰ হাতত তুলি দিছিল।

‘তুমিও ওলোৱা। ৰাতিটো ঘৰত থাকি পুৱা ঘূৰি আহিম।’ অৰুণে অমলাক ক’লে। তেনেধৰণে কথা এষাৰ অৰুণে ক’ব বুলি অমলাই আগতেই ভাবিছিল। উত্তৰত অমলাই ক’লে ‘এইবাৰ তুমিয়ে গৈ আহাচোন। পাছে পৰেও মই যাব পাৰিম।’ অৰুণে তাইক জোৰ নকৰিলে। মাথোন ক’লে, ‘তেনেহ’লে অফিচৰ পৰা বাহিৰে বাহিৰে মই ঘৰলৈ যাম।’

সন্ধিয়াৰ পৰত বাছত গৈ থাকোতে অৰুণে ভাবিবলৈ ধৰিলে- পোনপ্ৰথমবাৰৰ কাৰণে অমলাই ভাৰাঘৰটোত অকলে থাকিব। ভয় কৰিব নেকি? কিবা অসুবিধা পাব নেকি? পাৰিব। কিয় নোৱাৰিব। একেটা চৌহদতে ঘৰৰ মালিকহঁতো থাকে। পিছে মালিক দুৰ্গেশ্বৰ বায়নৰ ডাঙৰ ল’ৰা উমানন্দ অলপ লটৰ-পটৰ স্বভাৱৰ। পঢ়া শুনা নাই। ৰাতি বাৰ বজাত ঘৰ সোমায়। ছোৱালীৰ কেলেংকাৰিত এবাৰ পুলিচে তাক থানাতো ভৰাই থৈছিল। তাক কেন্দ্ৰ কৰি

ঘৰখনত মাজে সময়ে অশান্তিৰ ধুমুহা একোজাক বোৱাৰ উপক্ৰম হয়। মাক-বাপেকৰ মাজত যুদ্ধৰ আখৰা চলে। বায়নৰ মতে ঘৈণীয়েকৰ অনুশাসন কঢ়া নোহোৱা কাৰণে ল'ৰাৰ উদ্ভাণ্ডালি বাঢ়ি গৈছে। ঘৈণীয়েকৰ কথা, 'আগৰহাল যিফালে যায় পাছৰহালো তাৰ পিছে পিছে যায়। বাপেকৰ কুঅভ্যাস ল'ৰাই গ্ৰহণ কৰিছে।...... এতিয়া ক'বলৈ আহিছে, মইহে তাক বেয়া কৰিলো।' দুৰ্গেশ্বৰ বায়নে ঘৰতে ৰাতি এটুপি ধৰে। সেই বুলি হাই হাল্লা নকৰে। 'বাপেকক দেখি দেখি পুতেকেও বাহিৰত মুতনিসোপা গিলি আহে।'- বায়নৰ ঘৈণীয়েকে কয়।

আহিবৰ সময়ত অমলাক এটা কথা কৈ অহা নহ'ল- অৰুণে ভাবিলে। ৰাতি অকলে থাকি বেয়া লাগিলে মালিকৰ ছোৱালী মল্লিকাক লগত ৰখাৰ কথাটো। সেইটো কৈ দিবলগীয়া কথাও নহয়। প্ৰতিজন মানুহেই বুজে নিজৰ অন্তৰত কাৰ কিমান সাহস আছে। তিৰোতা মানুহেও মহাকাশত বিচৰণ কৰিছে। মল্লবীৰ একোজনেও সামান্য মকৰা এটা দেখিলে ভয়তে কুঁচি-মুচি দিয়ে।

ৰাতিটো অৰুণে গাঁৱত থাকিল। মাক বিছনাত শুই আছিল। মাকৰ বিছনাত সি ৰাতি বহু পৰলৈ বহি থাকিল। মতিউৰ ডাক্তৰে চিকিৎসা কৰি আছে। আগতকৈ পেটৰ বিষটো কিছু পৰিমাণে কমিছে। আৰাম পোৱাৰ পাছত

ডাক্তৰে পেটৰ এক্সৰে এটা কৰিবলৈ দিছে। বহুসময়লৈকে মাকে অৰুণক মতা নাছিল। মাকৰ অভিমান। পুত্ৰক ওচৰত নোপোৱাত মাতৃৰ অভিমান। এটা সময়ত অভিমানৰ পাৰ ভাঙি মাকৰ অন্তৰৰ পৰা চেনেহৰ ঢল বাগৰি গ'ল। হাজাৰ হওক নিজৰ পেটৰ পোৱালি। মাকৰ শৰীৰৰ তেজ তাৰ শিৰা উপ-শিৰাই প্ৰৱাহিত হৈ আছে। সন্তানৰ ওপৰত মাকৰ সমগ্ৰ সত্তা অন্তৰ্নিৰ্হিত হৈ থাকে। তেনে অৱস্থাত বেলেগ ফৈদৰ ছোৱালী এজনীয়ে ল'ৰাজনৰ হৃদয়ৰ পৰা মাকৰ ছবিখন মচি দিলে মাকৰ কলিজাত হাহাকাৰৰ ৰোল উঠে। অভিমানে আগুৰি ধৰে। চকুলো বাগৰে।

পুৱা বৌৱেকে ৰান্ধি দিয়া ভাতকেইটা খাই নটামান বজাত অৰুণে গুৱাহাটীমুৱা বাছ ধৰিলে। অমলাৰ খবৰ এটা ল'ব খোজোতে তাৰ মনত পৰিল যে মোবাইলটো সি তাইক দি আহিছে। কোনো কথা নাই। অফিচৰ ফোনৰ পৰা অলপ পাছতে অমলাৰ খবৰ ল'ব পাৰিব।

শৰাইঘাট দলং পাওঁ পাওঁ হৈছে। আধা ঘন্টামানৰ ভিতৰতে সি অফিচ গৈ পাব। অমলাৰ কথা তাৰ মনত লাগি থাকিল। অমলাক সি ভালপাই বিয়া কৰোৱা নাই। মাক-দেউতাকে চাই মেলি পচন্দ কৰিছিল। তাৰো পচন্দ হৈছিল। অমলাৰ শৰীৰত মতামানুহে বিচৰা প্ৰয়োজনীয় মঙহবোৰ আছে। প্ৰতিটো অংগতে যৌৱনৰ চিকমিকনি উজলি উঠিছে।

তাইৰ শৰীৰৰ বৰ্ণমালাবোৰ পঢ়ি অৰুণৰ চকু দুটাই হাঁহে। অন্তৰখন নাচি থাকে। কিন্তু এটা কথাত তাৰ মনটো মাজে মাজে খজুৱাই থাকে। মাকে বা বৌৱেকে মুখত লগাকৈ ভাত-চাহ যেনেদৰে বনাব পাৰে অমলাৰ সেই কৌশল নাই। পদিনাৰ পাত তেতেলী টেঙাৰ সৈতে নিমখ জলকীয়া দি পটাত বটি কাঁহীখনৰ কাষত দিলে মাছ-মাংস নাথাকিলেও ভাতকেইটা তৃপ্তিৰে খাব পাৰি। মাক-বৌৱেকহঁতে তেনেকৈ দিয়ে। সেই একে পদিনাৰ পাতকেইটা অমলাই মিক্সি'ত ঘূৰাই খাবলৈ দিলে পটাত বটা সোৱাদটো পোৱা নাযায়। অৰুণে পটা-পটাগুটি কিনিছে। সেইবোৰ কিট্চেনৰ চুক এটাত পৰি আছে।

ফোনত ৰিং হৈ আছে। অমলাই ৰিচিভ কৰা নাই। কি হ'ল ? দেৰিলৈকে শুই আছে নেকি ? হ'বও পাৰে। অথবা বাথৰুমত থাকিবও পাৰে। পাছত এবাৰ ফোন কৰিম বুলি সি অফিচৰ কামত ব্যস্ত হৈ পৰিল। ঢেৰ কাম। সি কাম কৰা বিভাগটোৰ পৰা তিনি বছৰৰ ভিতৰত চাৰিজনে অৱসৰ পালে। এতিয়া অৰুণক লৈ যি তিনিজন কৰ্মচাৰী আছে তেওঁলোকে সকলো কাম কৰিব লাগে। নতুন এপইন্টমেন্ট নাই। গতিকে, গৰুখটা দিব লাগে। চাহ দি ফুৰা ল'ৰাটোৱে ৰঙা চাহ একাপ দি গ'ল। চাহত চুমুক দি অৰুণে আকৌ ফোনটো দাঙি ল'লে।

এইবাৰো মাথোঁ ৰিং হৈয়েই আছে। ৰিচিভ কৰা নাই। আকৌ এবাৰ ট্ৰাই কৰিলে। একেই অৱস্থা। অৰুণে অলপ চিন্তা কৰিলে। হয়তো মল্লিকাক ৰাতি লগত ৰাখিছিল। তায়ো এইবাৰ বি এ ফাইনেল দিব। কথা পাতোতে চাগে ভালেমান ৰাতি হ'ল। সেই কাৰণে শুই আছে। হ'লেও এতিয়া বাৰটা বজালৈ শুবনে? মোবাইলৰ ৰিংটোনত নিশ্চয় সাৰ পাব লাগিছিল। নাইবা এনেকুৱাও হ'ব পাৰে যে কথা পাতোতে অমলা আৰু মল্লিকাৰ ৰাতি পুৱাই গ'ল। পুৱা গা-পা ধুই চাহ একাপ খাই ভালকৈ শুইছে। আধাঘন্টামানৰ মূৰত অৰুণে আকৌ এবাৰ ফোন কৰিলে। কিছুবেলিৰ মূৰত 'হেল্ল' শব্দটো তাৰ কাণত লাগিল। সি ক'লে, 'অমলা, মই বহুবাৰ ট্ৰাই কৰি আছিলো। ৰিচিভ কৰা নাই যে? গা বেয়া নেকি? হেল্ল অমলা শুনিছানে?' থোকা-থুকি মাতেৰে সিফালৰ পৰা অমলাই ক'লে, 'হ'ব-হ'ব। মোৰ খবৰ নাৰাখিলেও হ'ব।' লাইনটো কাটি দিলে।

অমলাই কান্দিছে? কিয়? কি কাৰণ? অৰুণৰ চিন্তাটো গধুৰ হ'ল। অমলাৰ কাকয়েক এজনক মুম্বাইলৈ নিয়া হৈছিল। ডিঙিৰ কেন্সাৰ। তেওঁৰ বেয়া খবৰ নিশ্চয় নহয়। তেনে কিবা হ'লে অমলাই তেনেকৈ অভিমান ভৰা উত্তৰ এটা নিদিলেহেঁতেন। অমলাৰ কথাকেইযাৰে অৰুণৰ ওপৰত খং বা অভিমানৰ কথাকে সূচায়। উমানন্দই কিবা

বেয়া ব্যৱহাৰ কৰিলে নেকি? হ’বও পাৰে ৰাতি নিচাৰ কোবত কি কৰে একো ঠিক নাই। কিন্তু তাৰ মাকে সি ঘৰ নোপোৱালৈকে সদায় সাৰে থাকে। সি ভাত খাই বিছনাত পৰাৰ পাছতে গেটত তলা মাৰি তেওঁ বিছনাত উঠে। অৰুণে সেইবোৰ কথা জানে। তেনেহ’লে কি হ’ব পাৰে? চাৰিটা বজালৈ অৰুণে অফিচত উচপিচ কৰি থাকিল।

চাৰে পাঁচটামান বজাত অৰুণে ঘৰ আহি পালে। দুৱাৰ-খিৰিকী সকলো বন্ধ। এনে সময়ত ঘৰৰ আগে পিছে লাইট জ্বলাই লৈ অমলাই টিভিটোৰ আগত বহি থাকে। লাইটো জ্বলা নাই। দুৱাৰখন হাতেৰে ঠেলি চালে। কেৰেচকৈ এটা শব্দ তুলি দুৱাৰখন খোলা খালে। অৰুণে ভিতৰলৈ সিহঁত শোৱা বিছনাৰ ওচৰলৈ সোমাই গ’ল। অমলাই ওপৰমুৱাকৈ চিলিংখনলৈ একেথৰে চাই আছে। চকুহাল সামান্য ফুলি আছে। চুলিকোছা বোধকৰো ফণীওৱা নাই। আউলি হৈ আছে। কপালৰ ফোটটো মচা খাই গৈছে। অৰুণ আহি যে তাইৰ কাষত থিয় দিছে, সেই কথা জানিও তাৰ পিনে ঘূৰি চোৱা নাই।

‘অমলা, কি হৈছে তোমাৰ?’ মৰমেৰে অৰুণে অমলাৰ মূৰত হাতখন থ’লে। তাই তাৰ হাতখন জোৰেৰে আঁতৰাই দি এইবাৰ একেথৰে অৰুণৰ চকুলৈ চাই থাকিল। অৰুণৰ চকুৰ পৰ্দাৰ আঁৰত অমলাই কিবা এটা লুকাই থকা

যেন পালে। অথচ সেই দুটা চকুৱে আৱেগ ভৰা মৰমৰ ৰশ্মিও প্ৰতিফলিত কৰিছে। অমলাৰ দুচকুৰ পৰা নীৰৱে দুধাৰি লোতক নিগৰি আহিল। অৰুণে সেইখিনি মচি দিবলৈ হাত এখন আগবঢ়োৱাৰ লগে লগে তাই প্ৰায় চিঞৰাৰ দৰে ক'লে, 'নুচুৱা মোক। আগতে জনা হ'লে....।' তাই ভাগি পৰিল। ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। 'আৰে ভাই, কোৱানা! ক'লেহে মই জানিম' - সমানে জোৰ দি অৰুণে ক'লে। এইবাৰ তাই চকুৰ পানী, নাকৰ পানী চাদৰখনেৰে মচি বিছনাত বহিল। ক'লে, 'আগতে তুমি যদি আন এজনীক বিয়া কৰাইছিলা মোক কিয় ফাঁকি দিছিলা। মোৰ জীৱনটোত কিয় জুই লগালা? কি দোষ কৰিছিলো মই?'

অমলাৰ কথাত স্তম্ভিত হৈ অৰুণে কিছুপৰ তাইৰ চকুলৈ চাই থাকি পাছত মিচিকিয়া হাঁহি এটা মাৰি ক'লে, 'তুমি ৰাতি অকলে শুই শুই এইবোৰ সপোন দেখি আছা নেকি?' মৰম কৰি অমলাৰ হাত এখনত ধৰিব খোজতে তাই ফেঁটী সাপৰ দৰে ফেট তুলি ক'লে, 'হৈছে হৈছে। লেৰেলা সাদৰৰ অভিনয় মোক আৰু দেখুৱাব নালাগে। পুৱাই মই মাৰ ঘৰলৈ গুচি যাম। তুমি আগৰজনীক আৰু সেইজনীৰ ভনীয়েকক লৈ থাকা।'

অৰুণে সজোৰে অমলাৰ দুয়োখন হাতত ধৰি পুলিচে চোৰৰ মুখেদি সঁচা কথা উলিওৱাৰ চেষ্টা কৰাৰ দৰে ক'লে,

'সঁচা কথা কোৱা। কি হৈছে তোমাৰ?' অমলায়ো বলিষ্ঠ ভাষাৰেই উত্তৰ দিলে, 'তোমাৰ আগৰজনী ঘৈণীয়েৰাৰ ভনীয়েকে তোমালৈ ফোন কৰিছিল।'

'কি কৈছিল?'

'মই গোলাঘাটৰ পৰা কৈছো। অৰুণ নাথৰ আগৰজনী ঘৈণীয়েকেৰ মই ভনীয়েক। ভিনদেউ ঘৰত আছেনে?'

'নাই। কিয়?'

'আহিলে, তেওঁক ক'ব- অহাকালি ভিনদেউ আৰু মই শ্বিলঙলৈ যোৱা প্ৰগ্ৰেমটো কেঞ্চেল কৰিলো। তেওঁক মোলৈ ফোন কৰিবলৈ দিব।'

কথাবোৰ শুনি অৰুণ অবাক হ'ল। হিন্দী চিনেমাৰ দৰে ৰহস্য থকা কথাবোৰৰ অন্তৰালত কি থাকিব পাৰে? 'চাওঁ, মোবাইলটো মোক দিয়া' বুলি কলে যদিও সেইটো সি নিজে বুটলি লৈ received calls ৰ ফাইলত বিচাৰি নম্বৰ এটা উলিয়ালে। 'ৰাতি আঠটা চৈধ্য মিনিটত ফোন কৰিছিল নেকি?'' সি মুখৰ পিনে নোচোৱাকৈ অমলাক সুধিলে। তেনেকুৱা সময়তে ফোন কৰিছিল বুলি অমলাই জনালে। নম্বৰটো টিপি অৰুণে ডায়েল কৰিলে। কেইবাৰমান ৰিং হোৱাৰ পাছত -

'হেল্ল।' ছোৱালীৰ কণ্ঠস্বৰ ভাহি আহি অৰুণৰ কাণত সোমাল।

‘এইটো গোলাঘাটৰ নম্বৰ নেকি?’

‘অ’ হয়। কাক বিচাৰিছে।’

‘যোৱা কালি ৰাতি আঠটা পোন্ধৰমানত গুৱাহাটীলৈ এইটো মোবাইলেৰে ফোন কৰিছিল নেকি? কোনোবা অৰুণ নাথক আপুনি বিচাৰিছিল?’

‘হয়, হয়। এ নকব মোৰ ভুল হৈ গ’ল। ক্ষমা বিচাৰিছো। মানে মই মোৰ ভিনদেউৰ মোবাইল নম্বৰটো মোৰ মোবাইলত ছেভ কৰি থোৱা নাছিলো। টেলিফোন ইনডেক্স’ বুকৰ পৰা চাই চাই নম্বৰটো টিপোতে মাজৰ সাত সংখ্যাটোত আঙুলি নপৰি ছয়টোত পৰি আপোনাৰ ফোনত লাগি গ’ল।’

হাঁহি মাৰি অৰুণে ক’লে - ‘ওঁ, হয় নেকি। পাছে আপোনাৰ যেনিবা ছয় আৰু সাতৰ মাজত মাত্ৰ একৰ ব্যৱধানত বিশেষ হানি হোৱা নাই। পাছে সেই ছয় আৰু সাত সংখ্যা দুটাৰ পূৰণ ফলত মোৰ ঘৰত বিয়াল্লিছৰ আন্দোলন আৰম্ভ হৈছে। আপুনি বিচৰা অৰুণ নাথ বোলা মানুহজন মই যে নাছিলো সেই কথাটো মোৰ ওৱাইফক ভালকৈ বুজাই দিয়ক। কাৰণ মোৰ নামো অৰুণ নাথ। ওৱাইফ ওচৰতে আছে কথা পাতক।’ অৰুণে ফোনটো অমলাৰ হাতত দিলে।

কিছুপৰ সিপিনৰ পৰা কথা শুনি অমলাই, “অ’- হয়- হয়-চেঃ মিচামিচি- হিঃ হিঃ হিঃ” শব্দ কৰি থাকিল।



# আৰোহণ

ৰাতিপুৱা ছয়টামান বজাত বুবুয়ে সাৰ পালে। ৰিমিবা তাৰ কাষত নাই। ৰিমিবাই মূৰথোৱা গাৰুটোৱেহে যেন তাৰফালে চাই দাঁত নিকটাই পৰি আছে। আকৌ এবাৰ চকু দুটা মোহাৰি লৈ বুবুয়ে বিছনাতে আঁঠুকাঢ়ি বহিল। আঁঠুৱাখন সামান্য দাঙি মূৰটো ভাজ লগাই বিছনাৰ তললৈ চাই পঠিয়ালে। নাই, তাৰ ৰিমিবা তাত নাই। 'গ'ল ক'লৈ?' সি ভাবিলে। একেজাঁপে সি বিছনাৰ পৰা মজিয়াত নামিল। বেৰৰ ফালে ভাঁজ কৰি থোৱা দৰ্জাৰ পাল্লাদুখন গুচাই চালে। তাতে লুকাই ৰিমি বায়েক আৰু সি কেতিয়াবা লুকাভাকু খেলে। তাতো নাই।

আচল নাম ৰিমজিম। ৰিমজিম চৌধুৰী। ঘৰত ৰিমি বুলি মাতে। বুবুতকৈ তাই পাঁচ বছৰে ডাঙৰ। বুবুয়ে এইবাৰ ক্লাছ ওৱাণ পাইছে। যোৱা প্ৰায় এক বছৰৰ পৰা মাকে সিহঁত দুটাক এইটো কোঠালিত একেখন বিছনাতে শুবলৈ দিছে। গৰমৰ দিনত বিশেষ অসুবিধা নহয়। কিন্তু ঠাণ্ডাৰ

দিনত বুবুয়ে লেপখন গাৰপৰা ভৰিৰে লথিয়াই পেলাই দিয়ে। ৰিমিয়ে তুলি দিয়ে। ৰিমিৰ টোপনি অহাৰ পাছত বুবুয়ে লেপখন পেলালেও তাই একো গম নাপায়। মাকে বা দেউতাকে ৰাতি বাথৰুমলৈ যাব লগা হ'লে সিহঁতক ঠাক-ঠিককৈ থৈ যায়।

বুবু আচৰিত হ'ল। তাৰ ৰিমিবা এইদৰে আগতে নোহোৱা হোৱা নাছিল। কেতিয়াবা ৰিমিয়ে আগতে উঠি 'বুবু উঠ, বুবু উঠ' বুলি চিঞৰি বিছনাৰ তলত বা দৰ্জাৰ কাষত লুকাই থাকি বুবুক আচৰিত কৰি দিয়ে। কিন্তু আজি সেইবোৰোতো নাই। বুবু সিহঁতৰ মাক- দেউতাকৰ কোঠালিত সোমাল। তাত কোনো নাই। এইবাৰ সি ড্ৰয়িং-ৰুমৰ কাষত থকা কোঠালিটোলৈ দৌৰ মাৰিলে। দৰ্জাখন বন্ধ কৰা অৱস্থাত আছে যদিও পাল্লা দুখনৰ মাজত আঙুলি সোমাব পৰা ফাঁক এটা আছে। ভিতৰত সৰু-সৰুকৈ পতা কথাৰ পৰা তাত মাক আৰু আইতাক থকা বুলি অনুমান কৰিলে। সি ভিতৰলৈ সোমাই গ'ল। 'উঠিলা মোৰ সোণটো' বুলি আইতাকে বহাৰ পৰা উঠি বুবুৰ গালে-মুখে হাত ফুৰাই দি তাক বাহিৰলৈ উলিয়াই অনাৰ যত্ন কৰি ক'লে, 'আহা মুখখন ধুই লোৱাহি।' বুবুয়ে আইতাকৰ কথালৈ কাণ নিদি কোঠালিটো নিৰীক্ষণ কৰি থাকিল। কোঠালীটোত দুখন বেড্‌ক'ভাৰ আৰি দুভাগ কৰা হৈছে। দুৱাৰ মুখত থকা প্ৰথম

ভাগটোত দুটা মূঢ়া আৰু এখন চকী আছে। এটা মূঢ়াত আইতাক বহি আছিল। চকীখনত সেই চুবুৰিৰে ৰীমাহ'তৰ আইতাক বহি আছে। এটা মূঢ়া খালী আছে। দ্বিতীয় অৰ্থাৎ ভিতৰৰ ভাগটোত কি আছে তাকে চাবলৈ বেডক'ভাৰখন আঁতৰাবলৈ হাত মেলোতেই ভিতৰৰ পৰা তাৰ মাক ওলাই আহিল। মাকে শহুৰেকৰ হাতৰ পৰা বুবুক এক প্ৰকাৰ জোৰ কৰিয়েই বাহিৰলৈ উলিয়াই আনিলে আৰু তাক মুখ ধুবলৈ লগাই দিলে।

'ৰিমিবা ক'ত আছে মা?' বুবুয়ে মাকক সুধিলে। 'আছে ক'ৰবাত, তুমি ভালকৈ দাঁত ব্ৰাছ কৰি মুখখন ধুই লোৱা। মই তোমাৰ কাৰণে গাখীৰ গৰম কৰো' বুলি তাৰ প্ৰশ্নৰ পোনপটীয়া উত্তৰ নিদি মাক পাকঘৰত সোমাল। বুবুয়ে মাকৰ পাছে পাছে গৈ প্ৰতিপক্ষৰ লগত যুঁজ দিবলৈ ওলোৱা ম'হটোৱে শিংযোৰ মাটিত খুচিয়াই খুচিয়াই ধাৰ দি লোৱাৰ দৰে মাকে পিন্ধি থকা শাৰীখনৰ আঁচলত তাৰ কপালখন খুন্দিয়াই খুন্দিয়াই চিঞৰি ক'লে, 'কোৱানা ৰিমিবা ক'ত। নহ'লে মই গাখীৰ-চাখীৰ নাখাও।' মাক মিনতীয়ে বহু সময়ৰ পৰা ভাবি আছে কি বুলিনো বুবুক বুজাই ক'ব পাৰি যে তাৰ ৰিমিবা ইয়াতে এইখন ঘৰতে আছে অথচ......

পাকঘৰৰ পৰা মিনতিয়ে প্ৰায় চিঞৰিয়েই ক'লে, 'হেৰি ক'ত আছে আপুনি?'

গ'লকীপাৰে ভৰিৰে মাৰি পঠিওৱা লক্ষ্যভ্ৰষ্ট ফুটবলটো বাউণ্ডেৰী লাইনৰ বাহিৰলৈ ওলাই যোৱাৰ দৰে চাইকেলৰ পৰা ননমাকৈ হকাৰটোৱে বাওঁখন হাতেৰে দলিয়াই দিয়া বাতৰি কাকতখন বাৰাণ্ডাত নপৰি তগৰফুল জোপাত ওলমি আছিল। পলাশে সেইখন আনিবলৈ আগফালে ওলাই গৈছিল। মিনতিৰ চিঞৰটো কাণত পৰাত 'গৈছো ৰ'বা' বুলি কৈ মিনতিৰ কাষ পালে।

যুঁজ কৰোতে শিঙত আঘাত পোৱা ম'হটোৰ দৰে মাকৰ ধমকি খাই জঠৰ লাগি বুবু পাকঘৰৰ বাৰাণ্ডাৰ পকীত বহি ব্ৰাছডাল হাতেৰে ঘূৰাই থাকিল। পলাশ পাকঘৰ পোৱাৰ লগে লগে 'বুজাওক তাক কেনেকৈ বুজায়, মই নোৱাৰো' বুলি কৈ মিনতিয়ে এবাৰ পলাশলৈ এবাৰ বুবুলৈ চালে। লগে লগে বুবুয়ে ঠিয় হৈ দেউতাকৰ কুৰ্তাটোত খামুচি ধৰি খাটনি ধৰিলে তাৰ ৰিমিবাক বিচাৰি উলিয়াবলৈ। সেই কামটো যেনিবা দেউতাকেহে পাৰিব। 'আহাচোন আমি ৰিমিবাক বিচাৰি যাওঁ' বুলি কৈ দেউতাকে তাক মুখ ধুৱাই আগফাললৈ উলিয়াই আনিলে। বাৰাণ্ডাৰ পকীত পলাশে আঁঠুকাঢ়ি ঘোঁৰাৰ দৰে হৈ বুবুক পিঠিত তুলি ৰিমজিমৰ কথা পাহৰাবলৈ যত্ন কৰাৰ লগতে আগন্তুক সম্ভাব্য খৰচৰ কথা চিন্তা কৰি আছিল। পোন্ধৰ, যোল্লা হাজাৰমানত কামখিনি সমাধা কৰিব পাৰিলে ভাল আছিল।এল আই চিৰ পলিচিখনত

যিমানখিনি লোণ পোৱা যায় সেইখিনি আজিয়েই ঠিকঠাক কৰিব লাগিব। কৈলাশৰ দোকানৰ পৰা দাইল, চাউল আৰু তেলখিনি বাকীকৈ আনিব পৰা যাব। মিনতিয়ে বা কেনেধৰণে চিন্তা কৰিছে। চুবুৰিৰ মানুহখিনিক মাতিবতো লাগিবই। অফিচত এৰাবনোৱাৰা কেইজনমানকো মাতিব লাগিব। মিনতি আৰু তাৰ লগা-ভগাবোৰতো আছেই।

পলাশ চৌধুৰীয়ে এইটো চুবুৰিত ঘৰ সাজি থাকিবলৈ লোৱা এঘাৰ বছৰৰ বেছি হ'ল। তেওঁ যিকোনো সামাজিক কামতে আগৰণুৱা কাৰণে মানুহে তেওঁক ভাল পায়। বেংক ইউনিয়নৰো তেওঁ সহকাৰী সাধাৰণ সম্পাদক। এই ঠাই ডোখৰত থাকিবলৈ লোৱাৰ দুবছৰ পাছত প্ৰথম সন্তান ৰিমজিমৰ জন্ম হৈছিল। সৰুতে পিতৃহাৰা হোৱা পলাশে ভনীয়েক দুজনীক বিয়া দি উলিয়াই দিয়াৰ পাছত মাকৰ পচন্দ মতে মিনতিক বিয়া কৰাইছে।

গাঁৱৰ ঘৰত পলাশৰ মাক অকলে আছিল। ৰিমজিমৰ জন্মৰ পাছত পলাশে মাকক ইয়ালৈ লৈ আহে। গাঁৱৰ ঘৰটোত খুৰাকৰ মাজু ল'ৰা সদ্যবিবাহিত মনোজ আৰু তাৰ ঘৈণীয়েকক থাকিবলৈ দিছে। আহল-বাহল গাঁওখন এৰি আহি মাত্ৰ ডেৰকঠা মাটিৰ ভিতৰত সোমাই থাকি পলাশৰ মাকে প্ৰথমতে গঁৰালৰ ভিতৰত থকা হাঁহজনীৰ দৰে অনুভৱ কৰিছিল। এতিয়াও গাঁৱৰ ঘৰখনলৈ মনত পৰিলে মাকৰ

মনটো বেয়া লাগে। মনটো উদাস উদাস লাগে। মাকৰ তেনে পৰিৱৰ্তন পলাশে মাজে মাজে লক্ষ্য কৰে। মিনতিৰ কোনো ধৰণৰ ব্যৱহাৰে মাকৰ অশান্তিৰ কাৰণ হ'ব পাৰে বুলি সন্দেহকৰি মিনতিয়ে নজনাকৈ এদিন পলাশে মাকক সুধিছিল, 'মা, তই বোৱাৰীয়েৰৰ পৰা কিবা অশান্তি পাইছ নেকি?' কৃত্ৰিম খং দেখুৱাই মাকে উত্তৰ দিছিল, 'মিনতিয়ে মোক যিমান দূৰ বুজি পায় তয়ে সিমানখিনি নুবুজ।' মাকৰ কথাত পলাশৰ বুকুখন ফুলি উঠিছিল।

'কোৱানা দেউতা ৰিমি বা ক'ত আছে' বুবুৰ প্ৰশ্নত পলাশৰ চিন্তাত আউল লাগিল। কি ক'ব? কেনেকৈ ক'ব তাৰ ৰিমিবা ক'ত আছে? পলাশে ভাবি পোৱা নাই। মাকৰ ওচৰলৈ পঠাই দিব নেকি? নে আচল কথাটো তাক বুজাই ক'ব? ইতিমধ্যে মিনতিয়ে এখন হাতেৰে এযোৰ কাপ-প্লেট আৰু আনখন হাতেৰে এটা ষ্টীলৰ গিলাচ লৈ বাপেক-পুতেকৰ ওচৰ পালে। কাপত ৰঙা চাহ। প্লেটত কেইখনমান থিন্ এৰোৰুট বিস্কুট। গিলাচত গাখীৰ। কাপ-প্লেটযোৰ মিনতিৰ হাতৰ পৰা নিজৰ হাতলৈ আনি পলাশে প্ৰথমে মিনতিৰ চকুলৈ তাৰ পাছত বুবুৰ চকুলৈ চালে। বুবুয়ে তাৰ চকু দুটাৰ তলৰ বগাখিনি বেচিকৈ উলিয়াই দি ক্ৰোধত 'ৰিমিবা ক'ত আছে তোমালোকে নোকোৱা কিয়?' বুলি যি বিকট চিঞৰ এটা মাৰিলে সেয়া যেনিবা কুৰুক্ষেত্ৰ যুদ্ধৰ

আৰম্ভণিৰ শংখ-নিনাদ। পলাশে দেখিলে যে কিবাকৈ তাক সৈমান নকৰিলে ক'ৰ বস্তু ক'ত দলিয়াই খাস্তাং কৰে একো ঠিক নাই।

'তোমাৰ ৰিমিবাক মই বিচাৰি উলিয়াম- তাৰ আগতে তুমি গাখীৰখিনি খাই লোৱা'- পলাশে ক'লে।'

'নাই আগতে ৰিমিবাক বিচাৰি উলিয়াব লাগিব।'

'উ-হু আগতে গাখীৰ'

'আগতে ৰিমিবা'

'আগতে গাখীৰ' বুলি কৈ পলাশে বুবুক দাঙি এপাক ঘূৰাই তাক হুহুৱাই দিলে।

'সচ্ছাই বিচাৰিবাতো?'- বুবুৰ প্ৰশ্ন

'আলবৎ বিচাৰিম'- পলাশৰ উত্তৰ।

বুবুয়ে নিমিষতে গাখীৰ গিলাচ ঢোক ঢোককৈ পি শেষ কৰিলে যেন প্ৰচণ্ড ৰ'দত খোজ কাঢ়ি কাঢ়ি অণ্ঠ কণ্ঠ শুকাই যোৱা এটা বাটৰুৱা। পিন্ধি থকা বনিয়নটোৱে মুখখন মচি দেউতাকৰ চকুলৈ চাই ক'লে, 'উ, ক'ত আছে কোৱা এতিয়া।' দেউতাকে চকু দুটা বহলকৈ মেলি বুবুৰ চকুলৈ চাই নাটকীয়া ভংগীত গহীন হৈ ক'লে, 'তোমাৰ ৰিমিবা ডাঙৰ হ'ল?' দেউতাকৰ মুখলৈ বুবুয়ে বেঙাৰ দৰে চাই ৰ'ল। তাৰ স্কুলৰ আটাইতকৈ শকত মিছজনীৰ দৰে দেউতাকে উত্তৰ দিলে। এবাৰ সি মিছক সুধিছিল, 'মিছ, মিউজিয়ামত কি

আছে?’

মিছে কৈছিল, ‘দীঘলী পুখুৰীৰ পাৰত আছে।’ তাৰ সাংঘাতিক খেলি-মেলি লাগি গ’ল।

সি ভাবিবলৈ ধৰিলে- ৰিমিবা নাই? ৰিমিবা ডাঙৰ হ’ল? কিমান ডাঙৰ হ’ল? তাক মৰম কৰা মিছজনীৰ সমান নে তেওঁতকৈ চাপৰ আয়াজনীৰ সমান? ডাঙৰ হ’লে মনে মনে ডাঙৰ হয় নেকি? তাৰ খেলি-মেলি লাগি গ’ল। ‘ভালকৈ কোৱানা দেউতা ৰিমিবা কেনেকৈ ডাঙৰ হৈছে? মই ৰিমিবাক চাম।’ বুবুয়ে দেউতাকক আকৌ খাটনি ধৰিলে। ক্ষন্তেকপৰ তলকামাৰি থাকি পলাশে বেডক’ভাৰেৰে দুভাগ কৰা কোঠালিটোৰ ফালে আঙুলিয়াই দি ক’লে, ‘সৌটো কোঠালিত আছে। চাৰি দিনমান পাছতহে তুমি চাব পাৰিবা। এইকেইদিন তুমি ৰিমিবাৰ ওচৰলৈ যাব নোৱাৰা।’

‘কিয়? কিয় যাব নোৱাৰো? কোনে কৰিছে এই নিয়ম?’ ক্ৰোধত বুবুয়ে ক’লে। “তোমাৰ আইতাৰাহঁতে কৰিছে চাগে?” পলাশে উত্তৰ দিলে।

আজি বুবুহঁতৰ ঘৰত মানুহেই মানুহ। তিৰোতা মানুহ বেচিকৈ আৰু মতা মানুহ কম পৰিমাণে আহিছে। তিৰোতাবোৰৰ বহুতে বিয়া নাম গাইছে। কিছুমানে মুখত পিঠাগুড়ি, কেঁচা হালধি সানিছে। কেইজনীমান তিৰোতাই বুবুৰ মাকৰ গাত ৰং ঢালি দি ফূৰ্তি কৰিছে। দুপৰীয়া সকলোৱে লগ লাগি

ভোজ ভাত খাইছে। মাছ-মাংস দুয়োবিধ আছে।
এটা সময়ত বেড়্ক’ভাৰেৰে দুভাগ কৰা কোঠালিটোৰ পৰা পাটৰ মেখেল-চাদৰ, সোণৰ চেইন পিন্ধা ধুনীয়া কইনা এজনী ওলাই আহিছে। বুবুয়ে ৰিমজিমক দেখি আচৰিত হ’ল, ‘হাৰে এই কইনাজনী দেখোন তাৰ ৰিমিবা। মেখেলা-চাদৰ পিন্ধি, ৰিমিবা সঁচাকৈয়ে ওখ হৈছে-’ বুবুয়ে ভাবিলে। ৰিমজিম আৰু বুবুৰ চকুৰে চকু পৰিল। বুবুয়ে হাঁহি দিলে। ৰিমজিমে লাজতে তলমূৰ কৰিলে।



# মধ্যাসুঁতি

কলকাতাৰ পৰা দিনৰ এঘাৰ বজাত জেট্ এয়াৰৱেজৰ বিমান এখন গুৱাহাটীলৈ উৰা মাৰে। সেইখন বিমানত মোৰ টিকট কিনা হৈছে। দুই ঘন্টা আগতে বিমান বন্দৰৰ কাউন্টাৰত ৰিপ'র্ট কৰিব লাগে। ছল্টলেকৰ গেষ্ট হাউছত পুৱাৰ জলপান খাই ন বজাত দম দম বিমানকোঠ পালো। বিমানখন উৰিবলৈ তেতিয়াও দুঘন্টা বাকী।

ছেপ্তেম্বৰৰ মাহ যদিও গৰমটোৱে ফেপেৰি পাতি আছে। বিদায় ল'ব খোজা নাই। সেয়ে চেক্গেট পাৰহৈ শীত-তাপ নিয়ন্ত্রিত জিৰণিকোঠাত বহি সময়বোৰ অতিবাহিত কৰা সমীচীন বুলি ভাবি ভিতৰলৈ সোমাই গ'লো। আঃ, শৰীৰটো জুৰ পৰি গ'ল। মেখেলা উজোৱা ঘাটেৰে খোজকাঢ়ি ভাগৰি-জুগৰি গৈ কামাখ্যা মন্দিৰ পোৱাৰ পাছত মনটো আনন্দেৰে ভৰি পৰাৰ দৰে লাগিল।

ভৰিৰ পৰা জোতযোৰ খুলি মাৰ্বল পাথৰৰ মজিয়াখনত ভৰিৰ পতা দুখন হেচি ধৰিলো। শীতলতাৰ শিহৰণ অনুভৱ কৰিবলৈ ধৰিলো। মই বহি থকা চকীখনৰ পৰা চাৰিওফালে এনেয়ে এবাৰ চকু ফুৰালো। শাৰী শাৰীকৈ ৰোৱা কবিতলীৰ নিচিনাকৈ চকীবোৰ সজাই থোৱা আছে। আধুনিক কবিতাৰ ছন্দত মানুহবোৰ চকীত বহি আছে। কোনোবাটো চকীৰ শাৰী মানুহেৰে ভৰি আছে। আকৌ কোনোবাটো শাৰীত মাত্ৰ কেইজনমানহে আছে। সকলোৰে ওলোমাই ৰখা টিভি চাইছে। কিছুমানে আকৌ ইফালে-সিফালে অহা-যোৱা কৰি আছে। কোনো কোনোৱে কফি-চাহ খাই আছে, কোনোৱে বিজ্ঞাপন পঢ়ি আছে, আন কোনোৱে কিতাপৰ দোকানৰ আগত থিয় হৈ কিতাপ-আলোচনী বিচাৰিছে, দুই-চাৰি মহিলাই ল'ৰা-ছোৱালীক স্নেক্চ্ কিনি দিয়াত ব্যস্ত আছে, বিমানকোঠৰ ছিকিউৰিটি গাৰ্ড আৰু বস্তু-বাহানি টনা-মেলা কৰা মানুহবোৰ ব্যস্ত হৈ আছে। মুঠ কথাত বিশালকায় জিৰণিকোঠাটোক এখন মিনি ফেয়াৰ বুলিবও পাৰি।

মোৰ পৰা কিছু আঁতৰত বহি থকা ভদ্ৰ মহিলা এগৰাকীৰ ওপৰত মোৰ দৃষ্টি নিবন্ধ হ'ল। স্পষ্টভাৱে মুখখন চিনিব পৰা নাই যদিও চুলিখিনি আৰু তেওঁ পিন্ধা

চছমাযোৰ মোৰ চিনাকি চিনাকি লগা যেন অনুমান হ'ল। মোৰ চছমাযোৰ খুলি ৰুমালেৰে মচি লৈ ভদ্ৰমহিলাৰ মুখখন পুনৰবাৰ নিৰীক্ষণ কৰিলো। নাই স্পষ্টকৈ দেখা পোৱা নাই। সম্ভৱ মোৰ দৃষ্টিশক্তি আগতকৈ আকৌ হ্ৰাস পাইছে।

জোতাযোৰ পিন্ধি হেণ্ডবেগটো হাতত লৈ মই ভদ্ৰ মহিলাৰ ওচৰ চাপিলো। এৰা, মই ঠিকেই অনুমান কৰিছিলো। তেওঁ অৰুণিমা বৰদলৈ। একেই ডাঠ ক'লা ফ্ৰেমৰ চছমা- হাই পাৱাৰৰ লেন্স, চুলিকোছাক ভাঁজ লগাই পাছফালে গলধনৰ কাষত ক্লিপছ মাৰি চেপি থোৱা, একেই নাক, একেই বহল ওঁঠযুৰি। বয়সে চুই যোৱাত গাল দুখনত আগৰ আভাই ৰহণ চৰোৱা নাই যদিও শোটোৰা পৰি কোঁচ খাই নোযোৱা ছালখনৰ ওপৰত সেই আভাৰ ৰেঙণি সম্পূৰ্ণ ম্লান হোৱা নাই।

'আপুনি অৰুণিমা বৰদলৈ নহয়নে?'

ভদ্ৰ মহিলাই পঢ়ি থকা বাতৰি কাকতখনৰ পৰা মূৰ তুলি মোৰ পিনে কেইটামান মুহুৰ্ত চাই ক'লে- 'ক্ষমা কৰিব। আপুনি নিশ্চয় ভুল কৰিছে।'

মই অত্যন্ত আচৰিত হ'লো। একেই চেহেৰা, একেই কণ্ঠস্বৰ। অথচ এই মানুহগৰাকীয়ে যিগৰাকী মহিলাক মই সাতত্ৰিশ বছৰ আগতে অতি নিবিড়ভাৱে পাইছিলো সেইজনী

অৰুণিমাই আজি  নিজকে নহয় বুলি পৰিচয় দিলে।

ভদ্ৰ মহিলাৰ ওচৰৰ পৰা আঁতৰি আহি কফিষ্টলখনৰ সন্মুখ পালো। কফি একাপ হাতত লৈ কাষৰ চকী এখনত বহি পৰিলো। গৰম কফিৰ উমৰ মাজত সোমাই মোৰ মনটো সাতত্ৰিশ বছৰ আগলৈ উৰি গ'ল।

তেতিয়া মই বিশ্ববিদ্যালয়ৰ ছাত্ৰ। অকল ছাত্ৰ বুলি ক'লে ভুল হ'ব। এটা ব্যক্তিগত কোম্পানীত চাকৰিও কৰিছিলো। আবেলি তিনি বজাৰ পৰা নিশা ন বজালৈকে চাকৰি আৰু পুৱা ন বজাৰ পৰা  আবেলি দুই বজালৈ ক্লাছ কৰাটো মোৰ ডিউটিৰ ভিতৰত।

বিশ্ববিদ্যালয়ৰ দুটা বছৰ দুমাহতে মোৰ পাৰ হৈ যোৱা যেন লাগিছিল। চাকৰি কৰি মাহেকত তিনি হেজাৰ টকা উপাৰ্জন কৰিছিলো। তাৰ উপৰি বিশ্ববিদ্যালয়ৰ জৰিয়তে চৰকাৰী জলপানিৰ সুবিধাখিনিও এৰি দিয়া নছিলো। তেনে অৱস্থাত আনবোৰ ছাত্ৰ-ছাত্ৰীৰ তুলনাত মই এজন বিত্তৱান ছাত্ৰ হিচাপে বন্ধু মহলত খলকনি তুলিবলৈ সক্ষম হৈছিলো। মোৰ বন্ধু-বান্ধৱীৰ সংখ্যা দিনে দিনে বাঢ়ি গৈছিল। একেলগে চাহ খোৱা, চিনেমা চোৱাৰ ক্ষেত্ৰত বেছিভাগ খৰচ মই বহন কৰিছিলো। গাখীৰ দি থকা গাই গৰুক গৃহস্থই আদৰ-যত্ন কৰাৰ দৰে বন্ধু-বান্ধৱীসকলে কেতিয়াবা মোৰ পৰা

পাছ ঠেঙৰ লাঠি খালেও গাখীৰ খীৰোৱৰ আশাত মোক আদৰৰ সম্ভাষণ জনাইছিল। এক কথাত ক'বলৈ গ'লে মই সৰু ৰাজনৈতিক আঞ্চলিক দল এটাৰ লিডাৰৰ দৰে হৈ পৰিছিলো।

কোনো কোনো বন্ধুৱে কৈছিল, 'প্ৰশান্ত, দুশ টকা মোক ধাৰলৈ দিবিচোন। ঘৰৰ পৰা টকা পালে তোক ওভতাই দিম।' কোনোৱে কৈছিল, 'ভাই প্ৰশান্ত মোক এশ টকাৰে সহায় কৰ না।' বিনাদ্বিধাই, মই সকলোকে সন্তুষ্ট কৰিছিলো।

এদিন অৰুণিমা বৰদলৈয়ে মোক ক'লে- 'প্ৰশান্ত, তোক ক'বলৈ মোৰ বেয়াই লাগিছে। তথাপি ভাবিছো, তোক নক'লে মই কাৰ আগত ক'ম?'

'কি হ'ল আকৌ সৌজন্য দেখুৱাই পাতনি মেলাৰ? খাচাং খাচ্ কৈ দে।'

অৰুণিমা নিমাত। "কি হ'ল? মনে মনে ৰ'লি যে? টকাৰ টান পৰিছে?" "তইতো জানই ভাই মোৰ ঘৰৰ অৱস্থা। হোষ্টেলৰ খৰচকে ধৰি যিমানখিনি টকা লাগে সিমানখিনি মোৰ ঘৰখনে বহন কৰিব নোৱাৰে"- অৰুণিমাই ক'লে।

অৰুণিমাৰ মতলবটো বুজি পাই মই সামান্য কঠোৰতাৰ সুৰত ক'লো, 'তেনে অৱস্থাত তই এজনী

ৰেগুলাৰ ছাত্ৰী হিচাপে ইংৰাজীত মাষ্টাৰ ডিগ্ৰী লোৱাৰ মন মেলিব নালাগিছিল। প্ৰাইভেটকৈ পৰীক্ষাত অৱতীৰ্ণ হ'বলৈ পাৰিলিহেঁতেন।'

তাইৰ চকুহাল চলচলীয়া হ'ল। মোৰো মনটো সেমেকি গ'ল। পইচাৰ অভাৱত পৰি তাই পঢ়া বাদ দিয়ক- সেই কথা মই নিবিচাৰো। সম্প্ৰতি তাইক কিমান টকাৰ প্ৰয়োজন মই সুধিলো। তাই ক'লে- 'মোৰ লগত বজাৰলৈ যাবি?'

'কেতিয়া?'

'এতিয়াই'

'ব'ল।'

অৰুণিমাই কাপোৰৰ দোকান এখনত সোমাল। মই তাইৰ পাছে পাছে। তাই দুটা ব্লাউজ আৰু দুটা বক্ষবন্ধনী কিনিলে। মই পইচা দিলো। বজাৰৰ পৰা ওলাই ৰেস্তোৰাঁ এখনত দুয়ো কাট্‌লেট্‌ চাহ খালো। খাই থকাৰ মাজতে অৰুণিমাই কৈ গ'ল -

'প্ৰশান্ত তই চাকৰিও কৰ আৰু স্কলাৰশ্বিপৰ টকাও পাৱ। পইচাবোৰ জধে-মধে উৰুৱাই দিয় কিয়?' মই ক'লো - 'জীৱনটোক যৌৱনটোৱে জোকাই যোৱাৰ পাছতো যদি জকি উঠা নাযায় তেন্তে গাৰ ছালবোৰ শোটোৰা পৰাৰ

পাছত জীৱন উপভোগ কৰিম নেকি?’

‘আজিয়েই দিয়া কাইলৈ কিয়? কোনে জানে মোৰ কালি কি হ’ব, হেজাৰ হেজাৰ বছৰ বিয়পা, হয়তো অতীতে সামৰি থ’ব।’ - কবিতাফাকি মই আবৃত্তি কৰিলো।

ওঁঠত হাঁহি বিৰিঙাই অৰুণিমাই ক’লে- “হ’ব দে। ওমৰ খায়াম হ’ব নালাগে। যতীন্দ্ৰ নাথ দুৱৰা হৈ থাক। এবাৰ ‘অতীতক যোৱাহে পাহৰি’ আৰু এবাৰ ‘অতীতক নাযাবা পাহৰি’ বুলি জীৱন নাওখন এবাৰ নৈখনৰ ইপাৰত আৰু সিপাৰতকৈ অহা-যোৱা কৰি থাক। বাৰু বাদ দে সেইবোৰ-তই মোক মাজে মাজে সহায় কৰি থাকিবি দেই।”

কথাবোৰ ভাবি থাকোতে কেতিয়া কেনেকৈ আহি বিমানখনৰ পেটৰ ভিতৰত সোমাই পৰিলো ততকে ধৰিব নোৱাৰিলো। মোৰ বহা ছিটটো বিচাৰি উলিয়ালো। ই কি ! মোৰ ছিটটোৰ কাষৰ খিৰিকীৰ ওচৰৰ ছিটটোত ভদ্ৰ মহিলাগৰাকী বহি আছে। তেওঁ মোৰ পিনে চোৱা নাই। তেওঁৰ অজ্ঞাতে তেওঁৰ মুখখন মই আকৌ এবাৰ চালো। নাই নাই, মোৰ ভুল হোৱা নাই। এইজনী অৰুণিমা বৰদলৈ। অৰুণিমাই বিমানখনৰ সৰু বন্ধ স্বচ্ছ গোলাকাৰ খিৰিকীখনেৰে বাহিৰলৈ চাই আছিল।

বিমানখন উৰিছে। নীলা আকাশৰ তলত চপৰা চপৰে

পৰি থকা কপাহ কপাহ যেন লগা মেঘবোৰৰ মাজেৰে বিমানখন উৰি আছে। মই উৰিছো সাতত্ৰিশ বছৰ আগলৈ।

ফাইনেল ইয়েৰৰ পৰীক্ষালৈ মাত্ৰ চাৰিদিন বাকী আছে। অৰুণিমাই আবেলি পৰত আহি মোৰ অফিচত উপস্থিত হ'ল। সিদিনা নহা হ'লে তাই মোক লগ নাপালেহেঁতেন কাৰণ পিছদিনাৰ পৰা পৰীক্ষাৰ কাৰণে মই ছুটী লৈছো। তাই ক'লে, ‘পৰীক্ষাৰ শেষৰ দিনা তই মোক লগ নধৰাকৈ গুচি নাহিবি। দৰকাৰী কথা আছে।’

অৰুণিমাৰ কথা মতে আমি দুয়ো গৈ শ্বিলং পালো। চেন্ট্ৰেল লাইব্ৰেৰীলৈ গ'লো। তাত দুখনমান কিতাপ বিচৰি অৰুণিমাই ডায়েৰীখনত কিবাকিবি টুকি ল'লে। সন্ধিয়া হ'ল। পুলিচ বজাৰৰ কাষতে থকা হোটেল এখনলৈ গ'লো। হোটেলৰ মেনেজাৰক ক'লো- ‘ ছিংগল ৰুম দুটা নিশাটোৰ বাবে আমাক লাগে।’ মোৰ কথা শেষ হোৱাৰ লগে লগে অৰুণিমাই মেনেজাৰক ক'লে-‘ছিংগল ৰুম দুটা নহয়। ডাবোল বেডৰ এটা ৰুম।’

কথাষাৰৰ কৈ তাই কেৰাহিকৈ মোৰ চকুলৈ চালে। হোটেলৰ মেনেজাৰজনেও মোৰ পিনে চালে। মই অৰুণিমাৰ পিনে।

গৰম পানীৰে গা ধুই উঠি অৰুণিমাই বাথৰুমৰ পৰা

ওলাই আহিছে। বিছনাখনত অলসভাৱে মই শৰীৰটো পেলাই দি তাইৰ পিনে চই আছো। ড্ৰেচিং টেবুলৰ আইনাখনৰ আগত থিয় হৈ তাই চুলিখিনি খুলি ফণিয়াই আছে। আইনাখনত প্ৰতিবিম্বিত হোৱা তাইৰ চেহেৰাটোক মূৰৰ পৰা ভৰিলৈ মোৰ চকুহালে স্পৰ্শ কৰি যাবলৈ ধৰিলে।

গিলাচটোত হুইস্কিৰ পেগ এটা ঢালি পানী মিহলি কৰিছোহে মাত্ৰ আইনাখনত ভাহি উঠা মোৰ মুখখনৰ প্ৰতিবিম্বলৈ চাই অৰুণিমাই ক'লে–

'ঐ মোক নিদিয় নেকি?'

'খাবি নেকি?'

'কিয় নাখাম বা। সেই যে পিক্‌নিক্‌ত....।' তাই আহি মোৰ গলত সাবট মাৰি ধৰি কোলাত বহি ল'লে। মোৰ নাকত তাইৰ নাকটো লগাই চকুত চকু ৰাখি পুনৰাই তাই ক'লে–

'বেয়া পাইছ? এটা বা দুটা নিশা তোৰ লগত শুবলৈ বহুদিনৰ পৰা আশা কৰি আছিলো।'

মই নিমাত হৈ তাইৰ শৰীৰৰ বডী স্প্ৰেৰ সুৱাস আৰু উত্তাপ অনুভৱ কৰিছিলো।

'একো নামাতিলি যে? বেয়া পাইছ?' সজোৰে সাৱটি ধৰি তাইক বিছনাত বগৰাই ল'লো।

দুৱাৰত দুটা টোকৰ পৰিল। সংযত হৈ উঠি আহি দুৱাৰখন খুলি দিলো। ওৱেইটাৰ এজন সোমাই আহিল।

“ছাৰ, দছ বজেমে খানা ৰেডি হোগা। আপ্‌লোগ্ নীছে মে যায়েগা য়া খানা ইধৰ লাগা দু?’ ক্ষন্তেকৰ বাবে চিন্তা কৰি মই ক’লো- “ঠিক হ্যায়, খানা ইধৰ লাগা দো। ঔৰ চুনো, লে-পাছ মে ৰাখো।” তাক বিশটকীয়া নোট এখন দিলো।

“ছাৰ ইতনা ভাৰী বক্‌চিচ্? ঠিক হ্যায়, দো পিচ্ ফ্ৰাইড্ ফিচ ভাতকে আন্দাৰমে ঘুচাকে লে আউংগা।” উৎফুল্লিত হৈ সি গুচি গ’ল। মই দুটা পেগ খালো। অৰুণিমাই এটা। তাইৰ চকুদুটা জ্বলি উঠিছিল। তাই ফোপাইছিল। তাইক বুকুৰ মাজত জোৰকৈ সাৱটি ধৰিলো। দুটা শৰীৰক আগ্নেয়গিৰিয়ে উজাৰি দিছিল। দুটা প্ৰাণ এটা হৈ সাগৰ মন্থনত ওলোৱা অমৃত বিচাৰি গভীৰৰ পৰা গভীৰতালৈ অনুধাৱন কৰিলো। এনেদৰে আৰু এটা নিশা সেইখন হোটেলৰ সেইটো কোঠালিত আমি দুয়ো শুইছিলো।

বিমানখনে ৰাণওৱে পাওঁ পাওঁ হৈছে খিৰিকীৰে তললৈ চালো। পৃথিৱীৰ পৰা কিজানি পাঁচশ মিটাৰমান ওপৰেদি বিমানখন উৰিছে। ওপৰৰ পৰা জুৰি যেন লগা নদী এখন মোৰ চকুত পৰিল। দুফালৰ পৰা দুটা সুঁতি লগ লাগি জুৰিখনৰ সৃষ্টি হৈ বোকোচাত এবুকু মৰম লৈ সাগৰ ধিয়াই

গতি কৰিছিল এটা সময়ত। বৰ্তমান এটা সুঁতি মৰা। তাত পানীৰ সোঁত নাই। আছে মাথো অতীতৰ বুৰঞ্জী।

বিমানখন লোকপ্ৰিয় গোপীনাথ বৰদলৈ বিমানকোঠৰ ৰাণওৱেত নামিছে। দৌৰিছে। দৌৰি দৌৰি ভাগৰ লগাত এটা সময়ত সি যেন স্থবিৰ হৈ পৰিল। বিমানৰ গেট খোলা খালে। জখলা লগালে। সেই জখলাৰে আমি যাত্ৰীবোৰ যেন সৰগৰ পৰা মৰ্তলৈ নামিবলৈ ধৰিছো।

মোৰ কাষত বহা আৰু মই অৰুণিমা বৰদলৈ বুলি ভবা ভদ্ৰ মহিলাগৰাকীৰ খবৰ নকৰিলো।

ছেপ্তেম্বৰ মাহ যদিও দুপৰীয়া বাহিৰত চোকা ৰ'দ আৰু তীব্ৰ গৰম। ৰাণওৱেৰ পৰা বাহিৰলৈ ওলাই যাবলৈ খোজকাঢ়িছো। হঠাৎ পাছ ফালৰ পৰা চিনাকি কণ্ঠস্বৰ এটা মোৰ কাণত বাজিল-

"প্ৰশান্ত, ঐ প্ৰশান্ত।"

থিয় হৈ মই ঘূৰি চালো। সেই ভদ্ৰ মহিলাগৰাকী। হাতৰ পৰা বেগটো মাটিত থৈ তেওঁ ক'বলৈ ধৰিলে- 'মোক ক্ষমা কৰিবি প্ৰশান্ত। তই ঠিকেই ধৰিছ- "মই অৰুণিমা। ডঃ অৰুণিমা হাজৰিকা। বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ ৰিডাৰ। আত্মাভিমান আৰু অহংকাৰে মোক অন্ধ কৰি পেলাইছিল। সেয়ে তোৰ পৰা আত্মগোপন কৰিব খুজিছিলো যদিও নোৱাৰিলো। কাৰণ তোৰ পৰা আৰ্থিক সহায়

নোপোৱা হ'লে মই কেতিয়াবাই বিশ্ববিদ্যালয়ৰ শিক্ষা বাদ দিব লাগিলহেঁতেন। মোৰ জীৱনৰ উন্নতিৰ মূলতে তই।" ক্ষন্তেক ৰৈ অৰুণিমাই আকৌ ক'লে- "মোৰ স্বামী এজন চৰকাৰী উচ্চ পদস্থ বিষয়া। ছোৱালীজনীয়ে মেডিকেল পঢ়ি আছে। সংসাৰ আৰম্ভ কৰাৰ পাছত মই অতীত জীৱনটোক পাহৰি থাকিবলৈ বিচাৰিছিলো। কিন্তু আজি ইমান বছৰৰ মূৰত তোক লগ পোৱাৰ পাছত মোৰ হেৰোৱা অতীতক পাহৰিব নোৱাৰিলো।" ইয়াৰ প্ৰধান কাৰণ- " তই মোৰ জীৱনৰ প্ৰথম পুৰুষ যাৰ ওচৰত মই এগৰাকী নাৰীৰ প্ৰধান অলংকাৰ সতীত্বক সমৰ্পণ কৰিছিলো।"



# সান্ধ্য ভোজন

“হেল্লো,’ পল্লৱ, কি খবৰ ভাই? ভালে আছতো?”- প্ৰদীপে পল্লৱলৈ ফোন কৰিছে।

“ঐ কুকুৰ, মই ভালে নাথাকি কোন থাকিব। ক, খবৰ ক।” পল্লৱৰ উত্তৰ।

“কালিলৈ তিনিটাৰ ফ্লাইট্‌ত মই কলকাতালৈ যাম। পাঁচদিনামান থাকিম। ছেমিনাৰ এখন আছে। লগ পাম দে।”

“ঐ শুন, এইবাৰ কিন্তু মোৰ ঘৰত থাকিব লাগিব। বুজিছনে?”

“নাই ভাই নকবি। ৰাতি থাকিব নোৱাৰিম। তই অসুবিধা পাবি? ভোবোলা ছাগলীৰ গোন্ধটোৱে তোক আমনি কৰিব।”

“আৰে ভাই, পোনপটীয়াকৈ ক। কি ভোবোলা ছাগলীৰ কথা কৈছ?”

“ বুঢ়া পঠা ছাগলী যে যিফালে যায় সেইফালেই গোন্ধাই যায়।”

“অ’ বুজিলো, তাৰ মানে তই এটা ভোবোলা ছাগলী?”

“নহয় নো কি? তোৰ ল’ৰাক স্কুলত পঢ়ুৱাইছ আৰু মোৰ গোন্ধ ওলাই গ’ল।”

ৰাতিপুৱাৰ সময়খিনিত লিপিকাৰ ইমানেই ব্যস্ততা যে তাইৰ মৰিবলৈকেও সময় নাই। ক্লাছ ওৱানত পঢ়া ল’ৰাটোক সজাই পৰাই টিফিন তৈয়াৰ কৰাৰে পৰা নটা বজাৰ আগতে ৰন্ধা-বঢ়া শেষ কৰিব লাগে। ন বজাৰ আগতে পল্লৱ অফিচলৈ ওলাই যায়। যাওঁতে লগত ল’ৰাটোক লৈ যায়। স্কুলত নমাই দিয়ে। ডেৰটা বজাত লিপিকাই তাক স্কুলৰ পৰা লৈ আহে। ন বজাৰ পৰা এক বজালৈ এই সময়ছোৱাত লিপিকাই কিট্‌চেনটোৰ চিজিল লগায়। ৱাছিং মেচিনৰ পৰা কাপোৰবোৰ উলিয়াই বেলকনিত মেলি দিয়ে। ল’ৰাটোৰ খেলনাবোৰ নিৰ্দিষ্ট ঠাইত থৈ দিয়ে। ড্ৰয়িংৰুমটো পৰিপাটি কৰে। তাৰ মাজতে সময় অলপ উলিয়াই খবৰৰ কাগজখন হাতত তুলি লয়। তাৰ ভিতৰত থকা বিজ্ঞাপনৰ পৃষ্ঠাকেইটা এফালৰ পৰা চাই যায়। ওচৰে-পাঁজৰে থকা স্কুলৰ শিক্ষয়িত্ৰীৰ পদ খালী আছে নেকি বিচাৰি থাকে।

অকল কাপোৰ ধোৱা, ঘৰ সৰা, ভাত ৰন্ধা, বাচন

ধোৱা কামবোৰ কৰিবলৈকে তাই এম,এ, এল্ এল্, বি পঢ়িলে নেকি ? লিপিকাই মাজে সময়ে ভাবে। অৱশ্যে এল্ এল্, বি ডিগ্ৰীটো তাই উপাৰ্জন কৰা নহ'ল। ওকালতি কৰিব বুলি ভবাও নাছিল। দেউতাকে কোৱা কাৰণেহে ল'ত এডমিছন লৈছিল। তাই ভাবিছিল এগৰাকী শিক্ষয়িত্ৰী হোৱাৰ কথাহে। সেইটো তাইৰ ভাগ্যত নঘটিল।

আবেলি তিনি বজাৰ পাছত ল'ৰাটোক লগত লৈ লিপিকাই বিছনাত উঠে। কেতিয়াবা ল'ৰাটোৰ লগত কথা পাতে। তাক টোপনি নিয়াবলৈ নানা অবান্তৰ কথাৰ বকলা মেলিব লগা হয়। ল'ৰাটোক টোপনি নিয়াবলৈ যত্ন কৰোতে কৰোতে লিপিকাৰ টোপনি আহে। আকৌ কেতিয়াবা টিভিটো খুলি লৈ ষ্টাৰ প্লাছ, জি টিভিৰ ছিৰিয়েল চায়। সেইবোৰ চাই থকা অৱস্থাতে কেতিয়াবা তাইৰ মনটো পুৰণা দিনবোৰলৈ উৰা মাৰে। আজিও তাইৰ কলেজৰ দিনবোৰলৈ মনত পৰিছে।

প্ৰদীপ, পল্লৱ আৰু লিপিকাই কলেজত একেলগে পঢ়িছিল। তিনিওজনৰে মাজত-গাঢ় বন্ধুত্বই গা কৰি উঠিছিল। লিপিকাৰ মনত প্ৰদীপ, পল্লৱ একেই আছিল। এটা টকাৰ দুটা পিঠি। প্ৰদীপ দেখাত ক্ষীণ কিন্তু ধুনীয়া আছিল। সি গীটাৰ বজাইছিল। পল্লৱ আছিল হৃষ্টপুষ্ট, তজবজীয়া। সি ভলীবল খেলি ভাল পাইছিল। পুৰস্কাৰো পাইছিল বহুবাৰ।

এবাৰ কলেজ-ফান্‌চনত লিপিকাই গান গাইছিল। প্ৰদীপে গীটাৰ বজাইছিল। পল্লৱ আছিল দৰ্শক। ফাংচনৰ শেষত প্ৰদীপে আৰু পল্লৱে লিপিকাক মাজত লৈ খোজকাঢ়ি গৈ তাইক ঘৰত থৈ দুয়ো হোষ্টেললৈ উভতি আহিছিল। উভতি আহোতে প্ৰদীপ আৰু পল্লৱে বাটত একো কথা পতা নাছিল। তেতিয়া সিহঁত আছিল যেন ক্লান্ত-শ্ৰান্ত দুটা পথিক।

আচলতে প্ৰদীপ, পল্লৱ আৰু লিপিকাৰ মাজৰ সম্পৰ্কটো এনে ধৰণে ৰিজাব পাৰি-

দুটা ঘৰৰ দুগৰাকী গৃহিণীয়ে একেগৰাকী আলহীক অভ্যৰ্থনা কৰিছে। প্ৰথমগৰাকী গৃহিণীয়ে আলহীক কৈছে-

'অকণমান বহক দেই। মই চাহ একাপ কৰি আনো। আপুনি টিভিকে চাওক।'

আলহীয়ে কৈছে - 'নাই নালাগে। মই এইমাত্ৰ চাহ খাই আহিছো।'

'বহক, কথাকে পাতো।' গৃহিণীয়ে চাহ নকৰি কথা পতাত লাগিল।

দ্বিতীয়গৰাকী গৃহিণীয়ে আলহীক কৈছে- 'মই সাউৎকৰে চাহ দুকাপ কৰি আনো। আপুনি ক্ষন্তেক পেপাৰখনকে চাওক।'

'নাই, নালাগে। মই এইমাত্ৰ চাহ খাই আহিছো।'

তেতিয়া গৃহিণীয়ে আকৌ কৈছে- ‘খাই আহিছে যদি আহিছে। চাহহে। একাপ খালে একো নহয় দিয়ক। মোৰো খাবলৈ মন গৈছে। বহক।’

আলহীৰ উত্তৰলৈ বাট নাচাই গৃহিনী পাকঘৰত সোমাল। তেনেদৰে প্ৰদীপেও লিপিকাক কৈছিল- ‘চিনেমা চাবা নেকি?’

‘আজি মোৰ মন নাই।’ - লিপিকাই উত্তৰ দিছিল।

প্ৰদীপে নীৰৱে লিপিকাৰ পৰা আঁতৰি গৈছিল।

আনহাতে পল্লৱে কৈছিল- ‘ব’লা চিনেমা চাওঁ।’

‘আজি মোৰ মন নাই।’

‘মনটো লৈ বলা। মোৰ মন গৈছে।’

ইচ্ছা নাথাকিলেও লিপিকাই সন্মতি দিবলৈ বাধ্য হৈছিল।

সন্ধিয়া সাতটা বাজি গৈছে। অফিচৰ পৰা আহি পল্লৱে গা ধুই উঠি ফ্লেটটোৰ সোঁফালৰ বেলকনিত বহিছে। কলকাতাৰ গৰমক ঘূৰি থকা ফেনখনেও খেদি পঠিয়াব পৰা নাই। সেয়ে পল্লৱৰ হাতত বিছনি এখনো আছে। কাষত সিহঁতৰ ল’ৰাটোৱে মজিয়াখনত বহি তাৰ পুতলা ৰেলগাড়ীখনৰ লগত খেলি আছে। ৰেলগাড়ীখনৰ এটা দবাত তিনিটা পুতলা আছে। তাৰে দুটা ল’ৰা আৰু আনটো ছোৱালী। ল’ৰা দুটা দুই কাষে আৰু মাজত ছোৱালীটো

আছে।

পল্লৱৰ ল'ৰাটোৱে দেউতাকৰ চকুলৈ চাই ক'লে-

'দেউতা ছোৱালী পুতলাটোক খিৰিকীৰ কাষত বহাই দিয়া না?'

'কিয়? মাজত থাকিলেনো কি হয়?'

'বেচেৰীয়ে বৰ গৰম পাইছে নহয়।'

ষ্ট্ৰীট লাইট্‌বোৰ জ্বলি আছে। তাৰ লগে লগে ৰাস্তাটোৰ দুয়োকাষৰ দোকানবোৰৰ লাইটবোৰেও পোহৰ বিলাই পোহৰৰ বানপানীৰ সৃষ্টি কৰিছে। তাৰ পৰা বিচ্ছুৰিত ৰশ্মিবোৰে পল্লৱ বহি থকা ঠাইখন বুৰাই পেলাইছে। সিমান পোহৰ সি ভাল পোৱা নাই। তাৰ অফিচৰ ভাগৰবোৰ পলুৱাবলৈ তাক মাত্ৰ ডিম্ লাইট্‌ৰ পোহৰ অকণমান লাগে।

অধীৰ আগ্ৰহেৰে পল্লৱে প্ৰদীপলৈ বাট চাই আছে। লিপিকাই একাপ চাহ আৰু প্লেটত কিবা কিবি খোৱা বস্তু আনি কাষৰ টিপয়খনত থ'লে। শাৰীখনৰ আঁচলেৰে মুখৰ ঘামবোৰ মচি পল্লৱক ক'লে- "চেঁচা হ'ব, চাহখিনি খোৱা।" লিপিকাৰ মাতত পল্লৱৰ তন্ময়তা ভাঙিল। ৰাস্তাৰ পৰা দৃষ্টি ঘূৰাই আনি প্ৰথমতে লিপিকাৰ মুখলৈ আৰু তাৰ পাছত চাহলৈ চাই ক'লে-

'এইবোৰ নাখাওঁ দিয়া। খালি চাহকে খাওঁ। অফিচত বহুত কিবাকিবি খালো। তুমি খোৱা। হু-বহা।'

‘কিবা পাৰ্টি আছিল নেকি?’

ভজা বাদাম দুটামান চোবাই লিপিকাই সুধিলে আৰু গাতে গা লগাই কাষৰ চকীখনত বহিল।

‘ক’তা, পাৰ্টিৰ গোন্ধ তোমাৰ মুখত দেখোন মই পোৱা নাই?’ লিপিকাৰ কথাত পল্লৱৰ ভিতৰৰ পৰা ওলাই আহিব খোজা হাঁহিটো আৰু শোঁহামৰা চাহখিনিৰ সংঘৰ্ষত সি গ’লত চৰ্চৰণি খালে। পল্লৱৰ পিঠিখনত থপৰিয়াই লিপিকাই ক’লে-

‘হাঁহিব লগা কিটো আছে? তোমালোকৰ পাৰ্টি মানে সেই সোপাহে।’

‘নহয় হে, আমাৰ অফিচৰ মেনেজিং ডাইৰেক্ট’ৰ আহিছিল মুম্বাইৰ পৰা। সেইকাৰণে চাহ-মিঠাই চলিছিল।’

‘গ’লগৈ নেকি উভতি?’

‘তোমাৰো যে কথা। এদিনতে যাব নেকি? গেষ্ট হাউছত আছে। এতিয়া ৰাতি পাৰ্টি চলিব- আমাৰ ওপৰৰ বচ্‌সকলৰ সৈতে।’

‘তোমালোক মতা মানুহবোৰ সব একে।’

‘আৰু মাইকী মানুহবোৰ জানো একে নহয়?’

‘কি একে হ’লো?’

‘আমি ড্ৰিংকছ কৰিলে তোমালোকে বেয়া পোৱা।’

লিপিকাই এহাতে কাপ-প্লেট যোৰ আৰু এহাতে

ল'ৰাটোক লৈ ভিতৰলৈ গ'ল। ল'ৰাটোৰ সৈতে খেলি-খেলি বিছনাত গাটো কাটি কৰিলে। মনে মনে প্ৰদীপৰ কথা ভাবি থাকিল।

অলপ পাছতে প্ৰদীপ আহিব। প্ৰদীপক দেখা পালে তাইৰ কেনেকুৱা লাগিব পাৰে? তাই ভাবিলে। কিন্তু কলেজ ফাংচনৰ শেষত তাইক ঘৰত থ'বলৈ যাওঁতে প্ৰদীপ আৰু পল্লৱৰ মাজত খোজত খোজ মিলাই বাট বুলা যেন নালাগিব। কেন্টিনত চাহ খাওঁতে দুটা চিঙৰা তিনি ভাগ কৰি খোৱা যেনো নালাগিব। এতিয়া প্ৰদীপ তাইৰ ওচৰলৈ আহিলে পাতল মেঘ কেইচপৰামানে জোনটোৰ সৈতে কিছুপৰ লুকা-ভাকু খেলা যেন লাগিব। প্ৰদীপে কিয় বিয়া নকৰালে? লিপিকাই ভাবিলে। সি ভালপোৱা কোনোবা ছোৱালীয়ে তাক প্ৰত্যাখ্যান কৰিলে নেকি? সেইজনী ছোৱালী তাই নিজেই নহয়তো? চেঃ কি যে কথাবোৰ মনলৈ আহে। সেইটো কেনেকৈ হ'ব? পল্লৱৰ দৰেতো প্ৰদীপে তাইক কেতিয়াও প্ৰেম নিবেদন কৰা নাছিল।

ঢক্ ঢক্ ঢক্ ঢক্ ঢক্

ঢক্ ঢক্ ঢক্ ঢক্ ঢক্.......

'বৰফ ল'বি নে পানী?' পল্লৱে প্ৰদীপক ক'লে।

'পানীকে ঢাল। ফেৰেন্‌জাইটিছে অলপ দিগদাৰি দি আছে।'

প্ৰদীপে উত্তৰ দিলে-

'চিয়াৰ্ছ।'

'চিয়াৰ্ছ।'

পল্লৱে চিগাৰেট এটা জ্বলাই উঠি ভিতৰলৈ মুখ কৰি প্ৰায় চিঞৰাৰ দৰে ক'লে-

'লিপি ভজামাছ দুটুকুৰামান দিয়া।'

'অকণমান ৰবা, ভাজি আছো।' পাকঘৰৰ পৰা লিপিকাই উত্তৰ দিলে।

কথা প্ৰথমতে পল্লৱে আৰম্ভ কৰিলে- 'তই কোনদিনা গুৱাহাটীলৈ উভতিবি?' পল্লৱে প্ৰদীপৰ চকুলৈ চালে। প্ৰদীপে তাৰ হাতত থকা গিলাচটোত চকু ৰাখি ক'লে- 'পৰহি'। তাৰ পাছত মূৰটো দাঙি পল্লৱৰ চকুলৈ চালে। সি যেন পল্লৱৰ চকুৰ পৰ্দাত কিবা এটা পঢ়িবলৈ বিচাৰিছে। মুখ ফুটাই ক'লে-

'পল্লৱ, তই সদায় ড্ৰিংকছ কৰ নেকি?'

ইতিমধ্যে লিপিকাই কাঁহী এখনত কেইটুকুৰামান ভজা গৰম গৰম ইলিছ মাছ লৈ আহিল। প্ৰদীপে লিপিকাৰ মুখমণ্ডলৈ দৃষ্টি নিক্ষেপ কৰিলে। তাইৰ চেহেৰাটো আগতকৈ ভাল হৈছে।

'ভালে আছানে লিপি?'

'অ' ভালেই। তোমাৰ?'

প্ৰদীপে কিবা কোৱাৰ আগতে পল্লৱে লিপিকালৈ চাই ক'লে-

'তাৰ বোলে গোন্ধ ওলাইছে। ভোবোলা ছাগলীৰ গোন্ধ।' পল্লৱ আৰু প্ৰদীপে উচ্চস্বৰে হাঁহিবলৈ ধৰিলে। লিপিকাই হাঁহিৰ কাৰণ বুজিব নোৱাৰিলে যদিও অস্ফুট শব্দেৰে হাঁহিত যোগ দিলে আৰু পাছত ভিতৰলৈ সোমাই গ'ল। তাই ভাবি ল'লে যে দুই বন্ধুৱে হয়তো কোনো সাংকেতিক চিহ্ন ব্যৱহাৰ কৰি কিবা অতীত মুখৰোচক গল্প বা ঘটনাৰ কথা আলচ কৰিছে।

ঢক্ ঢক্ ঢক্ ঢক্ ঢক্

ঢক্ ঢক্ ঢক্ ঢক্ ঢক্........

- পল্লৱে দ্বিতীয় পেগ্‌টো ঢালিলে। চিগাৰেট এটা জ্বলালে।

প্ৰদীপে টিচু পেপাৰেৰে হাতৰ আঙুলিকেইটা মচি উঠি বাথৰুমলৈ গ'ল। উভতি আহোতে কিট্‌চেনৰ দুৱাৰখনৰ চৌকাঠত ভেজা দি ভাত ৰান্ধি থকা লিপিকাক পাছফালৰ পৰা কেইছেকেণ্ডমান সময় চাই থাকিল। তাই অস্পষ্ট ভাষাৰে ভুন ভুনাই কিবা গাই আছিল। প্ৰদীপে মাত দিলে- 'লিপি, মোৰ বাবে ভাত নাৰান্ধিবাদেই। গেষ্ট হাউছত মোৰ ভাতৰ ব্যৱস্থা হ'ব।"

আফুগুটিৰে ৰন্ধা ইলিছ মাছৰ টুকুৰাকেইটা তাই

হেতাখনেৰে ওলোটাই দি আছিল। প্ৰদীপৰ মাতত উচপ খাই উঠিল। কাঠডালত ভেজাদি থকা প্ৰদীপক দেখি নিস্পাপ অন্তৰৰ মৰম লগা মানুহ এজনে তাইৰ পিনে চাই থকা যেন লাগিল। মুখ ফুটাই তাই প্ৰদীপক ক'লে- 'ছেছন্ছ কোৰ্টৰ ৰায়ৰ বিপৰীতে হাইকোৰ্টত আপীল কৰিব খুজিলে একোটা নিৰ্ধাৰিত সময়ৰ ভিতৰততহে দৰ্খাস্ত কৰিব লাগে। নিৰ্দ্দিষ্ট সময় পাৰ হৈ গ'লে আপীল মঞ্জুৰ কৰা নহয়। ভাত নোখোৱা হ'লে আহিয়েই তুমি মোক ক'ব লাগিছিল। এতিয়া মোৰ ভাত ৰন্ধা শেষ। তুমি যদি নোখোৱা বাহী ভাতবোৰ ময়েই খাব লাগিব- পেলাই দিবতো নোৱাৰো।'

'য়োৰ অনাৰ, আই হেভ্ নো আৰগুমেন্টচ্।' প্ৰদীপে ক'লে।

'প্ৰদীপে পুনৰ পল্লৱৰ কাষলৈ উভতি আহিল। দ্বিতীয় পেগ্টোত চিপ্ এটা মাৰি পল্লৱক ক'লে-

'পল্লৱ, মোৰ প্ৰশ্নৰ উত্তৰটো কিন্তু নাপালো।'

' কি প্ৰশ্নৰ উত্তৰ?'

'তই সদায় ড্ৰিংকছ কৰ নেকি?'

'অ' কৰো।'

'লিপিয়ে বেয়া নাপায়?'

'তই নিজে লিপিক নোসোধ কিয়?'

'তাৰ মানে তই লিপিৰ ইচ্ছাৰ বিৰুদ্ধে চলিছ?'

পল্লৱে এছট্ৰেটোত আধাপোৰা চিগাৰেটৰ টুকুৰাটো হেঁচি ধৰিলে। টিচু পেপাৰেৰে আঙুলিকেইটা মচিলৈ উগাৰ এটা মাৰি কেইছেকেণ্ডমান প্ৰদীপৰ চকুলৈ চাই থাকিল। তাৰ পাছত ক'বলৈ ধৰিলে-

'চা প্ৰদীপ, 'ধানটোৰে প্ৰতি কণটো, মানুহটোৰে প্ৰতি মনটো' বুলি অসমীয়াত কথা এষাৰ আছে। প্ৰত্যেক মানুহৰে একো একোটা নিজা মন আছে। লিপিৰ এটা নিজা মন আছে- মোৰো আছে। আমি দুয়োজনে বিবাহসূত্ৰে এডাল সূতাত বান্ধ খাই আছো। কিন্তু তাৰ অৰ্থ এইটো নহয় যে এটাৰ মনটো আনটোত জাহগৈ বিলীন হৈ যাওক। অৱশ্যে কোনোবাই যদি হ'বও খোজে সেই কথাটো সুকীয়া। তই জান যে সূৰ্যক কেন্দ্ৰ কৰি গ্ৰহ-উপগ্ৰহবোৰে নিজ নিজ কক্ষপথত থাকি এটা নিয়মত, এটা গতিত অৱস্থান কৰি আছে। সৌৰজগতখনৰটো কোনো ক্ষতি হোৱা নাই? গ্ৰহক গ্ৰহই থেকা-খুণ্ডা লগা নাই।'

ৰন্ধা-বঢ়া সামৰি লিপিকাই আকৌ ভজা মাছ দুটুকুৰামান কাঁহীখনত লয় পল্লৱ আৰু প্ৰদীপৰ মাজত থকা চকীখনত বহিল। তাই লক্ষ্য কৰিলে যে প্ৰদীপে মাছৰ কাঁইট এডাল চেলেকি চেলেকি বেৰত আৰি ৰখা লিপিকা আৰু পল্লৱৰ যুগ্ম ফটোখনৰ পিনে চাই আছে। পল্লৱ মাছ খোৱাত ব্যস্ত। তাৰ দ্বিতীয় পেগ্‌টোও শেষ হওঁ হওঁ হৈছে।

প্ৰদীপৰ পিনে মুখ ঘূৰাই পল্লৱে মৌনতা আঁতৰাই ক'লে- 'হেই ফিল'চফাৰ। কাঁইটডাল চেলেকি তাত কি পাইছ?' পল্লৱৰ মাতত প্ৰদীপ জিকাৰ খাই উঠিল। সি মিচিকিয়া হাঁহি এটা মাৰি কাঁইটডাল হাতত লৈ থাকিল। লিপিকাই সৰুকৈ হুমুনিয়াহ এটা পেলালে। পল্লৱৰ শৰীৰত তেজৰ গতিবেগ বৃদ্ধি হৈছিল। সি প্ৰদীপক ক'লে-

'মাছৰ কাঁইটৰ মাজতো সোৱাদ থাকে যদিহে তাক চোবাই, চেপি ৰস উলিয়াব পাৰ। চেলেকিলে একো নাপাবি। ৰোমান্টিক প্ৰেমৰ দৰে। তাত মোৰ অকণো বিশ্বাস নাই। যিটো বাস্তৱ, সেইটোহে সত্য। লিপিকাই আমাক গৰম গৰম ভজা মাছ দিছে, আমি খাৱ লাগে। কাইটডাল পেলা-মাছ খা। ভাত খাই ৰাতি ইয়াতে থাকিবি।'

'নকবি ভাই, মই উভতি যাম বুলি গেষ্ট হাউছত থকা মোৰ লগৰ আন দুজন অফিচাৰক কথা দি আহিছো।'

গিলাচটোৰ শেষখিনি মদ মুখত ঢালি দি পল্লৱে ক'লে-

'আচলতে সেইটো তোৰ এটা অজুহাত। তোৰ বিয়াৰ কথা আলোচনা কৰিম বুলি ইয়াত থাকিব খোজা নাই।' পল্লৱে আকৌ চিগাৰেট এটা জ্বলালে। প্ৰদীপে দুই হাতৰ মাজত আধা খালী হোৱা গিলাচটো লৈ লিপিকাৰ চকুলৈ চালে। পল্লৱে ক'লে-

‘কথাটো ওলাইছেই যেতিয়া শেষবাৰৰ কাৰণে তোক সুধিছো’; “তই সঁচাকৈয়ে বিয়া নকৰাৱ নেকি?”

চেপা হাঁহি এটা মাৰি হাতত লৈ থকা গিলাচটোলৈ চাই প্ৰদীপে ক’লে-

‘মই তোক কৈছোৱেই; মই এতিয়া বুঢ়া হৈছো। ভোবোৰা ছাগলী।’

‘কিহৰ দুখত, কাৰ দুখত তই এনেকৈ থাকিব খুজিছ?’

‘কাৰো কাৰণে নহয়। সংসাৰ নপতাকৈ থাকিবৰ মন গৈছে।’

‘মিছা কথা। ভগৱানে সৃষ্টি কৰা নিয়মৰ বাহিৰলৈ সুস্থ মানুহ কেতিয়াও ওলাই যাব নোৱাৰে। সামান্য কীট-পতংগৰ পৰা আৰম্ভ কৰি দেৱ-দেৱীলৈকে বায়ল’জিকেল আৰু এনাটমিকেল দিশবোৰৰ প্ৰয়োজনীয়তা আছে। এইবোৰ প্ৰকৃতিৰ নিয়ম। গতিকে, তই সংসাৰ নাপাতি ভোবোলাৰ গোন্ধ দেখুৱাই নিজৰ ওপৰত অথবা আন কাৰোবাৰ ওপৰত প্ৰতিশোধ ল’ব বিচাৰিছ।’

একে উশাহতে কথাবোৰ কৈ পল্লৱে চিগাৰেটটোত জোৰকৈ হোপা এটা মাৰিলে।

ইমান পৰে মনে মনে থকা লিপিকাই পল্লৱে মুখৰ পৰা উলিয়াই দিয়া চিগাৰেটৰ ধোঁৱাবোৰে কুণ্ডলী পকাই উৰি যোৱা চাই আছিল। এইবাৰ তাই প্ৰদীপৰ চকুলৈ চাই

ক'লে–

'এজনী বৰ ভাল ছোৱালী আছে। বয়সতো তোমাৰ সৈতে মিলিব। যদি মত দিয়া, কথা পাতিব পাৰো।'

অতি কাতৰভাৱে লিপিকাৰ চকুলৈ চাই প্ৰদীপে ক'লে–

'তোমাৰ দৰেই নে?'

ৰাতি ভাত খাই প্ৰদীপে গেষ্ট হাউছলৈ গুচি গৈছিল।



# আভিজাত্যৰ বিফলতা

ৰাতিপুৱা ন-মান বজাৰ পৰা চীফ জুডিছিয়েল মেজিষ্ট্ৰেটৰ (C.J.M.) কোৰ্ট আৰু ডি চি (D.C.) কোৰ্টৰ কাষে পাজৰে সমবেত হোৱা উকীলসকলক এৰোপ্লেন নাইবা হেলিকপ্টাৰৰ পৰা চাই পঠিয়ালে নিশ্চয় এজাক পেংগুইন চৰাইৰ দৰে দেখা যাব। পেংগুইনবোৰে পানী যুৱলিত মাছ ধৰিবলৈ ৰৈ থকাৰ দৰে উকীলসকলেও মক্কেলৰ বাবে ৰৈ থাকে। অৱশ্যে সকলোবোৰ উকীলে তেনেকৈ জোপ পাতি ৰৈ থাকিব নালাগে। যি সকলৰ শিপা দকৈ শিপাইছে বা গছৰ দৰে শাখা-প্ৰশাখা বাঢ়ি গৈছে, নাম কামাইছে সেইসকলে উকীলখানাত বহি থাকে। মক্কেলে তেওঁলোকক বিচাৰি যায়। কিন্তু নতুনকৈ পোতা গছ পুলিৰ দৰে যি সকল উকীলৰ শিপা, পাত মেলখোৱা নাই তেওঁলোকেহে একে ঠাইতে ৰৈ নাথাকি ঘূৰি ফুৰে। হাতত জাল, পল', জুলুকী, জাকৈ লৈ মক্কেল বিচাৰি ফুৰে; যেনিবা মাছ দেখিলেই চাব মাৰি ধৰিব।

তেনেচাম উকীলে হয়তো এঠাইত থিয় হৈ চিগাৰেট

হুপি হুপি শেনদৃষ্টিৰে চাৰিওপিনে চাই আছে নাইবা উকীলে উকীলে লগলাগি কথা পাতি আছে।

কোনো কোনো উকীলে আকৌ মোবাইলটো কাণত লগাই কোনো মক্কেলৰ সৈতে কথা পতাৰ ভংগীত ইফালে-সিফালে চাই লাহে লাহে খোজ দিছে। তেওঁ বৰ ব্যস্ত উকীল আৰু তেওঁৰ বহুতো মোক্কেল থকাৰ ইংগিত ৰৈ থকা মানুহবোৰক দিয়াৰ প্ৰয়াস কৰিছে, কিন্তু তেওঁৰ চকুৰ ভাষা আৰু খোজকঢ়াৰ পদ্ধতিটোৱে তেওঁৰ উদং ফোঁপোলা স্বৰূপটোহে প্ৰকাশ কৰিছে। কেতবোৰ উকীলে আকৌ ক'লা কোট-চোলাটোৰ ওপৰত জেপত ৰঙা, কলা, আৰু সেউজীয়াৰঙৰ কেইবাটাও কলম গুজি লৈছে। যেনিবা বিভিন্ন কেছৰ ফাইল চিনাক্ত কৰিব লাগে। আচলতে তেওঁলোকে D.C. Court আৰু C.J.M. Court ৰ মাজত এনেয়ে ঘূৰাঘূৰি কৰি থাকে।

সেইখন কোৰ্টৰে ধনী তালুকদাৰ এজন নতুন উকীল। ওকালতি আৰম্ভ কৰাৰ দুবছৰমান হ'ল। কেতিয়াবা দুই এটা কেছ পায়। বেছিভাগ সময় উকীলখানাত বহি থাকে। গল্প কৰে, তাচপাত খেলে।

ধনী তালুকদাৰে এটা ব্যক্তিগত-খণ্ডৰ কোম্পানীত মেনেজাৰৰ চাকৰি কৰিছিল। মাহেকত বিছ হাজাৰ টকাৰ ওপৰত দৰমহা পাইছিল। চাকৰি কালতে এল এল, বি পাছ

কৰাৰ পাছত উকীল হোৱাৰ প্ৰবল হেঁপাহ এটাই তেওঁৰ অন্তৰত খলকনি তুলিছিল। তেওঁৰ ধাৰণা আছিল যে উকীল হ'লে সমাজত যশ, মান, আভিজাত্য বাঢ়ে।

এদিন চাকৰি ইস্তাফা দি ধনী তালুকদাৰে ওকালতি আৰম্ভ কৰিলে।

তালুকদাৰে হাতৰ ঘড়ীটোলৈ চালে। এঘাৰটা বাজি পোন্ধৰ মিনিট গৈছে। 'ইমান সময় মক্কেলজন আহি পাব লাগিছিল' তালুকদাৰে ভাবিলে, 'কৰবাত ট্ৰেফিক জামত সোমাই পৰিবও পাৰে।'

লংপেন্টৰ বেক্ পকেটৰ পৰা পাৰ্চটো উলিয়াই মেলি চালে। অন্যান্য কাগজৰ টুকুৰাৰ লগতে ঘৈণীয়েকে দিয়া বজাৰৰ লিষ্টখনো আছে। সেইখনত তালুকদাৰে এবাৰ চকু ফুৰালে- পাওৰুটি, বাটাৰ, নিমখীয়া বিস্কুট আৰু ভূজিয়া। পাৰ্চটোৰ আনটো তৰপ মেলি দহ টকীয়া নোটকেইখন গণি চালে। পাৰ্চটো আকৌ পকেটত ভৰাই থ'লে। অজানিতে তালুকদাৰৰ নাকেৰে হুমুনিয়াহৰ বতাহ এচাটি ওলাই গ'ল।

'কি চুট্খৰে খাইছিল- আৰামৰ ভাল চাকৰিটো এৰি দি উকীল হ'বলৈ?' বিতৃষ্ণাৰ ভাব এটাই তালুকদাৰক জোকাৰি গ'ল।

ল' পাছ কৰিলেই যে উকীল হ'ব লাগিব, এম এ, এম্ এছ্ চি পাছ কৰিলেই যে অধ্যাপক হব লাগিব তাৰ কোনো

মানে নাই। ঘৰৰ অৱস্থা ভাল হ'লে নাইবা চাকৰি বাকৰি নাথাকিলে ওকালতি কৰা বেলেগ কথা। সেইটোৱে বৰ্তমান চলি আছে। বহুতে চাকৰি নাপাই ল' পঢ়িছে, বাৰত জইন কৰি ছিনিয়ৰ উকীলৰ তলত জুনিয়ৰ হিচাপে কাম কৰি আছে। মন গলে ছিনিয়ৰজনে পঞ্চাশ টকীয়া বা এশটকীয়া নোট এখন দিছে। জুনিয়ৰসকলে ভিতৰি ভিতৰি চাকৰি বিচাৰি আছে। পাঁচ- ছয় হাজাৰ টকীয়া চাকৰি পালেও ওকালতিক টা-টা-বাই-বাই কৰিছে।

ধনী তলুকাদৰৰ ভাগ্যত কোনো ছিনিয়ৰ উকীল নিমিলিল। যি কেইজন ছিনিয়ৰ আছে তেওঁলোক তালুকদাৰতকৈ বয়সত জুনিয়ৰ। তেওঁলোকে তালুকদাৰক জুনিয়ৰ কৰি ল'বলৈ বেয়া পায়। বেয়া পাবৰে কথা। শ্ৰুতলিপি দিওঁতে কিবা ভুল-ভ্ৰান্তি হ'লে ছিনিয়ৰ উকীলে জুনিয়ৰসকলক বেয়াকৈ কয়। তালুকদাৰক ক'ব নোৱাৰিব। তদুপৰি ছিনিয়ৰবোৰে ছোৱালী উকীলকহে বেছিকৈ জুনিয়ৰ কৰি লয়। তাৰ কাৰণ বিচাৰি তালুকদাৰে উৰহীৰ ওৰ উলিয়াবলৈ চেষ্টাও নকৰে।

গুৰুহীন হৈ ধনী তালুকদাৰে প্ৰত্যাহ্বান জনাই একলব্যৰ দৰে বিদ্যা আহৰণ কৰিবও নোৱাৰিলে, বৰং বিলৰ পাৰত মাছ ধৰিবলৈ এখন ঠেঙৰ ওপৰত বৈ চকু মুদা বগলীটোৰ দৰে বৈ থাকিল। মাছ কোনফালে আহে যায়

গমকে নাপায়।

ডেৰটা বাজিল। মক্কেলজনৰ দেখাদেখি নাই। সম্ভৱ বেলেগ উকীল ধৰিলে। সৰু কাম এটা আছিল। এখন এফিডেভিট লিখিব লাগে। নামটো সলনি কৰিব। ভগৱান চহৰীয়াৰ পৰা ভাগ্যৱান চহৰীয়া হ'ব। কোনোবা জ্যোতিষীয়ে বোলে কৈছে ভগৱানৰ পৰা ভাগ্যৱানলৈ নামটো সলনি কৰিলে সৌভাগ্যই তেওঁৰ পাছ নেৰা হ'ব। হ'বও পাৰে কোনোবা অখ্যাত ভাগ্য কলিতা কুখ্যাত নায়ক হোৱাৰ দৰে।

আঢ়ৈটা বাজিল। তালুকদাৰে ভোক-পিয়াহৰ আগজাননী এটা পালে। ষ্টেম্প ভেণ্ডাৰৰ কাষত প্লাষ্টিক এডোখৰক চালি হিচাপে ব্যৱহাৰ কৰি চাহ বেচা দোকানখনত উপস্থিত হ'ল। দোকান মানে বহাৰ ব্যৱস্থা নাই। থিয়ৈ থিয়ৈ খাব লাগে।

এহাল মতা-মাইকীয়ে চাহৰ কাৰখানাটো চলাই সংসাৰ ধৰ্ম পালন কৰি আহিছে। মতাটোৱে চাহ উতলায় আৰু টেকেলী পিঠা সেকে। ঘৈণীয়েকে পানী আনে, গিলাছ ধোৱে। ধনী তালুকদাৰ মাৰ্কা উকীলবোৰে তাতে চাহ খায়।

সৰু আইনাৰ গিলাছত ৰঙা চাহ এগিলাছ আৰু গৰম পিঠা এটা তালুকদাৰে খালে। তালুকদাৰে আকৌ আধা গিলাছ চাহ খুজি খালে। তলপিনে জোঙা অকণমান গিলাছটোত

যিখিনিহে চাহ ধৰে তাতে পিঠাটো ভিজাই খাওঁতে চাহখিনি শেষ হৈ গ'ল। মুখখন পখালি গিলি খাবলৈ চাহ নৰ'লেই। মক্কেলৰ বাবে অপেক্ষা কৰি অস্থিৰ হোৱা তালুকদাৰক ৰঙা চাহ কাপে সুস্থিৰতাৰ পিনে থেলি দিলে।

দোকানীজনক চাহ-পিঠাৰ দামৰ বাবদ দহটকীয়া নোট এখন আগবঢ়াই দিয়াৰ মুহুৰ্তত পাছফালৰ পৰা মাত এষাৰ আহি তালুকাদৰৰ কৰ্ণপথেৰে প্ৰৱেশ কৰিলে, 'ছাৰ, অলপ মাত দিব নেকি?' 'এক মিনিট ৰ'ব' বুলি মানুহজনক উত্তৰ দি দোকানীৰ পৰা তাৰাতাৰি ছয় টকা ঘূৰাই ল'লে। চকুৰ ইংগিতেৰে মানুহজনক অলপ আঁতৰলৈ মাতি নিলে। মনটো তেওঁৰ ভাল লাগিল। নিশ্চয় কিবা কাম ওলাব। সুধিলে-

'কওকচোন। কিবা কাম আছিল?'

'হয়, কাম এটা আছিল ছাৰ।'

'কি কাম?'

'মাটিৰ নামজাৰী! ৰমনী দাস ছাৰে আজি মোক মাতিছিল।'

'ৰমনী দাস নাথাকিলেও মই কৰি দিব পাৰিম নহয়। মাটিৰ কাগজ পাতি কি আনিছে চাওঁ।'

'কাগজ পাতি সকলো দাস ছাৰৰ লগত আছে। আপুনি তেখেতক দেখিছিল নেকি?'

'নাই, তেওঁক আজি মই লগ পোৱা নাই।' তালুকদাৰে মানুহজনক মিছাকৈ কথাষাৰ ক'লে। আধা ঘন্টা আগতে তালুকদাৰে দাসক লগ পাইছিল। তেওঁ তেতিয়া চাব্‌-ৰেজিষ্টাৰৰ অফিচত আছিল। অজানিতে দাসৰ ওপৰত তালুকদাৰৰ ঈৰ্ষাৰ ভাব এটা জাগি উঠিল।

তিনি বাজি গ'ল। ধনী তালুকদাৰে এখোজ-দুখোজকৈ ডি ছি কোৰ্টৰ মেইনগেট পালেগৈ।

মানুহৰ ভিৰ সেৰেঙা হৈ আহিছে। ৰাতি এঘাৰ বজাৰ পাছত দৰা আহি নোপোৱালৈকে কইনাঘৰৰ ৰভাতলীৰ দৰে হৈছে। এতিয়া কোনো মক্কেল অহাৰ সম্ভাৱনা নাই। হাকিমসকলেও কেচ লোৱা বাদ দিছে। উকীলসকলৰ বহুতেই ঘৰলৈ ৰাওনা হৈছে নাইবা বজাৰ সমাৰ কৰাত ব্যস্ত হৈছে। সীমিত কেইজনমানেহে উকীলখানাৰ ভিতৰত তাচপাত খেলি আছে।

ডি চি কোৰ্ট আৰু চি জে এম্ কোৰ্টৰ মাজত থকা চোতালখনেৰে ধনী তালুকদাৰ লাহে লাহে কাষতে থকা ব্ৰহ্মপুত্ৰৰ বুকুৰ পানী যুৱলিলৈ নামি গ'ল। পকেটৰ পৰা পাৰ্চটো উলিয়াই এবাৰ সেইটো চাই ল'লে। পাৰ্চটোৰ বুকুৰ মাজত উম লৈ থকা পইচাখিনিলৈ চালে। চল্লিছ টকা প্ৰথমতে তাত আছিল। চাহ, তামোল আৰু চিগাৰেটত মুঠ আঠ টকা খৰচ হৈছিল। এতিয়া তাত দহটকীয়া নোট

তিনিখন আছে। পেন্টৰ জেপটো খেপিয়াই চাই দুটকীয়া মুদ্ৰা এটা পালে। নোট কেইখনৰ লগতে ঘৈণীয়েকে দিয়া বজাৰৰ লিষ্টখনো আছে। তালুকদাৰে সেইখন আকৌ এবাৰ পঢ়ি চালে- পাওৰুটি, বাটাৰ, নিমখীয়া বিস্কুত আৰু ভূজিয়া।

'দুশ টকা পোৱা হ'লেওঁ....। দুশ নালাগে ডেৰশ হ'লেও আজিৰ দিনটো চলিলেহেতেন,' তালুকদাৰে ভাবিলে। লগৰ আন উকীলৰ পৰা দুশ টকা ধাৰলৈ ল'ব পাৰিলেহেতেন, কিন্তু তেওঁৰ মনে নকয়। যদি 'নাই' বা 'নোৱাৰো' বুলি কৈ দিয়ে তেওঁ বৰ লাজ পাব- অপমানবোধ কৰিব। বৰ্তমান যুগত মানুহে উপদেশ দিবলৈ, দিহা পৰামৰ্শ দিবলৈ আগবাঢ়ি আহে, কিন্তু সহায় আগবঢ়োৱাৰ ক্ষেত্ৰত টুপাই বুৰ মাৰে। সহায়ৰ ভিতৰত টকাৰে সহায় কৰা কথাটো সপোন যেন লাগে। আধুনিক যান্ত্ৰিক ভোগবাদী সভ্যতাৰ এইটো এটা অংগ।

তালুকদাৰে হাতত লৈ থকা পাৰ্চটো দুবাৰমান ঘূৰাই ঘূৰাই চালে। বহু বছৰৰ পুৰণা। ইমান বছৰে হাত, জেপ আৰু গাৰুৰ তলৰ ঘৰ্ষণৰ অত্যাচাৰত সেইটোৰ দাঁতিবোৰ উৱলি গৈছে। ক'লা ৰংটো মাজে মাজে এৰাই
গৈ থাইলেঙুৰ হাতীৰ কাণৰ দৰে হৈছে- ব'গা-ক'লা, ক'লা-ব'গা। দৰকাৰী-অদৰকাৰী বহুতো কাগজৰ টুকুৰা পাৰ্চটোত ভৰাওঁতে ভৰাওঁতে তাৰ পেটতো ওফন্দি কম্পিউটাৰৰ

মাউচ্‌টোৰ দৰে হৈছে।

দহটকীয়া নোট তিনিখন পাৰ্চটোৰ পৰা উলিয়াই তালুকদাৰে ছাৰ্টৰ ওপৰৰ জেপত থলে। কাগজৰ টুকুৰাবোৰ পৰীক্ষা কৰি তাৰে কিছুমান কোট-চোলাটোৰ ভিতৰৰ জেপত ভৰালে তাৰ পাছত ইফালে সিফালে চাই কোনেও নেদেখাকৈ পাৰ্চটো নদীৰ পানীত দলিয়াই দিলে।

উকীল ধনী তালুকদাৰে ঘৰৰ পদূলি মুখত যেতিয়া ৰিক্সাখনৰ পৰা নামিল তেতিয়া আবেলি চাৰে চাৰিটা বাজি গৈছে।

হাত মুখ ধুই তালুকদাৰে বিছনাত বাগৰ দিলে। সদায় কৰি অহাৰ দৰে সেইদিনাও ঘৈণীয়েকে কাঁহৰ বাণবাটিতোত অলপ চিৰা আৰু দৈ আনি তালুকদাৰৰ বিছনাৰ কাষত থিয় হৈ ক'লে, 'উঠক, জলপান খিনি খাই লওক।' উঠো-নুঠোকৈ উঠি তালুকদাৰে বাটিতো ঘৈণীয়েকৰ হাতৰ পৰা নিজৰ হাতলৈ আনিলে।

জলপান খাই থকা অৱস্থাতে ঘৈণীয়েকে সুধিলে,

'ৰুটি, বিস্কুত আনিবলৈ পাহৰিলে নেকি?'

'ঘৈণীয়েকৰ প্ৰশ্নত আধাগিলা চিৰা চামুচেৰে তালুকদাৰে ডিঙিত চৰ্চৰণি এটা খালে। গিলাছৰ পৰা পানী অলপ গিলি উঠি প্ৰথমতে চিৰাৰ বাটিটোলৈ তাৰ পাছত ঘৈণীয়েকৰ চকুলৈ আৰু শেষত বেৰত ওলমি থকা গান্ধীৰ

ফটোখনলৈ চাই চাই ক'লে,

'পাহৰা নাই।'

'তেনেহলে বস্তুখিনি নানিলে কিয়?'

'পাঁচশ টকা! - এশটকীয়া নোট পাঁচখন।'

'অ' তাৰ মানে আজি পাঁচশ টকা উকীলৰ ফিজ পাই আনন্দত আত্মহাৰা হৈ বজাৰৰ কথা পাহৰি গ'ল? যি হ'ল হ'ল বাৰু টকাখিনি মোক দিয়ক।'

এইবাৰ গান্ধীৰ ফটোখনৰ পৰা চকুহাল ঘূৰাই লৈ ঘৈণীয়েকৰ চকুৰ ওপৰত থৈ কাতৰ দৃষ্টিৰে ক'লে,

'নিলে, বুজিছা, নিলে।'

'কি! নিলে? কোনে নিলে?'

'পাৰ্চটো পকেট মাৰিলে।'

'হে হৰি! ইমান দিনৰ মূৰত পাঁচশ টকা পাইছিল তাকো পকেট মাৰিলে। কি-কুগ্ৰহে পাইছে আমাক!'

খোলা খিৰিকিখনেৰে শূণ্য আকাশখনলৈ চাই চাই হুমুনিয়াহ এটা কাঢ়ি তালুকদাৰে মনতে ভাবিবলৈ ধৰিলে, চাকৰিটো এৰি নিদিয়া হ'লেই ভাল আছিল। ঘৈণীয়েকেতো নাজানে যে ইমান দিনে তালুকদাৰে তেওঁৰ বেংকত সাঁচতীয়া টকা কেইটাৰে ঘৰ চলাই আহিছে, সমাজত নিজকে উকীল হিচাপে প্ৰতিষ্ঠা কৰা আভিজাত্যৰ সপোনে তালুকদাৰক কোঙা কৰি পেলাইছে। বেংকৰ সাঁচতীয়া পইচাখিনিৰ তলি

শুকাই ফাট মেলিছে।



# নিশাৰ আন্ধাৰ

ৰাতি ভালেমান হ'ল। নিশাৰ টোপনি অহা নাই। আচলতে দিনটোৰ কামবোৰে তাইৰ শৰীৰ আৰু মনটোক অৱস কৰি টোপনিৰ অটল গভীৰতালৈ ঠেলি পঠিয়াব লাগিছিল। ৰাতিপুৱাৰে পৰা ঘৰ সৰা, বাচন ধোৱা, কাপোৰ ধোৱা আদি কামৰ উপৰিও গাঠিৰ বিষত ভুগি থকা মাকক চাহ-ভাত কৰাতো লাগি দিব লাগে। সামান্য কিবা মুখত দি ন বজাত স্কুললৈ দৌৰিব লাগে। ৰিক্সা-বাছ নচলা ঠাই। দুমাইল বাট বুলি অহা-যোৱা কৰে। তিনি বজালৈ স্কুলৰ ল'ৰা-ছোৱালীবোৰৰ সৈতে লাগি থাকি ভাগৰি পৰে। আবেলিপৰত আকৌ টিউচন কৰে। ৰাতি মাকৰ লগত পাকঘৰত সোমায়। এনে কৰ্মব্যস্ততাৰ মাজত স্বাভাৱিকতে নিশাৰ গভীৰ টোপনি আহিব লাগিছিল।

চাৰিটা ৰুমৰ এটা টিনপাতৰ ঘৰ। নিশাৰ দেউতাকে সজা ঘৰ। দেউতাক অমিয় তালুকদাৰ স্থানীয় হাইস্কুলখনৰ কেৰাণী আছিল। এতিয়া অৱসৰ পাইছে। অৱসৰ পোৱাৰ পিছতে লাগি মেলি দেউতাকে নিশাক সেইখন স্কুলতে শিক্ষয়ত্ৰীৰ পদত সুমুৱাই দিছিল। বয়সতকৈ তালুকদাৰ মানুহজন বেছি বুঢ়া হৈ গৈছে। নিশাক লৈ তেওঁৰ ডাঙৰ চিন্তা।

ঘৰটোৰ দক্ষিণ ফালৰ ৰুমটোত নিশাৰ মাক-দেউতাক থাকে। সেইটোৰ গাতে লগা মাজৰ ৰুমত নিশা আৰু তাৰ কাষৰ ৰুমটো এৰি শেষৰ উত্তৰফালৰ ৰুমটোত জীতেন আৰু ৰাণু থাকে। ৰাণুৰ ভাল নাম ৰুণীমা। কথা নাই বতৰা নাই এদিন হঠাতে জীতেনে ৰুণীমাক ঘৰলৈ আনি বজাৰ কৰা মোনাখন হাতত তুলি দিয়াৰ দৰে ৰুণীমাক মাকৰ হাতত তুলি দি কৈছিল, ‘মা, এইজনী তোৰ বোৱাৰী।’ ঘটনাটোৱে মাক-দেউতাকক বৰকৈ আঘাত দিছিল। বায়েকজনীৰ বিয়া নোহোৱাকৈ জীতেনে ছোৱালী এজনীক ঘৰ সোমোৱাত মাক-দেউতাকে বেজাৰ পাইছিল যদিও নিশাই বেয়া পোৱা

নাছিল।

যৌৱন কাৰো বাবে ৰৈ নাথাকে নিশাই ভাবে। ছয়ত্ৰিশ বছৰ বয়সত তাইৰ দেহত শুক্লপক্ষৰ জোনৰ পোহৰ নাই। জীতেনহ’তে অথবা ভনীয়েক ৰূপাই তাইৰ দৰে আঁউসীৰ অন্ধকাৰলৈ গৈ থকা নাই।

নিশাৰ ভনীয়েক ৰূপা আছিল ধুনীয়া। তাইৰ শৰীৰটোও আছিল চকুতলগা। তুলনামূলকভাৱে নিশাৰ মুখমণ্ডল আৰু দৈহিক সৌন্দৰ্য ৰূপাতকৈ ম্লান পৰা, গাৰ ছালখনো বগা নাছিল। শৰীৰৰ গঠনটো প্ৰয়োজনতকৈ ক্ষীণ। সেয়েহে নিশাৰ ছয়টাকৈ বিয়াৰ প্ৰস্তাৱ নাকচ হৈছিল। নিশাক চাবলৈ অহা ল’ৰাবোৰে ৰূপাকহে পছন্দ কৰিছিল। প্ৰথম অৱস্থাতে অমিয় তালুকদাৰে নিশাক এৰি থৈ ৰূপাৰ বিয়া পাতিবলৈ অমান্তি হৈছিল যদিও নিশাৰ প্ৰতিবাদত ৰূপাক বিয়া দি উলিয়াই দিছিল। এদিন নিশাই মাকক কৈছিল- ‘তহঁতে বুজিও নুবুজাৰ ভাও নধৰিবিচোন মা। ছোৱালীৰ বজাৰ এখনত গ্ৰাহকে মোৰ দৰে অসুন্দৰী ছোৱালীক নিকিনে। সকলোৱে ৰূপাকে পছন্দ কৰে যেতিয়া

তাইৰ বিয়াখন পাতি দে। মোৰ কথা ভাবিব নালাগে।’

নিশাই বিছনাখনত বাগৰি আছে। টোপনি অহা নাই। ৰাতি গভীৰ হৈ আহিছে। সিটো ৰুমত দেউতাকে কাহিছে। দূৰৈত কুকুৰ এটাই “ভো-উ-উ,-ভো-উ-উ” কৈ চিঞৰি সি তাৰ কোনোবা সংগীলৈ বাৰ্তা প্ৰেৰণ কৰিছে। তাই টোপনি যাবলৈ চেষ্টা কৰিছে। পৰা নাই। কোনোবাই কৈছিল যে, ‘টোপনি নাহিলে ওলোটাকৈ নেওঁতা মাতিব লাগে। তাই কেইবাবাৰো চেষ্টা কৰিলে। সকলো মিছা হ’ল। তাই আকৌ ভাবিবলৈ ধৰিলে-

তাইৰ মুখমণ্ডল, তাইৰ শৰীৰটো আপচু হোৱাৰ কাৰণে দায়ী কোন। বিধাতা বা ভগৱান বোলা শক্তিটোৱে তাইক সৃষ্টি কৰিছে নেকি? কবি-সাহিত্যিকসকলে দেখোন ভগৱানৰ সৃষ্টিক সুন্দৰ, বিনন্দীয়া বুলি প্ৰশংসা কৰে। তেনেস্থলত তাইও যদি ভগৱানৰে সৃষ্টি হয়, তেনেহলে এগৰাকী নাৰীৰ শৰীৰত থাকিব লগা পূৰ্ণতাখিনিৰ পৰা কিয় বঞ্চিত কৰিলে তাইক? তাই ক’লা, আপচু আৰু ক্ষীণ হৈ জন্ম পালে কিয়?

ভনীয়েক ৰূপাৰ কথা নিশাৰ মনলৈ আহিল। ৰূপালৈ নিশাৰ ঈৰ্ষা ওপজে। তাইক চাবলৈ অহা ল'ৰাবোৰৰ চকু কেৱল ৰূপাৰ ওপৰত পৰে। পুৰুষবোৰে বিচৰা মঙহ আৰু ৰূপ তাইৰ আছে। কিন্তু সেই সৌন্দৰ্যৰ মাজত যে পোক সোমাই আছে তাইক পছন্দ কৰা মানুহবোৰে সেই কথাটো নাজানে। তাইক বিয়া কৰোৱা অভিজিতেও জনা নাই।

নিশাহঁতৰ ঘৰৰ ওচৰতে পৰমা উকীলৰ ঘৰ। উকীলৰ খুলশালীয়েক অমিতাভে তাতে থাকি কলেজত পঢ়িছিল। এসময়ত অমিতাভৰ লগত ৰূপাৰ হিয়া-দিয়া-নিয়া চলিছিল। তাৰে ফলস্বৰূপে ৰূপা অন্তঃসত্বা হৈছিল। কথাটোৰ সম্ভেদ পাই মাকে দেউতাকক জনাইছিল। দেউতাকে পৰমা উকীলক কথাটো কোৱাত উকীলে দপদপাই উঠি তালুকদাৰক দহ হাজাৰ টকা গুজি দি ৰূপাৰ গা-খালাচ কৰিবলৈ দিছিল।

গা খহাই ৰূপা নিষ্পাপ, পবিত্ৰ হৈ আছে। অথচ নিশাই তাইৰ সতীত্বক ধুপ-ধুনাৰে সজোৱা নৈবেদ্য এখনৰ দৰে আজিকোপতি সজাই পৰাই ৰাখিছে অনাগত কোনোবা

এজন পূজাৰীৰ কাৰণে। তাইৰ হৃদয় মন্দিৰৰ দেৱতাজনৰ কাৰণে। সেই কথাটো কোনেও দেখা নাই।

ঘৰৰ টিনপাতৰ ছালখনৰ ওপৰৰ পৰা কিবা বস্তু পৰাৰ শব্দ নিশাই শুনিবলৈ পালে। তাই বিছনাখনত বহি ল'লে। কিহৰ শব্দ হ'ব পাৰে তাই কাণ দুখন সজাগ কৰিলৈ অনুমান কৰি থাকিল। আকৌ দুবাৰমান তেনে শব্দ শুনিবলৈ পালে। এইবাৰ তাই বহাৰ পৰা পুনৰ বিছনাত বাগৰ দিলে।

তাই শোৱা কোঠালীটো চাৰি-পাঁচ হাতমান আঁতৰত লিচু গছ এজোপা আছে। পুৰণা গছজোপা ওখহৈ শাখা-প্ৰশাখা মেলি বহু ঠাই বিয়পি পৰিছে। ঘৰৰ টিনপাতৰ ওপৰলৈকে বিস্তাৰিত হৈছে। গছজোপাত কিছুমান লিচু ৰঙচুৱা হৈ পকিবলৈ লৈছে। ৰাতি বাদুলী কেইটামানে পকা লিচু খাবলৈ আহে। শব্দবোৰ বাদুলীয়ে আধাখাই পেলাই দিয়া লিচুৰ শব্দ বুলি নিশাই বুজি পালে। দিনৰ ভাগত মাজে মাজে নিশা লিচু গছডালৰ তললৈ যায়। তেতিয়া তাই পকা মঙহাল আধাখোৱা লিচু পৰি থকা দেখে।

নিশাৰ হুমুনিয়াহ এটা ওলাই আহিল। মঙহ, মুঠ কথা

হ'ল মঙহ আৰু বাকলিৰ ধুনীয়া ৰংবোৰ। তাইৰ শৰীৰটোত যদি এসোপামান মঙহ থাকিলেহেঁতেন, বাকলিটোৰ ৰংটো বগা ধুনীয়া হ'লহেতেন তেতিয়া চাবলৈ অহা বাদুলীবোৰে নিশ্চয় তাইক পছন্দ কৰিলেহেঁতেন। বিছনাখনত নিশাই ছটফটাবলৈ ধৰিলে।

দূৰৈত কুকুৰাৰ ডাক নিশাৰ কাণত পৰিল। কাউৰী দুজনীমানেও কা কা কৰিছে। তাই খিৰিকিখন খুলি দিলে। গছ-গছনিবোৰ স্পষ্ট হৈ পৰিছে, এচাটি শীতল সমীৰণে তাইৰ গালে মুখে চুমা খাই গ'ল।



# সান্ধিয়াৰ ৰং

দুপৰীয়াৰ ভাত সাজ দুই বজাত খাই উঠি আগফালৰ বাৰান্দাখনত বহিছো। চাকৰিৰ পৰা অৱসৰ পোৱাৰ পাছত দিনৰ ভাত সাজ খোৱা সময়টোও পুৱা ন বজাৰ পৰা আবেলি দুই বজালৈ পিছুৱাই গ'ল অৰ্থাৎ মোৰ লগতে খোৱা সময়টোৱেও ৰিটায়াৰ কৰিলে।

নাৰিকল গছজোপাৰ পাতৰ ফাকেদি ৰ'দ অকন সৰকি আহি বাৰান্দাখনত পৰিছে। ৰ'দকণ পিঠিত পৰাকৈ চকীখনত বহিছো। ফেব্ৰুৱাৰী মাহৰ তৃতীয় সপ্তাহত ৰ'দকণ অলপ কড়া হয় নেকি? ব'ৰ (Bore) কৰা মানুহক এৰাই ফুৰাৰ দৰে এইখিনি ৰ'দক এৰাই ফুৰা হয়। কিন্তু আজিৰ ৰ'দখিনিৰ চোক্‌টো কমিছে যেন লাগিছে, নে মোৰ শৰীৰটোৰ উত্তাপটো কমিছে সঠিক অনুমান কৰিব নোৱাৰি

ধৰি লৈছো যে মোৰ শৰীৰটোহে বুঢ়া হৈছে কিন্তু মনটো চফল ডেকাটোৰ দৰে হৈ আছে।

মোৰ কাষত থকা আনখন চকীত বাতৰি কাকত তিনিখন গোটাই লৈছো। ৰাতিপুৱাৰ ভাগত ইটো সিটো কৰোতে সময় যায় কাৰণে ফ্ৰন্ট পেজৰ হেড্ লাইনবোৰৰ ওপৰত চকু ফুৰাও আৰু বেচি চাঞ্চল্যকৰ বাতৰি নথাকিলে সেইবোৰ পঢ়িবলৈ এইটো সময়লৈকে থৈ দিও।

পাগুলি থকা বুঢ়া তামোলখনৰ শেষ জুতিখিনিৰ সোৱাদ লবলৈ দুই আঙুলিৰ চেপাত সোমোৱাই ৰখা চাধা আৰু চূণখিনি জিভা খনৰ আগত পেলাই দি পেপাৰ এখন হাতত তুলি লৈছো।

একেবোৰে খবৰ কোনখন সভাত কোনজন মন্ত্ৰীয়ে আধাৰশিলা স্থাপন কৰাৰ আশ্বাস দিছে, কোন ঠাইত বোমা ফুটিল, কোনে কাক ধৰ্ষণ কৰিলে, কোন কোন মন্ত্ৰী আমোলা চি বি আইৰ তদন্তৰ সন্মুখীন হ'ল ইত্যাদি ইত্যাদি। চি বি আইৰ তদন্তৰ ফলত সাপ বেঙ কি ওলাল সেইবোৰ খবৰ কেতিয়াও প্ৰকাশ নাপায়। প্ৰকাশ পাবই বা

কেনেকৈ তদন্তকাৰীয়ে নিজৰ মুনাফা আদায় কৰি তদন্তৰ শামুকীয়া গতি আৰম্ভ কৰে নাইবা তদন্ত কৰোতে কৰোতে তদন্তকাৰীয়ে অৱসৰেই পালে বা মৃত্যু হ'ল, অথবা তদন্তৰ ফাইলটোৰ ওপৰত বহুতো ফাইল উঠি বোকাত পোত গৈ থকা শিঙি মাছৰ দৰে পোত গৈ থাকিল।

পিঠিখন অলপ গৰম গৰম লাগিছে। বোধকৰো দেহ-মন-তাপৰ এড্‌জাচমেন্ট হৈ গ'ল। কিমান সময় পেপাৰ কেইখনৰ লগত কথাপাতি আছিলো ঠিক মনত নাই। কণভয় কাৰবোৰৰ পাছে পাছে মন্ত্ৰী আহি থকাৰ সংকেত দিয়াৰ দৰে দুই চাৰিটা হামিয়ে সিহঁতৰ পাছে পাছে যে টোপনি নামৰ কুম্ভকৰ্ণ দৈত্যটো আহি আছে তাৰে আগ জাননী দি গ'ল। এটা সময়ত টোপনি সসৈন্যে উপস্থিত হৈ মোৰ শৰীৰত সাম্ৰাজ্য বিস্তাৰ কৰাৰ উপক্ৰম কৰিলে। টোপনিৰ আক্ৰমণত জৰ্জৰিত হৈ নিৰাপদ স্থান বিছনাখনলৈ বুলি চকীখনৰ পৰা উঠি ভিতৰলৈ সোমাই যোৱাৰ যো-জা কৰিছো মাথোন এনেতে - 'ৰব ৰব আপোনাৰ চিঠি এখন আছে,' দূৰৰ পৰা চিএঙৰি পিয়নজনে বেগাই খোজ পেলাই মোৰ ওচৰ পালে।

বাও হাতেৰে লৈ থকা খামটোৰ পৰা সোহাতেৰে কাগজ এখন উলিয়ালে। চার্টৰ ওপৰৰ পকেটৰ পৰা কলমটো খুলি কাগজখনেৰে সৈতে মোৰ ফালে আগুৱাই দি পিয়নজনে “এইখিনিতে চহী এটা কৰক” বুলি দেখুৱাই দিয়া নির্দিষ্ট ঠাইখিনিত চহী কৰিলো। ৰেজিষ্টাৰ কৰা খাম এটা মোৰ হাতত তুলি দি পিয়নজন গ'লগৈ।

খামটো নোখোলাকৈয়ে তাৰ ওপৰত থকা আক্ষৰিক সাক্ষ্যৰ পৰা সেইটো জিতুৱে পঠোৱা বুলি ঠাৱৰ কৰিলো। তাৰ পৰা পোৱা এইটোৱেই প্ৰথম এন্‌ভেল'প। খামটো খুলি চোৱাৰ কথা ভৱাৰ লগে লগে উৎকন্ঠা, আবেগ আৰু সন্দেহৰ মিশ্ৰণ এটাই মোৰ মনত পাতল প্ৰলেপ এটা সানি দিলে। মোৰ অৱস্থাটো দুই তিনি বছৰ একেৰাহে তলামাৰি বন্ধ কৰি থোৱা কোঠালি এটাৰ তলাটো খোলাৰ আগমুহুর্তৰ অৱস্থাটোৰ দৰে হ'ল।

মোৰ, মানে আমাৰ একমাত্ৰ পুত্ৰ জিতু। কম্পিউটাৰৰ গ্ৰাফিক্‌চ ডিজাইনাৰ। মুম্বাইত থাকে। তিনি বছৰৰ বেছি হ'ল। এই বিয়াগোম সময়ছোৱাৰ ভিতৰত তাৰ পৰা পোৱা

এইটোৱেই প্ৰথম লেফাফা। নোখোলাকৈয়ে লেফাফাটো পিটিকি পিটিকি চাই অনুমান কৰিলো তাৰ ভিতৰত চিঠি আছে। তাৗলে মই দুখনমান চিঠি লিখিছিলো। সি উত্তৰ নিদিয়ে। টেলিফোনত কয়, ‘দেউতা আপোনাৰ চিঠি পাইছো।’ সি হয়তো চিঠি লিখাৰ প্ৰয়োজনীয়তা অনুভৱ নকৰে। এইটোও ঠিক- চিঠিনো কি? স্কুলত শিকোৱা আৰ্হিৰ চিঠিহে। মই লেখিম-‘মৰম লবি! আমাৰ ভাল। শৰীৰৰ প্ৰতি যত্ন লবি ইত্যাদি।’ সিও লেখিব- “মোৰ সেৱা লব! মাকো মোৰ সেৱা জনাব। মাক চিন্তা কৰিবলৈ নিদিব। মই ভালে আছো ইত্যাদি।”

চিঠিৰ এই গতানুগতিক ধাৰাটো বাদ দি সাহিত্য, সংগীত, শিল্পকলা ভিত্তিক চিঠিৰো আদান-প্ৰদান হ’ব পাৰে। আগৰ যুগৰ শিল্পী সাহিত্যিক সকলৰ মাজত সেইটো প্ৰচলন আছিল। তেনে এটা ভাবতে মই জিতুলৈ চিঠি দুখনমান লিখিছিলো। সি ইংৰাজী সাহিত্যৰ স্নাতক। কিন্তু ফল নধৰিলে। গুটি সিচিছিলো। গজালি নোলাল।

লেফাফাটো খুলিলো। ইংৰাজীত লেখা দুই পৃষ্ঠাৰ

চিঠি। লেখামানে হাতে লেখা নহয়। কম্পিউটাৰত টাইপ কৰা। ওপৰ পাৰি দাঁত আৰু ওঠৰ মাজত সোমাই থকা তামোলখনৰ নিৰস গুৰিখিনি জিভাৰ আগটোৰে ঘূকুটি উলিয়াই আগ দাঁত চাৰিটাৰে পটাত সৰিয়হ বটাৰ দৰে পিহিবলৈ ধৰিছো। বেয়াই হওক বা ভালেই হওক হাতৰ আখৰ কেইটা নিজ চকুৰে চোৱাৰ আনন্দ বেলেগ। ঠিক জোখৰ নহ'লেও বা ভাল ডিজাইন নথাকিলেও নিজৰ মানুহজনীয়ে গুঠি দিয়া চুৰেটাৰটো পিন্ধি যিটো আনন্দ পোৱা যায় দোকানৰ পৰা কিনাটোত সেই আনন্দ নাথাকে। দোকানৰ পৰা মিঠাই বিস্কুট কিনি আনি আলহী সোধা আৰু টাইপ্ কৰি চিঠি পঠোৱা একেই কথা। তেনেদৰে আটা বা চাউলৰ গুৰিৰে মালপোৱা ভাজি আলহী সোধা আৰু নিজৰ হাতৰ আখৰেৰে চিঠি লেখাৰ এটা বেলেগ সোৱাদ আছে।

আজিকালিৰ যুগ স্পীডৰ যুগ। গুৱাহাটীতকৈ কোলকাতাৰ স্পীড বেছি, কোলকাতাতকৈ মুম্বাইৰ বেছি, মুম্বাইতকৈ লণ্ডনৰ তাতোকৈ নিউয়ৰ্কৰ, এনেকৈয়ে স্পীড্‌বোৰ বাঢ়ি গৈছে। যান্ত্ৰিক যুগ, কম্পিউটাৰৰ যুগ। বৈ

থকাৰ কাৰো সময় নাই। মানুহৰ আবেগ অনুভূতিয়ে সেই গতিক বাধা দিব নোৱাৰে। চ'ত মহীয়া খৰাং বতৰত তৰাং পানীৰ পুখুৰীৰ তলিখন শুকাই ফাটমেলাৰ দৰে যান্ত্ৰিক সভ্যতাৰ কবলত মানৱীয় প্ৰমূল্যবোধবোৰ শুকাই ফাটি যাব ধৰিছে।

বিছনালৈ গৈ বাগৰ দিয়া নহ'ল। কোনোবাই ঠাঁছকৈ মাৰি দিয়া চৰটো খাই মদৰ নিচা ফাটি যোৱাৰ দৰে মোৰ মনৰ প্ৰতিক্ৰিয়াৰ চৰ খাই টোপনিৰ নিচা ফাটি গ'ল। চিঠিখন পঢ়িলো। দুই পৃষ্ঠাৰ চিঠিখনৰ  ভবাৰ্থ হ'ল যে- যিহেতু মই চাকৰিৰ পৰা অৱসৰ পালো সেয়ে সময়বোৰ শুই বহি পাৰ কৰাৰ পৰিৱৰ্তে মই লেখাত ব্যস্ত থাকিব লাগে। চিঠিখনৰ এটা বাক্য ‘ You may write something either in English or in Assamese for my satisfaction though not for you.” তাঁতশালৰ মাকোঁটোৰ দৰে শব্দকেইটাৰ ওপৰেৰে মোৰ চকুহাল অহা যোৱা কৰিবলৈ ধৰিলে।

সময় পালেই ভাবো গল্পৰ কথা, কবিতাৰ কথা,

উপন্যাসৰ কথা। আজি অকল ভবাই নহয় কাগজ কলম লৈ টেবুলত বহিছো। গল্প এটা লেখিমেই। তিনিটা আঙুলিৰ মাজত কলমটো গবা মাৰি ধৰিছো আৰু কমন নপৰা প্ৰশ্নৰ উত্তৰ ভাবি পৰীক্ষাৰ বহিৰ ওপৰত বৈ থকাৰ দৰে অসহায় ভাৱে চটফটাই আছো। কোনো প্লট মনলৈ আনিব পৰা নাই।

প্ৰেম বিষয়ক প্লট আছে। কিন্তু প্ৰেমৰ আধাৰত মই গল্প লেখিব নোখোজো। ভাল নালাগে। কেতিয়াবা প্ৰেমিকে প্ৰেমিকাক চলনা কৰিছে আৰু কেতিয়াবা প্ৰেমিকাই প্ৰেমিকক চলনা কৰিছে। চলনাৰ জালত সোমাই প্ৰেমিকা অন্তঃসত্বা হৈছে; আত্মহত্যা কৰিছে।

আজিকালিৰ প্ৰেমত লাভ লোকচানৰ হিচাপটোহে আগত থাকে।

ওথেল'-ডেচ্‌ডেমোনাৰ প্ৰেম, বেউলা-লখিন্দাৰৰ প্ৰেম, জয়মতী-গদাপাণিৰ প্ৰেম, পানেই-জংকিৰ প্ৰেম আজিকালি পাবলৈ বিৰল। এতিয়াৰ প্ৰেম পিৰীতিত গোবৰ সাৰৰ পৰিৱৰ্তে ইউৰিয়া সাৰ থাকে। দেখাত ভাল, গেষ্ট্ৰিক বঢ়ায়। সংসাৰ যাত্ৰাৰ প্ৰথম পদক্ষেপতে প্ৰেমৰ ফাট

মেলে, প্ৰেমিকে যৌতুক নাপালে প্ৰেমিকাক জ্বলাই দিয়ে। দোভাগৰাতি মাতাল হৈ অহা স্বামীয়ে স্ত্ৰীৰ পিঠিত চাবুক চলায়। চল চাই স্ত্ৰীয়েও অভিসাৰ গমন কৰে।

সমসাময়িক ঘটনা এটাৰ ওপৰত এটা প্লট বিচাৰিলো। আমাৰ প্ৰশাসন যন্ত্ৰটোত লাগি থকা ধূলি এলান্ধুবোৰ খুচুৰি খুচুৰি তাৰ পৰা গল্পৰ সমল বিচাৰিলো। কোনজন মন্ত্ৰীয়ে কোটিৰ হিচাপত টকা গিলিলে; কোনে কোনে নিজৰ থকা ঠাইত প্ৰাসাদোপম অট্টালিকা সজাৰ উপৰিও কোলকাতা, দিল্লী, মুম্বাইত ঘৈণীয়েক খুৰশালীয়েকৰ নামত আৰু হলি গলি থকা ধুনীয়া ধুনীয়া পৰস্ত্ৰীৰ নামত ঘৰ কিনিলে কোন মন্ত্ৰী আৰু আমোলাই চি'টি' ফৰ্টি পাৰচেন্টত এ চি এচ্ ৰ পৰা আৰম্ভ কৰি পিয়ন চকীদাৰলৈ চাকৰি দি বা নিদি লাখ লাখ টকা উজানৰ কাৰৈ মাছ খালৈত ভৰোৱাৰ দৰে ভৰাইছে, কিমান ডেকা গাভৰুৱে চাকৰি পোৱাৰ আশাত পৈত্ৰিক মাটি বিক্ৰী কৰি ঘোচ দিয়াৰ পাছতো চাকৰি নাপাই বৰষুণত তিতা ছাগলীৰ দৰে বেবাই আছে ইত্যাদি ইত্যাদি। নাই নহ'ব।এনে ঘটনাৰ বৰ্ণনা কৰিলে ৰাজৰোষত পৰাৰ ভয় আছে।

চুৰিয়া পিন্ধি কান্ধত গামোচা লৈ নাম গাবলৈ যোৱা ভকতলৈকে মনত পৰিল। পেচাত দুই নম্বৰী ব্যৱসায়ী। সন্ধিয়া পৰত নামঘৰত গাইছে-

‘ভাই মুখে বোলা ৰাম

হৃদয়ে ধৰা ৰূপ।

এতেকে মুকুতি পাইবা

কহিলো স্বৰূপ।।’

(স্যমন্তক হৰণ)

কিন্তু ভকতে হৃদয়ত ৰামৰ ৰূপ ধাৰণ কৰা নাই। ভেজাল দেৱতাৰ ৰূপহে ধাৰণ কৰিছে। শিক্ষকৰ মাৰৰ ভয়ত পদ্য মুখস্থ কৰাৰ দৰে পাপৰ ভয়ত পৰিত্ৰাণ বিচাৰি মুখেৰে হৰিৰ নাম আওৰাইছে। দিনটোৰ ভিতৰত কৰা মুঠ যোল্ল অনা পাপৰ চাৰি অনা কটা গৈছে বুলি সান্ত্বনা লাভ কৰিছে।

এই আটাইবোৰ উভচৰ প্ৰাণীবোৰক লৈ ইতিমধ্যে অসংখ্য গল্প, উপন্যাস, নাটক প্ৰকাশ পাইছে। গতিকে সেইবোৰৰ পুনৰাবৃতি কৰিব নুখুজিলো। মই এটা

অগতানুগতিক প্লট বিচাৰিছো।

চকীখনৰ পৰা উঠি আগফালৰ বাৰাণ্ডালৈ ওলাই গ'লো। মুকলি আকাশখনলৈ চাই পঠাইছো। বেলিটো মেঘৰ মাজত সোমাই পৰিছে। হয়তো কিছু সময়ৰ পিছত সি পাহাৰখনৰ সিটো ফালে নোহোৱা হৈ পৰিব। পুনৰাই টেবুললৈ উভতি আহিলো। কলমটো হাতত তুলি লৈছো আৰু এটা গল্পৰ প্লট বিচাৰিছো। এটা ব্যতিক্ৰম ধৰ্মী গল্পৰ প্লট।

"দেউতা আপোনাৰ গল্প লেখা হ'লনে?" পাছফালৰ পৰা মোৰ কান্ধত হাত এখন থৈ জিতুৱে মোক সুধিছে। থত মত খাই চকু মোহাৰি দেখিলো টেবুলৰ ওপৰত মূৰ পেলাই শুই আছো। শ্ৰীমতীয়ে কাষত তেওঁৰ হাতখন মোৰ কান্ধত থৈ মোক জগাই দিছে।



# ত্ৰিশ অধ্যায়

বোৱাৰী পুৱাতে প্ৰভাতে তাৰ অটোখন লৈ ঘৰৰ পৰা সদায় ওলাই যায়। ৰে'ল ষ্টেচনৰ ভাড়া মাৰে। অটোষ্টেণ্ডৰ কাষৰ ফুটপাথত চাহ বিক্ৰী কৰা মনুহজনৰ পৰা পুৱাৰ চাহকাপ খায়। নেমু চেপি দিয়া ৰঙা চাহকাপ খোৱাৰ পাছত প্ৰভাতৰ শৰীৰৰ পৰা জঠৰতাবোৰ আঁতৰি যায়। তাৰ পাছত চিগাৰেট এটা হুপি দেহ আৰু মনত সজীৱতা সঞ্চাৰ কৰে। অটোখনত বহি লৈ যাত্ৰীৰ সন্ধান কৰে। কোনোবাই তাৰ অটোখনৰ পিনে চালে সি মূৰটো বাহিৰলৈ উলিয়াই তাৰ অটোখনৰ যাত্ৰী হ'বলৈ মূৰটোৰে ইচাৰা দি মাতে। অটোৰিক্সাখনেই তাৰ লক্ষ্মী। চাৰিটা প্ৰাণীৰ পেটৰ পোৰণি নিবাময় কৰা একমাত্ৰ সম্বল।

অটোৰিক্সা চলাই তাৰ জীৱনৰ চকা ঘূৰাম বুলি

প্ৰভাতে কেতিয়াও ভবা নাছিল। অসমীয়াত মেজৰসহ বি এ পাছ কৰি চাকৰি বিচাৰোতে তাৰ যিমান বছৰ পাৰ হৈ গ'ল তেতিয়াৰ পৰা অটো চলোৱা হ'লে এতিয়ালৈ তাৰ অৱস্থা ভৰা পুখুৰীৰপানীৰ দৰে নহ'লেও বাল্টি তল যোৱা নাদৰ পানীৰ দৰে হ'লহেতেন।

চাকৰি সি নোপোৱা নহয় - পাইছিল। ব্যক্তিগত মালিকানাধীন স্কুল শিক্ষকৰ চাকৰি পাইছিল। দৰমহা সাত শ টকা। সেইখিনি এজন মানুহৰ এমাহৰ চাহ-তামোলৰ খৰচেই নহয়। অহা-যোৱা খৰচ বাদেই। ব্যক্তিগত হ'লেও স্কুলৰ আয় যথেষ্ট হয়। একোজন শিক্ষকক চাৰি-পাঁচ হাজাৰ টকা বেতন অনায়সে দিব পাৰে। নিদিয়ে- মালিকৰ ইচ্ছা নাই। কাম কৰিলে কৰিব, নকৰিলে নাই। মাষ্টৰৰ বাবে মানুহৰ আকাল পৰা নাই। হাজিৰাৰ বন কৰিবলৈহে মানুহ বিচাৰি পোৱা নাযায়।

আচলতে যিবোৰ মানুহৰ টকাৰ অভাৱ নাই অথচ উচ্চ শিক্ষা আছে তেনেবোৰেহে এইধৰণৰ বিদ্যালয়ত শিক্ষক হ'বলৈ আহে। বিশেষকৈ বিয়া নোহোৱা ছোৱালী

আৰু বিবাহিতা হ'লেও যিসকলে ঘৰত বহি, শুই, টিভি চাই আমনি পায়, তেনেবোৰে ল'ৰা-ছোৱালীৰ সৈতে নিজকে ব্যস্ত ৰাখি স্কুলৰ মিছ হৈ পৰে। প্ৰভাতক টকাৰ প্ৰয়োজন।

প্ৰভাতৰ জন্ম হৈছিল এখন পিছপৰা গাঁৱৰ এটা দুখীয়া পৰিয়ালত। তাৰ পিতাকে আনৰ ঘৰত দিন হাজিৰা কৰিছিল। অশেষ কষ্টৰ মাজেদি প্ৰভাতে পঢ়া-শুনা কৰিছিল। প্ৰথম বিভাগত হাইস্কুল শিক্ষান্ত পৰীক্ষা শেষ কৰি কলেজৰ পৰা স্নাতক হৈছিল।

চাকৰি বিচাৰি বিচাৰি সি চেণ্ডেলৰ ফিটা ছিগিলে। চাকৰিৰ মুখ নেদেখিলে। চাকৰিৰ সন্ধানত ঘূৰি ফুৰোতে সি চাকৰিৰ বজাৰ এখন আৱিস্কাৰ কৰিলে। ফালেঙিয়ে বজাৰত গৰু-ছাগলী বিক্ৰী কৰাৰ দৰে দালালসকলে চাকৰি বিক্ৰী কৰে। চাকৰি অনুযায়ী দৰ-দাম চলে। এক লাখৰ পৰা পোন্ধৰ-বিছ লাখলৈ। এক লাখ নালাগে এহাজাৰ টকাও প্ৰভাতৰ নাই।

তেনেতে প্ৰভাতৰ জীৱনলৈ এজাক ধুমুহা আহিল। জোনালীৰ বিয়াৰ কাৰণে মাক-দেউতাকে দৰা বিচাৰি

ফুৰিছে। প্ৰভাতহঁতৰ গাতে লগা আনখন গাঁৱৰ ছোৱালী জোনালী। ধনী পৰিয়ালৰ সন্তান। প্ৰভাতে কলেজলৈ আৰু জোনালীয়ে স্কুললৈ অহা-যোৱা কৰোতে দুয়োৰে মাজত প্ৰথম চা-চিনাকি আৰু শেষলৈ নিবিড় ভালপোৱাই দুয়োকে ওচৰ চপাই আনে। জীৱন যাত্ৰাৰ পথত সিহঁতহাল ইজনে সিজনৰ লগৰীয়া হ'ব খোজে।

'জোনালীৰ বিয়া কোনোপধ্যেই প্ৰভাতৰ সৈতে হ'ব নোৱাৰে।' তাইৰ দেউতাকে খাটাং সিদ্ধান্ত তাইক শুনাই দিলে। এটা দিন হাজিৰা কৰা দাল-দৰিদ্ৰৰ এটা লাফাংগাৰ সন্তান। হ'ব নোৱাৰে, লাগিলে তাই শিৰত সেন্দূৰ নিপিন্ধাকৈ থাকিব।

পিৰীতিয়ে জাত-কুল, টকা-পইচা নামানে। সচৰাচৰ হৈ থকা ঘটনাৰ দৰে প্ৰভাত আৰু জোনালী এদিন ঘৰৰ পৰা অন্তৰ্ধান হ'ল। গুৱাহাটীত চাকৰি কৰি থকা প্ৰভাতৰ বন্ধু নবীনৰ ভাড়াঘৰত আলহী হ'ল। নবীনৰ সহায়ত বেংকৰ পৰা লোন লৈ প্ৰভাতে অটোৰিক্সা এখন যোগাৰ কৰিলে।

ছটা বছৰে বাগৰ সলালে। প্ৰভাতৰ সংসাৰখনত

পুলি-পোখা মেলিলে। সিহঁতৰ সংসাৰলৈ জীউ আৰু মণি আহিল। ডাঙৰজনী ছোৱালী জীউক প্ৰথম শ্ৰেণীত নাম লগাই দিছে। কেচুৰা ল'ৰা মণিয়ে এতিয়াও মাকৰ বুকুৰ উম লৈ গাখীৰ খাই আছে।

জোনটোৰ আকৃতিটো কাঁচিখনৰ পৰা বাঢ়ি গৈ ঘূৰণীয়া কাঁহী এখন হোৱাৰ দৰে প্ৰভাতৰ সংসাৰখনে ৰূপ ল'লে। তাৰ উপাৰ্জনৰ একমাত্ৰ সম্বল তাৰ অটোখন। সি জীৱন সংগ্ৰামত ভাগৰি পৰা নাই। তাৰ মৰমৰ জোনালী তাৰ ইন্ধন।

ৰে'ল ষ্টেচনৰ প্লেটফৰ্মৰ পৰা মানুহৰ জাক এটা বাহিৰলৈ ওলাই আহিছে। হাতে-কান্ধে বেগ ছুটকেছ। ডেকা-বুঢ়া, ল'ৰা-ছোৱালীৰ এটা জুম।

প্ৰভাতৰ মনটো ভাল লাগিল। হাতত লৈ থকা আধাপোৰা চিগাৰেট্টো জোৰেৰে শেষ হোপা এটা মাৰি দলিয়াই পেলালে। নাকে-মুখে এৰি দিয়া ধোঁৱাবোৰ শীতৰ কুঁৱলীৰ সৈতে মিলি গ'ল।

চাওঁতে চাওঁতে মানুহবোৰ আঁতৰি নোহোৱা হ'ল।

থিয়েটাৰ শেষ হোৱাৰ পাছত খালী হৈ যোৱা প্ৰেক্ষাগৃহৰ দৰে ঠাইডোখৰ হৈ পৰিল। ইতিমধ্যে ৰঙা বেলিটোৰ প্ৰভাত হ'ল, কিন্তু প্ৰভাতৰ প্ৰভাত নহ'ল।

সি ৰাতি তিনি বজাত আহি পোৱা ব্ৰহ্মপুত্ৰ মেইলখন ধৰিব খোজে। তেতিয়া অটো কমকৈ থাকে। সি আহিব খোজে। জোনালীয়েহে তাক মানা কৰে। কয়,- "ৰাতি যাব নালাগে। তোমাৰ ঠাণ্ডা লাগিব। মোৰো ভয় লাগে।" নাই, জোনালীৰ কথা শুনিলে নহ'ব। তিৰোতা মানুহ, সিহঁতে তেনেকৈ কয়। মনবোৰ ঠুনুকা।

জীউৰ কাৰণে স্কুললৈ নিয়া পানীৰ বটল এটা আৰু সৰু মাছ এপোৱা লৈ যাবলৈ ৰাতিয়ে প্ৰভাতক জোনালীয়ে কৈ থৈছে। দুপৰীয়া ভাত খাবলৈ সি সদায় ঘৰলৈ যায়। ঘৰ মানে ভাড়াঘৰ। তাৰ বন্ধু নবীনৰ ওচৰতে দুটা ৰুম লৈছে। ঘৰৰ মালিকজন বৰ ভাল। দুমাহমান একেলগে ভাড়া দিব নোৱাৰিলেও কয়- 'হ'ব দিয়া। সুবিধামতে দিবা।'

যোৱা ৰাতি ভাড়া মাৰি ঘৰলৈ ঘূৰি আহোতে গণেশগুৰিৰ বজাৰৰ পৰা প্ৰভাতে কোমল পালেং শাক

চাৰি মুঠা কিনি নিছিল। ৰাতি শাকখিনি নাৰান্ধি জোনালীয়ে বাহিৰত নিয়ৰ পৰিবলৈ চালনি এখনত মেলি দি থৈছিল। পিছদিনা দিনত মাছৰ লগত সেইখিনি ৰান্ধিব বুলি জোনালীয়ে কৈছিল। মাছ দিয়া পালেং শাকৰ আঞ্জা পালে প্ৰভাতে ভাত এগৰাহ বেছিকৈ খায়। জোনালীয়ে সেই কথা জানে। এবাৰ প্ৰভাতে ভাড়া লৈ ভিতৰুৱা গাঁও এখনলৈ গৈছিল। ঘূৰি আহোতে এসোপামান পালেং শাক আৰু পোন্ধৰটামান বুকু ৰঙা কাৱঁৰৈ মাছ আনিছিল। বাটিত চামনি পৰি যোৱা মাছৰ আঞ্জাখন ইমান যে সোৱাদ লাগিছিল তাৰ। পেটটো পিহি পিহি সি জোনালীক কৈছিল– 'বহুদিনৰ মূৰত খালো দিয়া এসাজ।'

"ভাড়া যাব নেকি?" আগন্তুকৰ মাতত চিন্তাৰ বুৰবুৰণিৰ তলিত সোমাই থকা প্ৰভাতৰ তন্ময়তা আঁতৰিল।

'ক'লৈ যাব?'

'ওদালবাক্ৰালৈ।'

'যাম'

'ভাড়া কিমান ল'ব?'

‘দিব আৰু। আপোনালোকেতো জানেই, সদায় অহা-যোৱা কৰে।’

‘নহয়, আগতে বন্দোবস্ত কৰা ভাল।’

কেইছেকেণ্ডমান তল মূৰকৈ থাকি পাছত গ্ৰাহকৰ মুখলৈ চাই প্ৰভাতে ক’লে-

‘150 টকা ভাড়া হয়। আপোনালোক প্ৰথম কাষ্টমাৰ, 10 টকা কমাই দিব। বহক।’

‘ভাড়াটো বেছিকৈ কৈছে। 120 টকা দিম।’

‘তেলৰ দাম বহুত বাঢ়ি গৈছে। আমাৰ নোপোচায়।’

‘130 টকা?’

‘বহক।’

ওদালবাক্ৰাত যাত্ৰী দুজন নামিল। খালী অটোখন দৌৰাই উলুবাৰী হৈ প্ৰভাতে গণেশগুৰি পালে। অটো ষ্টেণ্ডত তাৰ অটোখন থ’লে। তেতিয়া সম্ভৱ চাৰে দহটা মান বাজিছিল।

কান্ধত এখন মোনা আৰু হাতত মোটা তাঁৰ এডালক হেণ্ডেল হিচাপে ব্যৱহাৰ কৰি মিঠাতেলৰ ডাঙৰ টিন এটা লৈ

মানুহ এজন আহি প্ৰভাতৰ ওচৰ পালে। টিনটোৰ ভিতৰত এটা ষ্টোভ আৰু তাৰ ওপৰত এটা কেট্‌লী। মানুহজনে প্ৰভাতক উদ্দেশ্যি ক'লে- 'চায়, চায়, গৰম চায়।' প্ৰভাতে ক'লে 'একাপ দে।' লগে লগে চলন্ত চাহ দোকানীয়ে কান্ধৰ মোনাখনৰ পৰা অকণমান প্লাষ্টিকৰ কাপ এটা উলিয়ালে। এখন হাতেৰে কাপটোত ধৰি আনখন হাতেৰে কেট্‌লীৰ পৰা ৰঙা চাহ বাকিলে। কেট্‌লীটো আকৌ ষ্টোভৰ ওপৰত থৈ মোনাখনৰ পৰা ইতিমধ্যে ফুটা কৰি ৰখা গোল নেমু এটা উলিয়াই দুটোপাল ৰস চাহ কাপত টিপি দি প্ৰভাতলৈ আগবঢ়াই দি ক'লে- 'খাবলৈ কি দিম? কেক নে বিস্কুট?'

প্ৰভাতৰ ভোক লাগিছিল। কেক্ এটা খোৱাৰ মন আছিল। কিন্তু ছোৱালীজনীৰ কাৰণে পানীৰ বটল আৰু মাছৰ কথা ভাবি সি অংক কৰি পালে যে যদি সি আৰু ভাড়া নাপায় কেক্ এটা খাব নোৱাৰিব। এটা কেক্‌ৰ দাম সাত টকা কিন্তু দুখন বিস্কুটত মাত্ৰ এটকা। ইমান পৰে তাৰ মুখৰপিনে উত্তৰলৈ বাট চাই থকা চলন্ত দোকানীৰ চকুলৈ চাই ক'লে- 'বিস্কুট দুখন দে।'

‘কেক্ গৰম আছিল।’

‘হ’ব দে, মোৰ গৰম লাগিয়ে আছে।’

প্ৰভাতৰ পেন্টৰ জেপত থকা ম’বাইলটো বাজি উঠিল। সি কাণত লগালে। আধুনিক অসমীয়া গানৰ কলি এটা তাৰ কাণত সোমাল।

‘জীৱনটো ধুনীয়া
জীৱনটো ক্ষন্তেকীয়া
ক্ষন্তেকীয়া জীৱনত প্ৰেমৰ লুকা-ভাকু
বিৰহ প্ৰেমৰ কষতি শিল।’

ম’বাইল কোম্পানীৰ এটা বিজ্ঞাপন। টকা দিলে গান শুনাই থাকিব। গান শুনি ভালপোৱা প্ৰভাতৰ অন্তৰত কোনো প্ৰতিক্ৰিয়া নহ’ল। তাক এটা ভাড়া লাগে। কেইটামান টকা লাগে। ম’বাইলত সি সময়টো চাই ল’লে। এঘাৰ বাজি ত্ৰিশ মিনিট গৈছে। বাৰ বজাত সি ঘৰলৈ ভাত খাবলৈ যাব। দিছপুৰ লাষ্টগেটৰ পৰা সি বস্তু দুবিধ কিনি নিব।

ক্ষন্তেকৰ বাবে প্ৰভাতে এটা বজ্ৰ নিনাদ কাণ ফাটি যোৱা শব্দ শুনিবলৈ পালে, লেলিহান জুই আৰু ধোঁৱাৰ তাণ্ডৱ অনুভৱ কৰিলে। তাৰ পাছত সি একো নাজানে।

সেই দিনাৰ তাৰিখটো আছিল দুই হাজাৰ আঠ চনৰ ত্ৰিশ অক্টোবৰ। সেই বীভৎস অভিশপ্ত দিনটোত আততায়ীৰ বোমা বিস্ফোৰণত একে সময়তে গুৱাহাটী মহানগৰ কঁপি

উঠিছিল। গণেশগুৰি, কাছাৰীঘাট আৰু পাণবজাৰত শতাধিক মানুহৰ মৃত্যু হ'ল। জুইত জাহ গ'ল। বহুজনৰ শৰীৰ ছিন্ন বিচ্ছিন্ন হ'ল। কাৰোবাৰ মূৰ, কাৰোবাৰ হাত, কাৰোবাৰ ভৰি ছিগি উৰি গ'ল। কাৰোবাৰ নাড়ী-ভুৰু বাহিৰলৈ ওলাই আহিল। অগণন স্কুটাৰ, বাইক, গাড়ী, অটো জুইত জাহ গ'ল। চাৰিওপিনে হুৰাদুৰা লাগিল। কান্দোনত গগন ফালি গ'ল।

দুটা-বাজি গ'ল। প্ৰভাত ঘূৰি অহা নাই। জোনালীয়ে উচপিচ কৰি আছে। বাৰটামান বজাত আহি পাব লগা তাইৰ মানুহজন এতিয়ালৈ আহি পোৱা নাই। পালেংশাক কেইপাত তাই ধুই-পখালি কুটি ৰাখিছে। মাছকেইটা আনিলে তাই পটক্কৈ বাছি-কাটি আঞ্জাখন ৰান্ধিব। ভাতকেইটা হৈয়ে আছে। আলু পিটিকাৰে ভাত দুটামান খুৱাই জীউক শুৱাই থৈছে। পিয়াহ খুৱাই থাকোতে কেঁচুৱাটোও টোপনি গৈছে। জীউৰ কাষতে তাক শুৱাই থৈছে।

তিনিটা বাজিল। কোনোদিনে প্ৰভাতে ইমান পলম নকৰে। কি হ'ল? অটোখন ক'ৰবাত বেয়া হ'ল নেকি? জোনালীৰ উচপিচনিটো সম্প্ৰসাৰিত হৈ বুকুৰ ধপধপনিলৈ সলনি হ'ল। বেৰত ওলোমাই থোৱা শিশু কৃষ্ণৰ ফটোখনত সেৱা কৰি ক'লে- 'প্ৰভু তেওঁক নিৰাপদে ঘৰলৈ লৈ আহা। তেওঁৰ অবিহনে মোৰ কোনো নাই।' চাদৰৰ আচলেৰে

চকুহাল মোহাৰি বাহিৰলৈ ওলাই আহিল।

মেইন ৰাস্তাত এম্বুলেঞ্চ গাড়ী এখন জোনালীয়ে দেখা পালে। দুজন মানুহ গাড়ীখনৰ পৰা নামি জোনালীৰ পিনে আগবাঢ়ি আহিল। এজনে সুধিলে- 'প্ৰভাত হালৈ ইয়াতে থাকে নে?' জোনালীয়ে হয় বুলি ক'লে।

চাৰিজন মানুহে ধৰাধৰিকৈ এম্বুলেঞ্চখনৰ পৰা বগা কাপোৰেৰে ঢকা ষ্ট্ৰেচাৰ এখন আনি জোনালীৰ আগত থ'লে। এজনে শটোৰ মুখৰ পৰা কাপোৰখন আঁতৰাই দিলে। 'প্ৰভাত' বুলি এটা বিকট চিএঞৰ মাৰি জোনালী ঢলি পৰিল।

হুলস্থূলবোৰ শুনি জীউৰ টোপনি ভাঙিল। তাই বাহিৰলৈ ওলাই আহি মাকক পৰি থকা দেখি তাই ভাবিলে যে মানুহবোৰে মাকক মাৰি পেলাই থৈছে। খঙতে তাই ক'বলৈ ধৰিলে- 'তোমালোকে মোৰ মাক কিয় মাৰিছা? দেউতা আহক নহয়, মই সকলো কথা কৈ দিম। তেতিয়া মজা পাবা।'



# উৰুখা ঘৰ

বিছনাখনত ওপৰমুৱাকৈ শুই তুবুলে খেৰৰ চালখনৰ ফুটাটোলৈ চাই আছে। ফুটাটোৰে তাৰ দৃষ্টি সৰকি গৈ অকণমানি আকাশখন চুইছে। চালখনৰ সেই নিৰ্দিষ্ট ঠাইৰ খেৰবোৰ পচি গৈ পানী উৰুখা ফুটাটোৱে তাক যেন বিদ্ৰুপ কৰিছে। বিদ্ৰুপৰ হাঁহিৰ খলকনিত তাৰ অন্তৰত জোৱাৰ ভাটাৰ সৃষ্টি হৈছে। বহুতো প্ৰশ্নৰ সৃষ্টি হৈছে। উত্তৰ সি বিচাৰি পোৱা নাই।

তুবুলে এইবাৰ হায়াৰ ছেকেণ্ডাৰীৰ ফাইনেল ইয়েৰৰ পৰীক্ষা দিছে। পৰীক্ষা শেষ হোৱাৰ দহ দিনমান হ'ল। পৰীক্ষা দি উঠাৰ পাছৰে পৰা বেছিভাগ সময় সি তাৰ বিছনাখনত ওপৰমুৱাকৈ পৰি থাকি চালখনৰ সেই নিৰ্দিষ্ট ফুটাটোলৈ

চাই চাই আকাশ-পাতাল ভাবি থাকে। সাধাৰণতে তাৰ পঢ়া কাম নাথাকিলে পিতাকক সি খেতিপথাৰত সহায় কৰি দিয়ে। এইবাৰ পৰীক্ষাৰ পাছতো সি পিতাকক সহায় কৰা নাই। মাকে ভাত খাবলৈ মাতিলে ভোক নাই লগা বুলি কয়। তথাপি মাকে তাৰ গা-মূৰ পিহি পিহি বিছনাৰ পৰা তুলি পাকঘৰলৈ লৈ যায় যদিও দুগৰাহমান ভাত খাই ‘হেউৎ হেউৎ’ কৈ উগাৰ মাৰি উঠি আহে। আগৰ দৰে বিছনাখনত পৰি থাকে। মাকে তাক ‘তোৰ কি হৈছে’ বুলি সোধাৰ উত্তৰত সি ‘একো হোৱা নাই’ বুলি কয়। তুবুলে তাৰ সৰু ভনীয়েকজনীক অতিপাত মৰম কৰে। কিন্তু এইকেইদিন সি ভনীয়েকৰ লগতো মাত-বোল কৰা নাই।

গাওঁখনৰ পৰা চাৰি মাইল বাট খোজকাঢ়ি তুবুলে কলেজলৈ অহা-যোৱা কৰে। পিতাকে তাক পুৰণি চাইকেল এখন কিনি দিছিল। দুমাহ পাছতে সেইখন কলেজৰ পৰা চুৰি হ’ল। তেতিয়াৰ পৰা সি খোজকাঢ়িয়ে অহা-যোৱা কৰে।

মেট্ৰিক পৰীক্ষাত চাৰি নম্বৰৰ কাৰণে সি ডিষ্টিংছন নাপালে। হায়াৰ ছেকেণ্ডাৰীত পয়সত্তৰ নম্বৰ পাব বুলি তাৰ

দৃঢ় বিশ্বাস আছে। পদাৰ্থ বিজ্ঞানত নব্বৈ শতাংশ সি আশা কৰিছে।

আন ল'ৰাৰ দৰে তুবুলে ক'তো টিউচন লোৱা নাই, মানে তাক টিউচন লৈ দিয়াৰ সামৰ্থ তাৰ পিতাকৰ নাই। নিৰক্ষৰ পিতৃ ধৰ্মেশ্বৰ দাসে হালখন বাই কোনোমতে পৰিয়ালটোৰ ভাতমুঠি মোকলাই আছে। এপুৰা মাটিতে আহু আৰু শালিধানৰ দুয়োটা খেতি কৰে বাবেহে খাবলৈ জোৰে।

বৰ কৰ্মী মানুহ ধৰ্মেশ্বৰ। ধান খেতিৰ উপৰি খৰালি কালত শাক-পাচলিৰ খেতিও কৰে। বস্তিটোৰ পাছফালে থকা ডেৰ কঠামান মাটিত ধৰ্মেশ্বৰৰ কষ্টৰ বিনিময়ত লাই, পালেং, চুকা, ধনীয়া, কবি, মূলা, বেঙেনাই বৰ সবাহ পাতে। বাৰিষা কালত বাঁহৰ জেং বা বাঁহৰ আগলিত জিকা, তিয়হ, পটল বগাবলৈ দিয়ে। ঘৰৰ চালত পানীলাউ, কোমোৰাই ৰহণ চৰায়। পাকঘৰৰ কাষতে আদা আৰু হালধিৰ ঢাপ দুটামান আছে, লগত ওপৰমুৱাকৈ লাগি থকা ভেণ্ডি আৰু লাজতে তলমূৰকৈ ওলমি থকা জলকীয়াৰ গছ কেইডালমানো

আছে। গোহালী ঘৰৰ কাষৰ চাং এখনত ভাতকেৰেলা আৰু পুই শাক বগাই ৰভা টানে। মুঠতে ধৰ্মেশ্বৰে বজাৰৰপৰা কোনো শাক-পাচলি কিনিবই নালাগে। বৰং চহৰৰ বজাৰত কবি, মূলা, বেঙেনা অলপ অচৰপ বিক্ৰীহে কৰিব পাৰে। বিক্ৰী কৰি পোৱা পইচাৰে চাহপাত, গুৰ, চাবোন, কেৰাচিন, মিঠাতেল আদি কিনি আনে। পইচা ৰাহি হ'লে মাজে সময়ে চহৰৰ চাহ-দোকানৰ পৰা গজা চাৰিটাও কিনি আনে।

তুবুলে পিতাকক পথাৰত জলপান দি থৈ আহে। কঠিয়া তোলে, ধান কাটে, মৰণা মাৰে। কবি-বেঙেনাৰ কাৰণে মাটি চহাওতে নাঙলৰ শিৰলুত উঠা মাটিৰ ডাঙৰ চপৰাবোৰ যেতিয়া মৈ দিয়াৰ পাছতো গুৰি নহয় তেতিয়া পিতাকৰ সৈতে সেইবোৰ কোবাই কোবাই গুৰি কৰে। তেনে কৰোতে তুবুলৰ কোমল হাতৰ আঙুলিত কৰ ফুটে। পিতাক ঘৰত কেতিয়াবা নাথাকিলে সন্ধিয়াপৰত গৰু-ছাগলীকেইটা এৰালৰ পৰা মোকলাই আনি গোহালিত বান্ধে। মুঠ কথাত আজিকালিৰ দিনত গাঁৱত থকা, কিন্তু কলেজ গচকা কেতবোৰ ল'ৰাই যিবোৰ কাম নকৰে নাইবা কৰিবলৈ লাজ

পায় তুবুলে সেইবোৰ কাম কৰে।

বয়সতকৈ আগবঢ়া চিন্তাগধুৰ মন এটাৰ অধিকাৰী তুবুলে বহুতো কথা বুজি পায়। সি বুজে তাৰ ঘৰখনৰ আৰ্থিক দৈন্যতাৰ কথা। সেয়ে মাক-পিতাকৰ প্ৰতি তাৰ কোনো বিৰূপ প্ৰতিক্ৰিয়া নাই।

মাক-পিতাকৰ তাৰ ওপৰত থকা অপৰিসীম স্নেহৰ উম সি অনুভৱ কৰে। তাৰ পিতাক এজন নিৰক্ষৰ মানুহ যদিও তুবুলে তেওঁক এজন জ্ঞানী মানুহ বুলি ভাৱে। একেখন গাঁৱৰে আনবোৰ মানুহৰ দৰে তেওঁ এসোপামান ল'ৰা-ছোৱালী জন্ম দিয়া নাই। ভনীয়েক ঋমীৰ জন্মৰ পাছতে জন্ম নিয়ন্ত্ৰণৰ আঁৰ কাপোৰখন টানি দিছে। পিতাকৰ প্ৰতি তুবুলৰ শ্ৰদ্ধা ওপজে।

তুবুলৰ মাক মালতী! ঘৰ ধৰাত তেওঁ ধৰ্মেশ্বৰতকৈ এখোপ ওপৰত। তেওঁ কেইযোৰমান পাৰ চৰাই, কেইটামান হাঁহ আৰু ছাগলী দুজনী পুহিছে। ধৰ্মেশ্বৰে যিদিনা হাটলৈ কবি, মূলা, বেঙেনা বেছিবলৈ যায়, সেইদিনা মালতীয়ে পাৰ চৰাইৰ পোৱালি আৰু হাঁহৰ কণী কেইটামান বিক্ৰী কৰিবৰ কাৰণে যতনাই দিয়ে। সেই বুলি মালতীযে ল'ৰা-ছোৱালীহালক পাৰৰ মাংস খোৱাৰ পৰা বঞ্চিত নকৰে।

নিজৰ পোহনীয়া চৰাইৰ মাংস খাবলৈ মালতীয়ে বেয়া পায়। সেই কাৰণে গাঁৱৰে বেলেগ মানুহৰ ঘৰৰ পৰা পাৰ চৰাইৰ পোৱালি কিনি আনে।

পঠা ছাগলী জগিলে মালতীয়ে সিহঁতক খাহী কৰায়। একোটা ডাঙৰ খাহী বিক্ৰী কৰি মালতীয়ে দুই-আঢ়ৈ হাজাৰ টকা উপাৰ্জন কৰে । তাঁতশালত পৰিয়ালৰ লাগতিয়াল কাপোৰ মালতীয়ে বয়। নিজৰ মেখেলা-চাদৰ, ধৰ্মেশ্বৰৰ বাবে চুৰিয়া-গামোচা, বিছনাৰ চাঁদৰ, আঁঠুৱা আদি মালতীয়ে নিজ হাতে বয়। বিহুৰ সময়ত গামোচা বিক্ৰীও কৰে।

মালতীয়ে পাকঘৰৰ ভলুকা বাঁহৰ খুঁটা এটা ফুটা কৰি লৈছে। সুবিধা পালেই এটকাটো, আঠ অনাটো তাত ভৰাই থয়। সেইটোৱেই মালতীৰ বেংক। মাজে মাজে কাঠ খৰি এডালেৰে মালতীয়ে খুঁটাটো কোবাই কয় - ভৰ্তি হ'বলৈ আৰু কিমান বাকী আছে তাৰ অনুমান কৰে। মুদ্ৰাকেইটা, জনজনাই উঠি মালতীক যেন উত্তৰ দিয়ে 'আমি আছো, ভয় নকৰিবা।'

বাস্তৱিকতে তথাকথিত অন্তঃসাৰ শূণ্য, পাবত গজা, ফোঁপোলা আভিজাত্যৰ চহৰীয়া সংসাৰ এখনৰ তুলনাত গ্ৰাম্য জীৱনৰ সৰলতা, সহৃদয়তা আৰু আন্তৰিকতাৰে ভৰা পেটে-ভাতে খাই থকা দুখীয়া তুবুলহঁতৰ পৰিয়ালটো বহুত ওপৰত। এটা আদৰ্শৰ পৰিয়াল।

তুবুলে তাৰ অন্তৰত উদয় হোৱা প্ৰশ্নবোৰৰ উত্তৰ বিচাৰি পোৱা নাই। সি এটা কথাই বুজি পায় যে তাৰ মাক-পিতাক এহাল কৰ্মষ্ঠ আদৰ্শবান মৰমিয়াল মানুহ। তেওঁলোকে তেওঁলোকৰ যুগ্ম জীৱনৰ ফচল হিচাপে লাভ কৰা সন্তান দুটাক দৈহিক আৰু বৌদ্ধিক দিশত ক্ৰমবৰ্ধিত কৰাৰ ক্ষেত্ৰত অকণো ত্ৰুটি কৰা নাই। মাক-পিতাকৰ তেনে অকৃত্ৰিম মৰমৰ বিনিময়ত তুবুলে উচ্চ শিক্ষাৰে শিক্ষিত হৈ অৰ্থ উপাৰ্জন কৰি দৰিদ্ৰতাৰ গ্ৰাসৰ পৰা মাক-পিতাকক উদ্ধাৰ কৰিব খোজে।

কিন্তু তেনেকুৱা আশা, কল্পনা, তুবুলৰ কাৰণে যেন এক বাতুলতাহে। উৰুখা ঘৰৰ চালখনৰ ফুটাটোৰে সন্ধিয়া পৰত দক্ষিণ আকাশত ওলমি থকা ডাঙৰ তৰা এটা সি দেখিছে। তৰাটো চুই চাবলৈ তাৰ মনটো উৰি গৈছে। সি যাব পৰা নাই। এখন শুকান খাটৰ ওপৰত পৰি আছে সি। তৰাটোৰ ওচৰলৈ বগাবলৈ এডাল জখলা লাগে। তাৰ জখলা নাই।

হায়াৰ ছেকেণ্ডাৰী পাছ কৰাৰ পাছত তাৰ ইঞ্জিনীয়াৰিং পঢ়িবলৈ হেপাহ আছিল। কিন্তু তাৰ পিতাকে তাৰ পঢ়া খৰছ যোগাৰ কৰিব নোৱাৰে।

মেট্ৰিক পৰীক্ষাত চৰকাৰৰ পৰা পোৱা আনন্দৰাম বৰুৱা বঁটাৰ কম্পিউটাৰটো কাৰ্টুনটোৰ ভিতৰতে সোমাই

আছে। স্বাধীনতাৰ ছটা দশক পাৰ হৈ সপ্তম দশকতো সিহঁতৰ গাঁওখনত বিজুলীৰ সৰবৰাহ নহ'ল। নহ'বৰে কথা- সিহঁতৰ গাওঁখনে নিৰ্বাচনত শাসকগোষ্ঠীক ভোট দিয়া নাছিল। আনপিনে 'দেশ প্ৰগতিৰ পথত' বুলি প্ৰশাসন যন্ত্ৰটোৱে ফটকা ফুটাই আছে।

সন্ধিয়া ঘৰৰ চালখনৰ ফুটাটোৰে উজ্জ্বল তৰাটো চাই চাই তুবুলে ভাবিছে। উচ্চ শিক্ষাৰ কাৰণে বেংকে ঋণ দিয়ে বুলি সি জানে। এই বিষয়ে সি চহৰৰ ষ্টেট বেংকৰ মেনেজাৰক লগ ধৰিছিল। কিন্তু ঋণটো পাবৰ কাৰণে যিবোৰ দলিল লাগে, গেৰান্টৰ লাগে তুবুলে সেইবোৰৰ যোগাৰ কৰিব নোৱাৰে। ইঞ্জিনীয়াৰ হোৱাৰ সপোন, সপোন হৈয়েই থাকিল তাৰ।

চহৰত টিউচন কৰি সি বি.এছ.চি হয়তো পঢ়িব পাৰে। তেনেকৈয়ে এম.এছ.চিও সি হয়তো পাছ কৰিব পাৰিব। কিন্তু কথাবোৰ ভবাৰ লগে লগে তাৰ বুকুৰ কোনোবাখিনিত বিষ উঠে। এম.এছ.চি. ত ফাৰ্ষ্ট ক্লাছ পোৱাৰ পাছতো ভেঞ্চাৰ কলেজহে নালাগে প্ৰাইভেট স্কুলত হাজাৰটকীয়া চাকৰিও পোৱা নাযায়। তৰাটোলৈ চাই চাই কথাবোৰ ভাবি থাকোতে তৰাটোক এচপৰা ক'লা মেঘে ঢাকি ধৰিলে।

তুবুলে এটা কথা বুজি পায় যে মানুহৰ অকল বুদ্ধি থাকিলেই নহয়। সেই বুদ্ধিমত্তাৰ অংকুৰণ ঘটাবলৈ প্ৰয়োজন

এডাল জখলাৰ বা পৰ্যাপ্ত পৰিমাণৰ অৰ্থৰ। যাৰ ভাগ্যক তেনে জখলা বা অৰ্থই সহায় কৰে, সেইজনেহে নিজৰ বুদ্ধিমত্তাৰ আত্মপ্ৰকাশ কৰিব পাৰে।

তুবুলে ভাবে তাৰ জন্ম ভুল ঠাইত, ভুল পৰিয়ালত হ'ল। সি জন্মিব লাগিছিল প্ৰাচুৰ্যৰ মাজত। জন্ম পালে দুখীয়া খেতিয়কৰ পৰিয়ালত। যেন নিয়তিৰ পৰিহাস।

কেইদিনমানৰ পাছত তুবুলে সংকল্প ল'লে যে সি তাৰ উত্তৰ পুৰুষলৈ এডাল জখলা সজাব। অতি নিষ্ঠাৰে অক্লান্ত শ্ৰম কৰি মজবুত ভেটি এটা গঢ়িব। দুৰ্নীতিমুক্ত সেই ভেটিৰ ওপৰত থিয় হৈ নৱপ্ৰজন্মই সপোন ৰচিব।

হায়াৰ ছেকেণ্ডাৰী পাছ কৰাৰ পাছত তুবুলে পিতাকৰ লগত পথাৰত খেতি কৰাৰ সিদ্ধান্ত ল'লে। খেতি পথাৰত সি ফুল ফুলাব। সি এজন আদৰ্শ খেতিয়ক হ'ব। তাৰ খাটাং সিদ্ধান্ত।

দহ বছৰ পাছত।

প্ৰথমে তুবুলে এবিঘা মাটিত খেতি আৰম্ভ কৰিছিল। এতিয়া বিশ বিঘা মাটিত খেতি কৰে। ধান, মাহ, সৰিয়হ আদিৰ উপৰি তামোল-নাৰিকল আদি দুশজোপামান গছত ফল ধৰিছে। হাঁহ-কুকুৰাৰ ফাৰ্ম খুলিছে। পুখুৰীত মাছ পুহিছে। এইবোৰৰ পৰা তুবুলে মাহেকত গঢ়ে এক লাখ টকা উপাৰ্জন কৰে।

তুবুলৰ আদৰ্শত অনুপ্ৰাণিত হৈ গাঁওখনৰ আন কিছুমান শিক্ষিত ডেকা ল'ৰাই খেতিত মনোযোগ দিলে। তুবুল এতিয়া অঞ্চলটোৰ নামী-দামী মানুহ। যিকোনো সভা-সমিতিতে তুবুলক সভাপতি পাতে। তুবুলৰ জৰিয়তে গাঁওখনত বিজুলী প্ৰৱাহৰ সংযোগ ঘটিল, ৰাস্তাত শিলগুটি পৰিল। টাউনৰ পৰা কিবা কাৰণত কোনোবা চৰকাৰী বিষয়া আহিলে প্ৰথমে তুবুলক বিচাৰে। এমাহমান আগতে তুবুলে 'আদৰ্শ খেতিয়ক' হিচাপে ৰাষ্ট্ৰপতিৰ পৰা পুৰস্কাৰ পাইছে।

উৰুখা ঘৰৰ চালখনৰ বিন্ধাটোৰে দেখা পোৱা উজ্জ্বল ডাঙৰ তৰাটো তুবুলে যেন চুই চাব পাৰিলে।



# দানি আলী

বৰ্তমান চিনেমাহলটো তাত নাই। সেই ঠাই টুকুৰাত ছুপাৰ মাৰ্কেট এখন বহিছে। চিনেমাহলটো নাই যদিও তাৰ গাতে লাগি থকা পুৰণা চাহ দোকানখন আৰু তাৰ সন্মুখতে থকা পাণ-তামোলৰ দোকানখন অঞ্চলটোৰ পুৰণা বাসিন্দাৰূপে আজিও আছে। পঞ্চাশ বছৰমানৰ পৰা আশীবছৰমান বয়সলৈকে কিছুমান মানুহৰ চেহেৰা একেই থকাৰ দৰে দোকান দুখনৰ চেহেৰাও একেদৰেই আছে। চাহ দোকান আৰু পাণ দোকান দুখনৰ লগত মোৰ চিনাকি অতি পুৰণি। চাকৰিৰ পৰা অৱসৰ পোৱাৰ পাছত "গাঁৱৰ ল'ৰা গাঁৱলৈ" ঘূৰি গৈ পৈত্ৰিক ভেটিটোক খামোচ মাৰি ধৰি আছো। চহৰত মাটি কিনি নতুনকৈ শিপামেলাৰ মন নগ'ল। সেয়ে দোকান দুখনৰ লগত আহ্-যাহ্ এতিয়া প্ৰায় নোহোৱাৰ দৰে হৈছে।

এমাহমান আগতে দুটামান কামৰ বাবে মোৰ চিনাকি পুৰণা চহৰখনলৈ গৈছিলো। কামবোৰ শেষ কৰি চাহ দোকানখনলৈ বাট বুলিলো। ইতিমধ্যে দুঠাইত দুকাপ চাহ খাইছো। চাহ খোৱাৰ মন এটা তেনেকৈ নাছিল যদিও যিখন দোকানত ত্ৰিশ বছৰৰো ওপৰ বহিছো, চাহ খাইছো সেইখন দোকানলৈ মোৰ মনটোৱে ঢাপলি মেলিলে। দোকানখনৰ বিশেষ আকৰ্ষণ আছিল চিঙৰা আৰু ৰসগোল্লা। উৎকৃষ্ট মানৰ এই বিশেষ খাদ্য দুবিধৰ কাৰণে গ্ৰাহকৰ ভিৰ বেছি।

দোকানত প্ৰৱেশ কৰি বহিবলৈ চকী এখনৰ অন্বেষণ কৰিছো। তেনেতে দোকানত কাম কৰা ল'ৰা এজনে মোক ক'লে, ‘খুৰা, সৌ তিনি নম্বৰ টেবুলত বহক।’ এই যে মোক খুৰা বুলি সম্বোধন কৰিলে সেইটো প্ৰায় যোৱা তিনি বছৰমানৰ পৰা আৰম্ভ হৈছে। অৱসৰ পোৱাৰ পাছত চুলিত ক'লা ৰং ঘহিবলৈ বাদ দিলো। মানে শ্ৰীমতীয়ে বাদ দিয়ালে। তেওঁৰ মতে এতিয়া লোকক ডেকা মানুহ বুলি জহাই ফুৰিব নালাগে। তেওঁৰ চুলিবোৰেও চাই ৰং ধৰিছে। ময়ো ৰং লগাবলৈ বাদ দিয়াত চুলিবোৰে নিজস্ব মৰাপাটৰ ৰঙেৰে আত্ম প্ৰকাশ কৰিলে। তেতিয়াৰ পৰা মই সকলোৰে “খুৰা” হৈ পৰিলো। তিনি বছৰ আগলৈ মই কিন্তু “দাদা” বা “মামা” আছিলো। খুৰা সম্বোধনটো মোৰ পাছে ভালেই লাগে। আপোন ভাব এটা মনলৈ আহে।

'আৰে ভাইজান এই ফালে আহক', দোকানৰ এটা চুকত চাহখাই থকা দানি আলীয়ে মোক চিঞৰিলে। ময়ো চিঞৰি দিলো 'আৰে, আলীভাই- বহুদিনৰ মূৰত।' মই দৌৰি যোৱাৰ দৰে গৈ দানি আলীক সাবট মাৰি ধৰিলো। তেওঁৰ কাষত থকা চকীখনত বহিলো। ক্ষন্তেকৰ বাবে মৌন হৈ পৰস্পৰে পৰস্পৰৰ চকুৰ ভাষা পঢ়িলো। মুখমণ্ডলত বয়সৰ জোখ পঢ়িলো। হঠাতে দানি আলীয়ে কৈ উঠিল “ভাইজান, ট্ৰেইনখন যদি অলপ পাচত আহিলহেতেন।” দুয়োজনে হোহোৱাই হাঁহিবলৈ ধৰিলো। দুজন বৃদ্ধই ডেকা ল'ৰাৰ দৰে এখন চাহ দোকানৰ ভিতৰত তেনেদৰে হাঁহিৰে বিশৃঙ্খল পৰিৱেশ এটাৰ সৃষ্টি কৰাত আন গ্ৰাহকবোৰে আমাক কি বুলি ভাবিব পাৰে সেই কথা ভাবিবলৈ আমি পাহৰি গ'লো। আমি তাহানিৰ ডেকা বয়সলৈ উৰা মাৰিলো।

সাধাৰণতে বহুদিনৰ মূৰত কোনো বন্ধুৰ লগত দেখাদেখি হ'লে- তোমাৰ কি খবৰ? বৰ্তমান কি কৰি আছা? পৰিবাৰৰ ভালনে? ল'ৰা-ছোৱালীৰ বিয়া-বাৰু হ'লনে? -এনেধৰণৰ প্ৰাৰম্ভিক সম্ভাষণ প্ৰথাটোৰ সলনি যদি অতীতত কোনো আড্ডাত হোৱা কথা-বতৰাৰ ৰসাল উদ্ধৃতি অথবা বচন আওৰাই সম্ভাষণপৰ্ব আৰম্ভ কৰা হয় তেতিয়া দেহ-মন সজীৱ হৈ উঠে। ভূতনাথ শ্মশানলৈ একেলগে যাম বুলি খামুচি ধৰি লগ নেৰা কঁকালৰ বিষটোৱেও সাময়িকভাৱে

এৰা দিয়ে। টকাৰ অভাৱত ল'ৰাটোক বাংগালোৰত পঢ়াব নোৱাৰা বেজাৰটো আঁতৰি যায়। দানি আলী আৰু মোৰ মাজত বহুদিন পাছত দেখাদেখি হ'লে আমি 'ট্ৰেইনখন যদি পলমকৈ আহিলহেঁতেন' সাংকেতিক কথাষাৰৰ ভিতৰৰ সোমাই থকা ৰসাল ঘটনাটো মনত পেলাই প্ৰথমতে দুয়োজনে আনন্দ কৰো। সেই আনন্দই অলপ সময়ৰ বাবে হ'লেও আমাক দুখ বেজাৰৰ পৰা আঁতৰাই নিয়ে।

চিনেমাহলটো থাকোতে দানি আলী আছিল স্পেচিয়েল ক্লাছৰ গেটকীপাৰ। তেতিয়াৰ তজবজীয়া ডেকা দানি আলীৰ বৰ্তমান বয়স পয়ষষ্ঠিৰ ঊৰ্ধত হ'ব যদিও দেখাত তেনেকুৱা নালাগে। গোলাপী ৰঙৰ স্পোৰ্টিং আৰু ক'লা ৰঙৰ লংপেন্টটোৰে তেওঁক এতিয়াও পঞ্চাশ বছৰৰ ওপৰৰ নহয় যেন লাগে। দিনে দাড়ি খুৰায় আৰু নিয়মীয়াকৈ চুলিত ক'লা ৰং সানে। বয়সেও চৌখিনতাক ম্লান কৰিব নোৱাৰা মানুহবোৰৰ ভিতৰত দানি আলীও এজন।

আমি দহজনমান ল'ৰাই একেলগে এটা কোম্পানীৰ চাকৰিত জইন কৰিছিলো। তাৰ ভিতৰত উপেন দাস, বীৰেশ বেনাৰ্জী আৰু মোৰ মাজত সম্পৰ্কটো গাঢ় হৈ উঠিছিল। আমাৰ মাজত গঢ়ি উঠা সম্পৰ্কটোক এটা সমদ্বিবাহু ত্ৰিভূজৰ লগত ৰিজাব পাৰি। কাৰণ বুদ্ধিৰ প্ৰখৰতা বীৰেশ আৰু মোতকৈ উপেনৰ বেছি আছিল। চাৰিত্ৰিক দিশত আমি

আইৰণ মিহলি টিউবৱেলৰ পানীৰ দৰে আছিলো। দেখাত চাফা কিন্তু গৰম কৰিলে পানীৰ ওপৰত এখন চামনি পৰে। আমাৰ দেহত, মনত যৌৱনৰ টিঘিলঘিলনী। লাজ ভয় সংকোচে আমাৰ ওচৰত হাৰ মানে। ৰাস্তাৰ কাষত থিয় হৈ ছোৱালী চোৱা, সুবিধা পালে জোকোৱা, ক্লাবত গৈ ৰামী খেলা আদি বয়সৰ দোষবোৰে আমাক লম্ভিছিল। এইবোৰৰ উপৰি মাজে-সময়ে মদো খাইছিলো।

এই ত্ৰিভূজটোৰ সৈতে আন এডাল অতিভূজ সংযোজিত হৈছিল। সেইজন আছিল দানি আলী। এদিন এটা নাটকীয়া পৰিৱেশত দানি আলীৰ সৈতে আমাৰ চিনাকি হৈছিল।

চাহ খাই উঠি আমি ত্ৰিভূজটোৱে জৰ্দাপাণ খাবলৈ পাণদোকানখনৰ সন্মুখত থিয় হৈছো। মিঠাপট্টি 120 নং জৰ্দা। তেনেতে চিনেমাহলৰ সন্মুখত এটা হুলস্থূলীয়া পৰিস্থিতি আৰম্ভ হ'ল। এজন মিঠা বৰণীয়া শকত আবত মানুহে এজন ল'ৰাক ঘূচিয়াই চৰিয়াই হলৰ সন্মুখৰ পৰা ৰাস্তালৈ লৈ গৈছে। বহুতো মানুহ জুম খাইছে। ঘটনাৰ বুজ ল'বলৈ আমিও আগবাঢ়ি গ'লো। জানিব পাৰিলো সেই মানুহজন চিনেমাহলৰ গেটকীপাৰ। তেতিয়ালৈকে আমি মানুহজনৰ লগত চা-চিনাকি হোৱা নাছিলো। মানুহজনক মই সুধিলো, 'ককাই ল'ৰাজনক কিয় মাৰিছে?' মানুহজনে

প্ৰথম মোৰ পিনে চকু ঘোপাকৈ চাই তেতিয়ালৈকে চুলিত খামুচি ধৰি থকা ল'ৰাটোক কাণতলীয়া চৰ এটা সোধালে। ল'ৰাজনক এৰি দি মানুহজনে তাক চিঞৰি চিঞৰি ক'লে, 'নাটিৰ ব্যাৎচা, এই দানি আলী যেতিয়ালৈকে ইয়াত গেটকীপাৰ হৈ আছো তেতিয়ালৈ ইয়াত বেইমানী নচলিব। বুজিলি? ফুট।' মানুহজনৰ ভীষণ খং উঠিছিল। তেওঁৰ কথাৰ পৰাই তেওঁৰ নামটো জানিলো। কিন্তু আচল কথাটো নাজানিলে। দানি আলীক পুনৰ সুধিবলৈ মোৰ সাহসো হোৱা নাই- ল'ৰাজনক যেনেকৈহে ক'লে। যদি মোকো বেয়া ভাষাৰে কিবা খং দেখুৱায়? তথাপি মনত সাহস গোটাই দানি আলীক সুধিলো, 'ল'ৰাটোৱে কাৰোবাৰ পকেটত হাত ভৰাইছিল নেকি?' বেঁকা হাঁহি এটা মাৰি মঞ্চত অভিনেতাই বচন মতাৰ দৰে তেওঁ উত্তৰ দিছিল, 'পকেটত নহয়- ছোৱালীৰ বুকুত।'

সময়বোৰ বাগৰিল। দানি আলীক দেখিলে হাঁহিৰে সম্ভাষণ জনোৱা হ'লো। প্ৰতি সম্ভাষণত আলীয়েও মূৰটো বেঁকা কৰি মিচিকিয়া হাঁহি একোটা মাৰে। ক্ৰমে ক্ৰমে আমাৰ সম্পৰ্কটো এৰা গাখীৰৰ পৰা ঘন হৈ দৈ গাখীৰৰ দৰে হ'ল। চাৰিওজনে একেলগে বহি কথা পাতো, দোকানত চাহ খাওঁ আৰু শেষত গৈ একেলগে মদখোৱা হ'লো। যেন দৈৰ ওপৰত ক্ৰীমৰ চামনি পৰিল।

চিনেমাহলটোৰ উত্তৰ দিশত থকা ৰুম এটাত দানি আলী থাকে। লগতে থাকে তেওঁৰ বন্ধু শৈলেন দাস। এজনী বিধৱা বুঢ়ী মানুহৰ ঘৰ ভাৰালৈ লৈছে। আলী আৰু শৈলেনে দুয়োজনে মেট্ৰিকৰ বেৰখনৰ ওচৰ পাইছিল যদিও পাৰ হ'ব নোৱাৰিলে। আৰ্থিক দৈন্যতাই জুৰুলা কৰা শিক্ষাৰ পোহৰ নপৰা ভিতৰুৱা গাঁও এখনত তেওঁলোকে বাস কৰিছিল। পাঠ্যপুঁথিৰ প্ৰতি অনাসক্ত হৈ সিমানতে সৰস্বতী দেৱীক বিসৰ্জন দি চহৰমুখী হৈছিল জীৱিকাৰ সন্ধানত। শেষত দানি আলী হৈছিল চিনেমাহলৰ গেটকীপাৰ আৰু শৈলেনে সোমাল মাৰোৱাৰীৰ কাপোৰৰ দোকানৰ বিক্ৰেতা হৈ।

এই চৰিত্ৰ দুটাই যেন হজৰত মহম্মদ আৰু শ্ৰীমন্ত শংকৰদেৱক একেখন বেদীত প্ৰতিষ্ঠা কৰিছিল। বৰ্তমান সমাজত তথাকথিত উচ্চ শিক্ষিত ব্যক্তিৰ মাজতো ধৰ্মান্ধতাৰ গোড়ামিৰ বিপৰীতে অৰ্ধশিক্ষিত এই মানুহ দুজনক ধৰ্মীয় সংকীৰ্ণতাই স্পৰ্শ কৰিব পৰা নাছিল। এজন হিন্দু আৰু এজন মুছলমান। এজনে আনজনক এৰি ভাত নাখায়। দানি আলীয়ে মদ খায়- শৈলেনে নাখায়। আলীয়ে মাংস কিনি আনিলে শৈলেনলৈ কণী বা পণীৰ কিনে। শৈলেনে নিৰামিষ আহাৰ খায়। দুয়োৰে ভীষণ মিল। মহাত্মা গান্ধীৰ 'ঈশ্বৰ আল্লা তেৰো নাম' বাণীৰ তেওঁলোক আছিল এটা নিদৰ্শন।

দানি আলীৰ ৰুমটোত আমি আটায়ে মাজে-সময়ে

আড্ডা দিছিলো। আড্ডাৰ প্ৰধান কেন্দ্ৰবিন্দু আছিল মদ। মই, উপেন আৰু বীৰেশে লগলাগি পইচা দিও। আলীয়ে মদৰ বটল, কেঁচা চানা আৰু চিগাৰেট কিনি আনে।

আড্ডাত উপেনে কম কথা কয়। তাতকৈ বেছি মই কওঁ। কিন্তু বীৰেশে এবাৰ মুখ মেলিলে কথা বন্ধ নহয়। ব'ৰ কৰি দিয়ে। অসহ্য হ'লে তাক কওঁ, 'পেলপেলাই নাথাকিবি। বন্ধ কৰ।' তেতিয়া সি, 'আমি কি খাৰাপ বলচি? ঠিক আছে বাবা, আমি আৰ বলবো না' বুলিকৈ অভিমান কৰে।

আলীয়ে সদায় শ্ৰোতা হৈ থাকে। কিন্তু ধৰ্মৰ কথা ওলালে তেওঁ গলৰ শিৰবোৰ ফুলাই ডাঙৰ ডাঙৰকৈ ক'বলৈ ধৰে, 'ভাইজান, তোমালোকৰ পুৰোহিত- ভকতবোৰ আৰু আমাৰ মোল্লাবোৰ এক নম্বৰ হাৰামি। সিহঁতক মই দেখিব নোৱাৰো। সিহঁতে হিন্দু - মুছলমানৰ মাজত হিংসাৰ ভাব সোমাই দিয়ে।'

'তেনে কথা নহয় আলীভাই। অসমত হিন্দু-মুছলমানৰ মাজত মিলাপ্ৰীতি শ শ বছৰ আগৰ পৰা আছে। হাজোত একেখন পাহাৰতে এটা ফালে হিন্দুৰ হয়গ্ৰীৱ মন্দিৰ আৰু আনটোফালে মুছলমানৰ পোৱামক্কা নাই জানো?'- মই কওঁ। মোৰ কথাৰ উত্তৰত আলীয়ে চকুহাল বহলকৈ মেলি লাহে লাহে কিন্তু জোৰ দি কয়, 'নাই ভাইজান, তুমি যিয়েই নোকোৱা পঢ়ি পঢ়ি ডাঙৰ চাকৰি কৰিলেও সিহঁতৰ মনবোৰ

কিন্তু লেতেৰা হৈয়ে থাকে। সিহঁতে দুখীয়া মানুহক কুকুৰ, মেকুৰী বুলি ভাবে।’ আলীৰ এনেধৰণৰ প্ৰতিবাদী কথা ওলালে বুজি পাওঁ যে তেওঁৰ নিচা হৈছে।

নিচা লগা অৱস্থাত আলীয়ে কেতিয়াবা কয়- ‘সকলো মানুহ আল্লা বা ভগৱানৰ দান। হিন্দু, মুছলমান, খ্ৰীষ্টান- এইবোৰ কোনে বনাইছে? সকলোৰে মনত একেই আনন্দ, একেই দুখ-বেজাৰ আছে। সকলোৰে তেজ একেই। তবে হ্যা, পোছাক, খাদ্য, আদৎ বেলেগ বেলেগ। এইবোৰ তফাৎ কৰিছে কোনে? আল্লাই, ভগৱানে, গডেতো কৰা নাই।’ লাহে লাহে আলীৰ চকু মুদ খাই যায়। গিলাচত থকা গোটেইখিনি মদ মুখত ঢালি দি চুপ হৈ যায়।

গহীন হৈ পৰা আলীক ফূৰ্তিৰ মাজলৈ ঘুৰাই আনিবলৈ আমি বাতৰি কাকতৰ মুখৰোচক বাতৰিবোৰ খুচুৰি থাকো। ‘দুই সন্তানৰ মাতৃ বিশ বছৰীয়া যুৱকৰ লগত উধাও’ ‘সত্তৰ বছৰীয়া বৃদ্ধই যোল্লবছৰীয়া ছোৱালীক বিয়া’, ইত্যাদি ইত্যাদি।

তেনে ধৰণৰ মুখৰোচক কথা বতৰাৰ মাজত এদিন দানি আলীয়ে পূৰ্বতে উল্লেখ কৰা ‘ট্ৰেইনখন যদি অলপ পাছত আহিলেহেঁতেন’ কথাষাৰৰ অন্তৰালত থকা কাহিনীটো আমাক কৈছিল।

‘এদিন, দুদিন, তিনিদিন নহয়। প্ৰায় এক সপ্তাহমান

একেখন চিনেমাকে চাবলৈ বুঢ়া মানুহ এজন আহি থাকে। সত্তৰ পয়সত্তৰ বছৰমান বয়সৰ মানুহ। তিনিদিনমানলৈকে বুঢ়াই চিনেমাখন আৰম্ভণিৰ পৰা শেষলৈকে চাইছিল। পাচলৈ ইন্টাৰভেলৰ পাছতহে বুঢ়া হলৰ ভিতৰলৈ সোমোৱা হ'ল। পুনৰ্বাৰ চিনেমা আৰম্ভ হোৱাৰ দহ পোন্ধৰ মিনিট পাছত বুঢ়া হলৰ পৰা ওলাই যায়।

"কি চিনেমা আছিল সেইখন।" মই সুধিলো।

"ইংলিছ, নামটো মনত নাই।" – আলীয়ে ক'লে।

'চিনেমাখনৰ গোটেই ঘটনাটো অথবা কোনোবা অংশ এটা তেওঁ হয়তো ভালকৈ বুজি পোৱা নাছিল। সেই কাৰণে বহুবাৰ চাবলগা হৈছিল।' মই ক'লো।

'সংগে আৰ কে চিল?' বীৰেশৰ প্ৰশ্ন।

'কোনো নাই। বুঢ়াই অকলে আহে।' – আলীৰ উত্তৰ। লগে লগে উপেনে দাৰ্শনিক মন্তব্য এটা দিলে –

'কোনো কোনো ইংলিছ চিনেমাত নগ্ন যৌনতাৰ মুক্ত প্ৰকাশো দেখা যায়। দৈহিকভাৱে অক্ষম বৃদ্ধই হয়তো তেনেধৰণৰ শ্বুটিং চাই মানসিকভাৱে পৰিতৃপ্তি লাভ কৰে।'

উপেনৰ মন্তব্যৰ প্ৰতিবাদ কৰি আলীয়ে কৈছিল–

'চিনেমাখনত তেনেকুৱা লেতেৰা দৃশ্য এটাও নাছিল। মাত্ৰ ইন্টাৰভেলৰ আগে আগে এটা দৃশ্য আছিল– ৰেললাইনৰ কাষতে এটা ছুইমিং পুল। তাত চিনেমাৰ হিৰ'ইনগৰাকীয়ে

গা ধুবলৈ সাজু হৈছে। অকলে অকলে। হিৰ'ইনীয়ে দৰ্শকৰ পিনে পিছ দি আছে। তেওঁ কঁকালৰ ওপৰ অংশৰ কাপোৰ খুলিছে। দৰ্শকে হিৰ'ইনীৰ উদং পিঠিখন দেখা পাইছে। এইবাৰ তেওঁ কঁকালৰ তলৰ অংশৰ কাপোৰ খোলাত ব্যস্ত। তেনেতে আহিল এখন ট্ৰেইন। চলি যোৱা ট্ৰেইনখনৰ তলৰ ফাকেদি দৰ্শকে হিৰ'ইনীৰ কাপোৰযোৰ মাটিত সুলকি পৰা দেখিলে। হিৰ'য়িনীক ট্ৰেইনখনে ঢাকি ধৰিলে। বছ- তাৰ পাছতে ইন্টাৰভেল।'

মই এদিন বুঢ়াক সুধি পেলালো-

"খুৰা, মই মন কৰিছো যে কেইবাদিনো ধৰি আপুনি ইন্টাৰভেলৰ পাচত হলত সোমায় আৰু দহ-পোন্ধৰ মিনিট পাছত ওলাই যায়। ইয়াৰ কাৰণ কি?"

বুঢ়াই মোক হাতত ধৰি মানুহ নথকা ঠাই এটুকুৰালৈ মাতি নি চকুহাল বহলকৈ মেলি ক'লে- ' বা ই চা ঞ্চ কোনোবা দিনা ট্ৰেইনখন যদি পলমকৈ আহে?'

বুঢ়াৰ কৌতুহল্ৰ কথা শুনি শ্ৰীমন্ত শংকৰদেৱে কীৰ্তন শাস্ত্ৰত লিখা 'হৰমোহন' আখ্যানলৈ মোৰ মনত পৰিছিল।



# ভেঞ্চাৰ স্কুলৰ মাষ্টৰ

এখন পুৰণি এভাৰেষ্ট চাইকেল। চেকেণ্ডহেণ্ড। শেখৰ দাসে যোৱা পোন্ধৰ বছৰ ধৰি সেইখন চলাই আছে। গুৱাহাটীৰ কালাপাহাৰ অঞ্চলত থকা এভাৰেষ্ট চাইকেল ফেক্টৰীটো কেতিয়াবাই বন্ধ হৈ গ'ল। কিন্তু সেই ফেক্টৰীতে তৈয়াৰ কৰা শেখৰ দাসৰ চাইকেলখন আজিও চলি আছে। অৱশ্যে বাৰ্দ্ধক্যজনিত অসুখত ভুগি থকা চাইকেলখনে শেখৰক পূৰ্ণ সহযোগ কৰিব পৰা নাই। চকা দুটাৰ লোহাত মামৰে মাটিয়া ৰং সানি দিছে। পেডেলৰ চেইনডাল ঢিলা হৈ গৈছে। পেডেল দুপাট ভৰিৰে ঘূৰাওতে ভৰিৰ হেঁচাৰ তাৰতম্য ঘটিলে চেইনডাল এৰাই যায়। গতিকে হিচাপমতে শেখৰে

পেডেলত ভৰিৰে হেঁচা দিয়ে। সেই কাৰণে চলি আছে। হিচাপমতে যিকোনো বস্তু ব্যৱহাৰ কৰিব জানিলে বহুদিন টিকে। অভাৱী মানুহে হিচাপমতেই চলে।

শেখৰৰ চাইকেলখনৰ হেণ্ডেলডালত বেল এটা ওলমি আছে যদিও সেইটো অকামিলা হৈ আছে। আগৰফালৰ চকাটোত ব্ৰেক নাই। পিছৰটোত আছে যদিও চকাৰ দাঁতিত সাবটমাৰি ধৰা ৰবৰ দুপাট ক্ষয় গৈ ৰবৰক চেপা মাৰি ধৰা লোহা দুপাটহে আছে। অৱশ্যে যিটো গতিত শেখৰে চাইকেলখন চলায় তাত বেল বা ব্ৰেকৰ প্ৰয়োজন নাই। ভৰি এখন মাটিত নমাই দিলেই চাইকেলখনৰ গতি বন্ধ হৈ যায়। শেখৰৰ জীৱনটোৰ গতিটোও মন্থৰ হৈ চাইকেলখনৰ দৰে হৈছে। ঊনচল্লিছ বছৰীয়া শেখৰ দাস যেন পচপন্ন বছৰীয়া আদহীয়া মানুহ হৈ পৰিছে।

স্কুল ছুটীৰ পিছত শেখৰে ‘সঞ্জীৱনী ফাৰ্মাচী’ লৈ চাইকেলৰ পেডেল ঘূৰালে। নয়নতৰাৰ দৰৱটো শেষ হৈছে। আকৌ এবটল লাগে।

শেখৰ হতাশ হ’ল। ফাৰ্মাচীত হেনো বৰ্তমান দৰৱটো

নাই। শেষ হৈছে। গুৱাহাটীৰ পৰা আনিব লাগিব। দুদিনমান পলম হ'ব।

'দৰবটো সঁচাকৈয়ে নাইনে? নে আগৰ বাকীটো পৰিশোধ নকৰাৰ কাৰণে তেনেকৈ ক'লে?'- মনতে শেখৰে ভাবিলে।

এইবাৰ সি টিউচন কৰা ছাত্ৰ ৰোহিতৰ ঘৰৰ ফালে চাইকেল চলালে। গৈ থাকোতে ঘৈণীয়েক নয়নতৰাৰ মুখখন তাৰ অন্তৰত জিলিকি উঠিল। কি মানুহজনী কি হৈ গ'ল। ভৰ বাৰিষা দুয়োপাৰ ওপচাই ফেনে-ফোটোকাৰে বৈ থকা নদী এখন ফাগুন-চ'ত মাহত শুকাই মৰুময় হোৱাৰ দৰে হ'ল মানুহজনী। সকলোৱে ভাল বুলি প্ৰশংসা কৰা গিৰীশ ডাক্তৰক সি নয়নতৰাক দেখুৱাইছে। ডাক্তৰৰ ঔষধে বিশেষ কাম কৰা নাই। ডাক্তৰে যিবোৰ পৰীক্ষা কৰাবলৈ দিছে সেইবোৰৰ খৰচৰ অংকটো কৰোতে শেখৰৰ মূৰটো গৰম হৈ যায়। দহ-পোন্ধৰ হাজাৰ টকা ক'ত পাব সি? লগৰ কোনো কোনোৱে আকৌ নয়নতৰাক চেন্নাইৰ এপ'ল' হস্পিতালত ভৰ্তি কৰোৱাৰ কথা কয়। তেনেবোৰ কথাই

শেখৰৰ মগজু স্পৰ্শ নকৰাকৈ এখন কাণেৰে সোমাই আনখনেৰে ওলাই যায়। মাহত এহেজাৰ টকা দৰ্মহা পোৱা ভেঞ্চাৰ স্কুলৰ মাষ্টৰ শেখৰ দাস। তেনে ধৰণৰ কথাক সি সপোন বুলি ভাবে।

যোৱা পোন্ধৰ বছৰ ধৰি শেখৰে একেখন স্কুলত শিক্ষকতা কৰি আহিছে। আন আন শিক্ষকৰ লগতে শেখৰেও আশা কৰিছিল যে স্কুলখন এদিন 'প্ৰভিন্‌চিয়েলাইজড্' হ'ব। শিক্ষকসকলে নিয়মীয়া বেতন পাব। তেনে আশা এটা বুকুত সাবটি শেখৰৰ লগতে স্কুলখনৰ আন আন শিক্ষকসকলেও আজিলৈকে জীয়াতু ভুগি আছে। সপোন সপোন হৈয়ে থাকিল।

আন চাকৰি বিচৰাৰ বয়স বৰ্তমান শেখৰৰ নাই। সেয়েহে এহাজাৰ টকীয়া চাকৰিটো নকৰি আন উপায় নাই। তাৰেই সি সংসাৰ চলাব লাগে। সংসাৰ মানে চৰকাৰী হিচাপতকৈয়ো সৰু সংসাৰ। ঘৈণীয়েক নয়নতৰা, সাত বছৰীয়া সন্তান ইন্দ্ৰনীল আৰু বিধৱা মাকজনী। পৈতৃক সম্পত্তি বুলিবলৈ এক বিঘা মাটিৰ সৈতে বস্তিটো আৰু

দেউতাকে সাজি যোৱা ঘৰটোহে আছে। সৰুতে পিতৃহাৰা হোৱা শেখৰে উত্তৰাধিকাৰী সূত্রে পোৱা খেতিৰ মাটিবোৰ খাজনা নিদিয়াৰ অজুহাতত খুৰাকহঁতে চক্রান্ত কৰি নিলামত ডাকি তেওঁলোকৰ সম্পত্তি কৰিলে।

ইংৰাজীত অনাৰ্চ লৈ বি, এ পাছ কৰাৰ পিছত বৰ্তমানে শিক্ষকতা কৰি থকা স্কুলখনৰ প্রতিষ্ঠাপক কমিটিখনে বহু বুজনি দি শেখৰক শিক্ষকৰ পদত অধিষ্ঠিত কৰিছিল। তেওঁলোকে শেখৰক বুজাইছিল যে এদিন স্কুলখনৰ শিক্ষকসকলৰ বেতন চৰকাৰে বহন কৰিব। মানে স্কুলখন চৰকাৰী হ'ব। তেতিয়া শিক্ষকসকলৰ দৰ্মহা-পাতি ভাল হ'ব। গ্রেচুইটী, প্রভিডেন্ট ফাণ্ড, পেঞ্চনৰ ব্যৱস্থা হ'ব। তেনেবোৰ কথাই শেখৰৰ মগজুত প্রতিক্রিয়া কৰিছিল। গতিকে সি অইন চাকৰি নিবিচাৰি শিক্ষক হৈছিল।

শিক্ষকতাৰ প্রতি শেখৰৰ আগ্রহ বঢ়াৰ আন কাৰণো নথকা নহয়। শেখৰে জানিছিল যে অৰ্হতা থাকিলেও চৰকাৰী চাকৰি পোৱা নাযায়। বজাৰত আলু-পিঁয়াজ কিনাৰ দৰে চাকৰিৰো বজাৰ একোখন আছে। চাকৰি কিনি ল'ব

লাগে। ইন্টাৰভিউ একোটা প্ৰহসন। চাকৰি কিনি লোৱা সামৰ্থ শেখৰৰ নাছিল। থাকিলেও তেনে কাৰ্যক শেখৰে ঘিণ কৰিছিল। কিন্তু আজি সি কথাবোৰ ওলোটাকৈ ভাবিবলৈ ধৰিলে। ক'ৰবাৰ পৰা ধাৰ-ঋণ কৰি হ'লেও চৰকাৰী চাকৰি এটা কিনি লোৱা ভাল আছিল নেকি? ঘৰখনৰ তিনিটা প্ৰাণীয়ে অন্ততঃ সকাহ পালেহেঁতেন। ভালকৈ খাবলৈ পালেহেঁতেন। নয়নতৰাক চেন্নাইলৈ নি চিকিৎসা কৰাব পাৰিলেহেঁতেন। কিন্তু আজি এহাজাৰটকীয়া ভেঞ্চাৰ স্কুলৰ শিক্ষক এজনে ঘৈণীয়েকক অসমৰ বাহিৰলৈ নি চিকিৎসা কৰাটো দূৰৈৰ কথা, চাউল-দাইলখিনিও সময়মতে যোগাৰ কৰাৰ সামৰ্থ নাই। সেয়ে টিউচন বিচাৰি ভিক্ষাৰীৰ দৰে ঘৰে ঘৰে শেখৰে চাইকেল দৌৰাবলগীয়া হৈছে।

কথাবোৰ ভাবি ভাবি চাইকেলখন চলাই গৈ থাকোতে শেখৰে ৰোহিতহঁতৰ ঘৰটো কেতিয়া পাৰ হৈ গ'ল গমকে নাপালে। ৰোহিতক শেখৰে সপ্তাহত তিনিদিনকৈ ইংৰাজী পঢ়ায়। চাইকেলখন ঘূৰাই লৈ শেখৰে ৰোহিতহঁতৰ ঘৰত সোমাল। নঙলাৰ মুখত থকা নাৰিকল গছজোপাত

চাইকেলখন আঁউজাই থৈ বাৰাণ্ডাত উঠিল। গল খেকাৰি এটা মাৰি সি মাষ্টৰে ছাত্ৰক পঢ়ুৱাবলৈ অহা সংকেত এটা দিলে। চাইকেলৰ বেলটো ভালে থকা হ'লে শেখৰে সেইটোৱেই বজাই দিলেহেঁতেন।

ডেৰঘন্টামান ৰোহিতক 'ভাৰ্বেল নাউন' ৰ বিষয়ে শিকোৱাৰ পিছত শেখৰে মৃগাংক নামৰ ছাত্ৰজনৰ ঘৰলৈ বুলি চাইকেলৰ পেডেলত হেঁচা দিলে। মনতে ভাবি থাকিল 'ভাৰ্বেল নাউন' ৰ কথা। 'ভাৰ্বেল নাউন' বোৰ মতা মানুহে মেখেলা-চাদৰ পিন্ধি তিৰোতাৰ আৰু তিৰোতা মানুহে পেন্ট-ছাৰ্ট পিন্ধি মতাৰ ৰূপ ধাৰণ কৰাৰ দৰে একোটা অস্বাভাৱিক ৰূপ। অইন কথাত ৰাজনীতিকসকলৰ দৰে।

সেইসকলে ভাষণত এটা ৰূপ আৰু কাৰ্যত আন এটা ৰূপ প্ৰকাশ কৰে। অৰ্থাৎ মূলতঃ Verb কিন্তু Noun হৈ দেখুৱায়। স্থানীয় বিধায়ক অভিজিৎ তালুকদাৰে শেখৰে কাম কৰা স্কুলখনত ইলেক্‌চনৰ আগে আগে মিটিং পাতি কিমান যে বেলুন ফুলোৱা আখৈফুটা ভাষণ নিদিলে? 'স্কুলখন যেনে-তেনে চৰকাৰীকৰণ কৰিমেই।' ইলেক্‌চন পাৰ হ'ল। তালুকদাৰ এম, এল, এ হ'ল। কিন্তু স্কুলখন ভেঞ্চাৰ হৈয়েই থাকিল। অৰ্থাৎ Noun ৰ ৰূপ লৈ অহা নিৰ্বাচনী প্ৰাৰ্থী তালুকদাৰে প্ৰকৃত Verb 1 ৰূপ লৈ বিধায়ক হ'ল আৰু স্কুলখনৰ কথা পাহৰি গ'ল।

শেখৰৰ পাকস্থলীৰ গহ্বৰৰ পৰা দীঘলীয়া উগাৰ এটা ওলাই আহিল। ৰোহিতহঁতৰ ঘৰত খাই অহা অম্‌লেটৰ গোন্ধটো নাকত লাগিলহি। টিউচন কৰি ফুৰোতে ছাত্ৰহঁতৰ মাকবোৰে মাষ্টৰক ভালকৈ খাবলৈ দিয়ে। সকলোবোৰ মাকৰে একেই অভ্যাস। তেওঁলোকে ভাবে যে মাষ্টৰক ভালকৈ খুৱালেহে তেওঁলোকে ল'ৰা-ছোৱালীৰ যত্ন ল'ব। টিউচন কৰা ঘৰবোৰত গাখীৰ, কল, অম্‌লেট, ৰুটি-মাংস আদি খাই থাকোতে শেখৰৰ কেতিয়াবা নিজৰ ল'ৰাটোৰ কথা, ঘৈণীয়েকৰ কথা মনলৈ আহে। সি যিমান ভাল ভাল বস্তু খাইছে, ঘৈণীয়েকহঁতক তাৰ তুলনাত একো খুৱাব পৰা নাই। তাৰ মনটো বিষাদেৰে ভৰি পৰে। তেতিয়া ৰুমালেৰে চকু দুটা মচি খোৱা বস্তুৰ প্লেটখন আঁতৰাই থৈ সুদা চাহকাপ গলাধঃকৰণ কৰে।

আঠমান বাজিল। টিউচনবোৰ সামৰি শেখৰে ঘৰৰ ফালে চাইকেল চলাইছে। পুৱা স্কুললৈ অহাৰ সময়ত মোনা এখন দুৰ্লভ বৈশ্যৰ দোকানত থৈ আহিছে। এতিয়া সেইখনত চাউল আৰু দাইল ভৰাই নিব লাগে। দোকানৰ বাকীৰ ঘৰৰ অংকটো দিনে দিনে বাঢ়ি গৈছে। দুৰ্লভ বৈশ্য এজন বিবেচক মানুহ বুলিহে শেখৰক বাকী দি আছে। আচলতে তেওঁ শেখৰক মৰমৰ চকুৰে চায়।

শেখৰে চাউল পাঁচ কিলোগ্ৰাম আৰু মচুৰ দাইল

এক কিলো বেগখনত ভৰাই লৈ চাইকেলৰ কেৰিয়াৰখনত ল'লে। এবাৰ সি ওপৰলৈ মূৰ তুলি চালে। আকাশত চিক্‌মিক্ মেঘৰ গাজনিৰ তাণ্ডৱ নৃত্য আৰম্ভ হৈছে। শেখৰে ঘৰমুখে চাইকেলৰ পেডেল ঘূৰালে। গতানুগতিক ছন্দতকৈ কিছু খৰ গতিত চাইকেল চলালে। গাজনি-ঢেৰেকণি, বতাহ বলিবলৈ আৰম্ভ কৰিছে। চাৰিওপিনৰ পৰা গাজনি-ঢেৰেকণী, বতাহ-বৰষুণে শেখৰক বেঢ়ি ধৰিছে। আন্ধাৰ-পোহৰৰ মাজে মাজে শেখৰে ঘৰমুখে চাইকেল চলাই গৈ আছে। হঠাৎ সি চাইকেলৰপৰা উফৰি পৰিল। চাউল-দাইলৰ বেগখন ছিটিকি গৈ নৰ্দমাত পৰিল। ধুমুহাৰ উৎপাতত তিষ্ঠিব নোৱাৰি বৰপুখুৰীৰ পাৰৰ বুঢ়া কঁঠাল গছজোপা ৰাস্তাটোৰ ওপৰত পথালিকৈ পৰি আছিল। আন্ধাৰত শেখৰে তৰ্কিবই নোৱাৰিলে।

বৰষুণত তিতি জুৰুলি-জুপুৰি হৈ লেকেচিয়াই লেকেচিয়াই চাইকেলখন হাতেৰে ঠেলি শেখৰ ঘৰ পালেগৈ। বাৰাণ্ডাত চাইকেলখন তুলি কিছুপৰ সেইখনলৈ চাই থাকিল। অলপ পিছত কেৰিয়াৰখনত আলফুলকৈ হাত ফুৰালে।

শেখৰৰ চকুৰেদি বৈ অহা চকুপানীবোৰ মূৰৰ চুলিৰ পৰা বৈ অহা বৰষুণৰ পানীবোৰে ধুই পেলালে।



# জোঁৱাই

“কুমুৰুদ্দিন! অহা বাৰ তাৰিখে চাদ ঢালাই কৰিব লাগিব। পঞ্জিকা মতে ভাল দিন। তাৰ দুই দিন আগতে চাটাৰিঙৰ কাম শেষ কৰিব লাগিব।” আদেশৰ সুৰত শৰতে ঠিকাদাৰক ক'লে।

‘চিন্তা নকৰিব ছাৰ হৈ যাব। ইচ্ছা কৰিলে এক্সট্ৰা মিস্ত্ৰি লগাই দুই দিনৰ ভিতৰত কাম শেষ কৰিব পাৰো। কিন্তু সেইটো নকৰো। আপোনাৰ কামত ছাৰ, মই যা-তা মিস্ত্ৰি লগাব নোৱাৰো। মই যি মিস্ত্ৰি লগাইছো সিহঁতে ইঞ্জিনিয়াৰকো ভুল ধৰিব পাৰে।’

অতি গৰ্বেৰে কথাবোৰ শৰতক কৈ কুমুৰুদ্দিনে

আকৌ ক'লে- 'বাৰ তাৰিখলৈ আঠ দিন বাকী আছে। দহ তাৰিখৰ ভিতৰত হৈ যাব লাগে ছাৰ।'

শৰত বৰাক কথাখিনি কৈ উঠি চাটাৰিঙৰ কাম কৰি থকা মিস্ত্রি এজনক উদ্দেশ্য কৰি কুমুৰুদ্দিনে ক'লে, "জামাল ভাই, ছয় দিনেৰ মধ্যে কাজটা শেছ্ ঐবো না?" জামানে লোহা বান্ধি থকাৰ পৰা প্ৰথমতে ঠিকাদাৰলৈ তাৰ পিচত বাকী থকা কামবোৰলৈ চাই ক'লে, "ঐতে লাগে। না ঐলে ৰাত ৰাত কাজ কৰবো।"

শৰতে গাত কেইমগ্মান পানী ঢালি বাথৰুমৰ পৰা ওলাই গামোচা এখনেৰে মূৰৰ পানী মচি থাকি চিঞৰি ক'লে, "চাৰু, ভাত বাঢ়া বহুত দেৰি হৈ গ'ল। অফিচ গৈ পাব লাগে দহ বজাত। এতিয়া ঘৰতে দহটা বাজিল।"

শৰতে ভাত কেইটা নাকে মুখে গুজি উঠি লংপেন্টটোৰ ভিতৰত চাৰ্টটো সোমোৱাই ল'লে। আয়নাখনৰ সন্মুখত থিয় হৈ চুলিখিনি ফনিয়াই থাকোতে পিচপিনৰ পৰা আহি ঘৈণীয়েক চাৰুলতাই "হেৰি" বুলি কিবা কথা ক'ব খোজোতেই বাধা দি শৰতে ক'লে, "আগতে মোক হাত

ঘড়ীটো আনি দিয়া।”

ঘড়ীটোলৈ চাই শৰত জাপ মাৰি উঠিল। দহটা বাজি পোন্ধৰ মিনিট। অফিচ গৈ পাওঁতে আকৌ আধা ঘন্টা। অৱশ্যে গৈ পাওঁতে পলম হ'লেও অফিচাৰ আফটাব আলীয়ে তাক টানকৈ নকয়।

অফিচাৰ আৰু তাৰ মাজত এটা বুজাপৰা আছে। সু-সম্পৰ্ক আছে।

ঘড়ীটো হাতত বান্ধি উঠি শৰতে চাৰুলতাক ক'লে, “কোৱা কি ক'ব খুজিছিলা।”

চাৰুলতাই কথা আৰম্ভ কৰিলে, ‘যোৱা ৰাতি নটামান বজাত এটা ফোন কল পাইছিলো, আপোনাক ক'ম বুলি সময়কে পোৱা নাছিলো। কওনো কেতিয়া? ৰাতিপুৱাৰে পৰা অফিচলৈ যোৱা সময়লৈকে আপুনি মিস্ত্রি ঠিকাদাৰৰ লগত লাগি থাকে। ময়ো পাকঘৰত ব্যস্ত হৈ থাকো। অফিচৰ পৰা আহি সাত বজাৰ পৰা ঘৰৰ কামৰ হিচাপ-নিকাচ কৰাত ব্যস্ত হৈ পৰে আৰু ৰাতি নটা বজাৰ পাচত আপোনাৰ আগত কথা কোৱা বা নোকোৱা একেই কথা।

ৰাতিপুৱা মনত পেলাই দিলে মোকে আকৌ ঘূৰাই সুধিব “কি কৈছিলা? কেতিয়া কৈছিলা?”

“আহ-আ। সোনকালে কোৱানা। মোৰ পলম হৈছে।” - শৰতে ক'লে।

চাৰুলতাই ক'লে- ‘আমাৰ ধন খুৰাই ফোন কৰিছিল। আপুনি তেওঁক দেখা নাই। আমাৰ বিয়ালৈকেও তেওঁ আহিব নোৱাৰিলে। বৰ্তমানে তেওঁ ৰাজস্থানৰ জয়পুৰত থাকে। মেট্ৰিক পৰীক্ষা দিবলৈ ওলোৱা ধন খুৰাই আতাৰ (ককাৰ) লগত কাজিয়া কৰি ঘৰৰ পৰা ওলাই গৈছিল। চৈধ্য বছৰ মানলৈ কোনো খা খবৰ নাছিল। তাৰ পাচত দেউতাকলৈ খুৰাই এখন চিঠি পঠাইছিল। তেওঁ হেনো জয়পুৰত ডাঙৰ বিজনেছ কৰি আছে। ৰাজস্থানী ছোৱালীক বিয়া কৰাই সংসাৰ পাতিছে। ধন খুৰাৰ চিঠি পঢ়িবলৈ আতা তেতিয়া জীয়াই থকা নাছিল।’

‘পাতনি এৰা। আচল কথাটো কোৱা। দেৰি হৈছে!’ শৰতে গোজোৰা মাৰি চাৰুলতাক ক'লে।

‘কৈছো কৈছো। দেউতা-খুৰাহঁত তিনি ভায়েক

আছিল। মোৰ দেউতা আছিল ডাঙৰ। দেউতা মৰাৰ পাচত খবৰ পাই ধন খুৰা ঘৰলৈ আহিছে। মাটিবাৰীবোৰ ভাগ-বতৰা কৰিব। আজি কাছাৰীৰ কামত ইয়ালৈ আহিব। দিনটো অফিচৰ কামত লাগি থাকি ৰাতি বোলে আমাৰ ঘৰত থাকিব। আমাৰ ঘৰৰ ঠিকনাটো মই খুৰাক বুজাই কৈছো।'

'মই পিছে কি কৰিব লাগে?'

'অফিচৰ পৰা আহোতে অলপ ভাল মাছ আৰু মিঠাই লৈ আহিব। আজি সোনকালে আহিব।'

মাছ আনিবলৈ কোৱাত শৰতে ভালেই পালে। কিন্তু সোনকালে..... অফিচৰ আনবোৰ মানুহ ঘৰা ঘৰি যোৱাৰ পাচত হে অফিচাৰ আফটাব আলীৰ লগত দেনা-পাওনাৰ হিচাপটো কৰিব লাগে।

শৰতৰ স্কুটাৰৰ চকা ঘূৰিবলৈ ধৰিলে অফিচলৈ আৰু মনৰ চকা ঘূৰিল কেইবছৰমান আগলৈকে।

শৰতে কিমান যে চেষ্টা কৰা নাছিল বৰ্তমানৰ টেবুলখন পাবলৈকে। খালি হোৱা এই টেবুলখন পাবলৈ শৰতে চিৰস্তাদাৰ দিগন্ত বৰুৱাক ধুবুৰীৰ পৰা তিনি-চাৰি

কিলো ওজনৰ চিতল মাছ আনি কিমান যে খুৱাইছিল। বৰুৱা মৰিল; নহ'লে আজিও সি তেওঁক মাছ খুৱাই থাকিলেহেঁতেন। তেওঁৰ জহতে শৰতে তিনি হাজাৰ বৰ্গফুটৰ পকী ঘৰৰ আঁচনি কৰিব পাৰিছে। তলৰ তলাত হে তিনি হাজাৰ ফুট, ওপৰৰ পিনে একোখন চাদ চাৰি হাজাৰ ফুটৰো ওপৰত হ'ব।

ঘৰটো সাজোতে আফটাব আলীয়ে শৰতক দিহা পৰামৰ্শ দিছে। সেইমতে শৰতে তিনিখন চাদ ঢালাই কৰি উঠি প্ৰথম চাদখনৰ ওপৰৰ কাম সম্পূৰ্ণ কৰি তাত সোমাব। তলে ওপৰে কেইবছৰমান খালি হৈ থাকিবলৈ দিব। কাৰণ ইমান ডাঙৰ বিল্ডিং এটা একেৰাহে সম্পূৰ্ণ কৰিলে মানুহৰ চকু পৰিব। ভিজিলেন্স বিভাগত কোনোবাই লগাই দিব। অৱশ্যে আফটাব আলীৰ উপদেশ মতে লোকক দেখুৱাবলৈ শৰতে বেংকৰ পৰা দহ লাখ টকাৰ লোন এটাও লৈছে।

প্ৰায় এঘাৰটা বাজো বাজো হওঁতে শৰত গৈ তাৰ অফিচ ৰুমত সোমাল। তিনিজন মানুহে শৰতলৈ অপেক্ষা কৰি আছে। কালৈকে ভ্ৰুক্ষেপ নকৰি সি দ্ৰয়াৰটোৰ পৰা

মলিয়ন কাপোৰ এডোখৰ উলিয়াই টেবুলখন জোকাৰিলে। কাঠৰ চকীখনৰ ওপৰত থকা কুচনটো ৰুল মাৰিডালেৰে দুই কোব মান মাৰি পুনৰ চকীখনৰ ওপৰত থৈ তাৰ ওপৰত বহি ল'লে।

মানুহকেইজনে শৰতৰ লগত কথা পাতিবলৈ হেতো ওপৰা লগালে। তাৰ ভিতৰত থকা ডেকা উকীলজনে প্ৰথমতে সুবিধাতো পালে। তেওঁ শৰতৰ কাণে কাণে কিবা কোৱাত শৰতে ক'লে, “তিনিটাৰ পাচত আহক।”

উকীলজন যোৱাৰ পাচত বাকী দুজনৰ এজনে দৰ্খাস্ত এখন শৰতলৈ আগবঢ়ালে। আনজনে কোনো দৰ্খাস্ত নিদিয়াত শৰতে মানুহজনক প্ৰশ্ন কৰিলে, “আপোনাৰ কি আছিল?” মানুহজনে “মোৰ মাটিৰ” বুলি আৰম্ভ কৰাৰ লগে লগে শৰতে ক'লে, “দৰ্খাস্ত কৰিব লাগিব। বিনা দৰ্খাস্তত মাটি-বাৰীৰ কাম নহয়।”

হাতৰ পৰা দৰ্খাস্তখন টেবুলৰ ওপৰত থৈ শৰতে পেন্টৰ জেপৰ পৰা চাধাৰ টেমাটো উলিয়ালে। এটা ফালৰ সাফৰখন গুচাই বাওঁহাতৰ তলুৱাত চুন সানিলে। চুনখিনি

শুকাবলৈ দি সি প্ৰথমতে দৰ্খাস্তখনলৈ পাচত মানুহজনৰ চকুলৈ আৰু পাচত অফিচ ৰুমত থকা সহকৰ্মীসকললৈ এবাৰ চকু ঘূৰালে। শেষত টেমাটোৰ আনফালৰ সাফৰখন গুচাই হাতত চাধা বাকীলৈ সোঁহাতৰ বুঢ়া আঙুলিটোৰে এটা ধীৰ গতিৰ সুৰৰ দৰে চাধাখিনি পিহি থাকিল। তাৰ দ্বাৰা শৰতে মানুহজনক যেন বুজালে-

“ মানুহে মন্দিৰলৈ গ'লে ভগৱানৰ আৰ্শীবাদ অথবা বৰদান ভিক্ষা কৰিবলৈ যায়। তাৰবাবে দেৱতালৈ নৈবেদ্য এখন আগবঢ়োৱাৰ উপৰিও নগদ টকা, ৰূপ, সোণ আদিও যাচে। তেনেদৰে মোৰ পৰাও কাম বিচাৰি আহিছা যেতিয়া শুদাহাতে কাম নহ'ব।”

শৰতে চাধাখিনি ওঠৰ মাজত ভৰাই লোৱাৰ পাচত মানুহজনে ক'লে-

‘বহু দূৰৰ পৰা আহিছো। সন্ধিয়াৰ ট্ৰেইনত উভতি যাম। কামটো আজিয়ে কৰি দিয়ক।’

শৰতে পাতি থোৱা বৰশীটোত মাছে খুটিওৱাৰ উমঘাম নেদেখি মানুহজনক ক'লে-

'এইবোৰ কাম এদিনত নহয়। আপোনাৰ দৰ্খাস্তখন চাৰ্কোল অফিচলৈ যাব। তাত মণ্ডল কাননগুৱে ৰিপোৰ্ট দিব। তাৰ পাচত চাৰ্কোল অফিচাৰে চহী কৰিব। তাৰ পাচতহে মোৰ ইয়ালৈ আহিব। তিনি মাহমান লাগি যাব।'

শৰত বহাৰ পৰা উঠিগৈ প্ৰস্ৰাৱগাৰত সোমাল। দৰ্খাস্তিকাৰীজনো শৰতৰ পিচে পিচে গৈ প্ৰস্ৰাৱগাৰত দুৱাৰ মুখত বৈ থাকিল। শৰত ওলাই অহাৰ লগে লগে এশ টকীয়া নোট এখন শৰতক দেখুৱাই মানুহজনে ক'লে, "এইখিনি লওক। মোৰ কামটো কৰি দিয়ক।"

শৰতে দেখিলে যে বৰশীৰ ওচৰলৈ মাছ আহিছে। কিন্তু টোপ গিলা নাই। কেচুৰ টোপ নিগিলিলে বৰলৰটোপ খুৱাব লাগিব। শৰতে ভাবিলে।

'সম্প্ৰত্তি টকা শ আপোনাৰ লগতে ৰাখক।' শৰতে মানুহজনক ক'লে। "আচলতে এশ দুইশ টকাৰ কাম এইবোৰ নহয়। আপোনাক আগতে কৈছো কেইবাখনো টেবুল বাগৰাৰ পাচত মই পুট আপ্ কৰা ফাইলটো শেষত আমাৰ অফিচাৰৰ টেবুলত পৰিব। এই ক্ষেত্ৰত আপোনাক মই দুটা

অপ্‌ছন দিব পাৰো। আপুনি যদি ফাইলটোৰ পিছে পিছে গৈ থাকে তেতিয়া পাচশ টকাত মই মোৰ কামখিনি কৰি দিম। তেনেক্ষেত্ৰত আপোনাৰ আঠহাজাৰ মান খৰচ পৰিব। আৰু সময়ো লাগিব এক ডেৰ মাহ। আৰু যদি সকলো দায়িত্ব মোক দিয়ে তেতিয়া মই ছয় হাজাৰ টকাৰ ভিতৰত কামটো কৰি দিম। সময়ো লাগিব কম।”

শৰতে মানুহজনৰ চকুলৈ চাই থাকিল। মানুহজনে কিছুসময় মনে মনে থকাৰ পাচত ক’লে–

‘ঠিক আছে। অন্য এদিন আহিম। সিমান টকা আজি মই লগত অনা নাই।’

‘কিমান আনিছে?’– শৰতে শুধিলে।

‘দুই হাজাৰ।’

‘তাকে দি যাওক। মই কামটো আগবঢ়াই ৰাখিম।’

মানুহজনে জেপৰ পৰা টকা দুই হাজাৰ উলিয়ালে শৰতক যাচিলে।

‘হে - কি কৰে। আন মানুহে দেখাকৈ তেনেকৈ নিদিব।’

মানুহ দুনুহ নোহোৱা ঠাই এডোখৰলৈ মানুহজনক মাতি নি শৰতে গাতে গা লগাই ক'লে, 'নোট কেইখন মুঠামাৰি ধৰি মোৰ হাতত দিয়ক।'

শৰতে পুনৰ গৈ কাৰ্যালয়ত সোমাল। চকীত বহি পুৰণা পেণ্ডিং ফাইলবোৰ লৈ ওলট পালটকৈ থাকিলে।

দুটা বজাৰ পিচত শৰতৰ ওচৰলৈ মানুহ এজনে আহি নমস্কাৰ দিলে। প্ৰতি নমস্কাৰত শৰতেও টেবুলত কিলাকুটিৰ ওপৰত সোঁহাতখন ভাজ লগাই ক'লে–

'আপোনাৰ কিবা কাম আছিল?'

'হয়, কাম এটাৰ বাবেই আহিছো। মানুহজনে উত্তৰ দি লগে লগে শৰতৰ কাণৰ ওচৰলৈ মুখখন নি ক'লে–

'অকনমান বাহিৰলৈ আহিব নেকি? খোলাচাকৈ কথা হওঁ।'

অফিচটোৰ পৰা অলপ আঁতৰত থকা চাহৰ দোকান এখনত দুয়ো সোমাল। দোকানৰ পিচ পিনে চুকত থকা চকীদুখনত বহিল। মানুহজনে চাহ-মিঠাইৰ অৰ্ডাৰ দিলে।

বেগৰ পৰা ফটোষ্টেট কৰা কাগজ কিছুমান উলিয়াই

মানুহজনে শৰতক দেখুৱাই ক'লে-

'মাটিৰ দলিল, নামজাৰীৰ হুকুমৰ নকল, জমাবন্দীৰ নকল সকলোবোৰ ইয়াত আছে। কিন্তু 1031 নম্বৰ দাগৰ এক বিঘা পোন্ধৰ লেচা জমী এজ্‌মালী পট্টা হৈ আছে।'

মিঠাইটোৰ এক কামোৰ খাই চাহ এঢোক গিলি তেওঁ আকৌ ক'লে-

'মই বহু দূৰৰ পৰা আহিছো। অহা পৰহি মই উভতি যাম। চেল পাৰ্মিছনটো আপুনি অহা কালিৰ ভিতৰত উলিয়াই দিব লাগে।..... টকাৰ কথা আপুনি চিন্তা কৰিব নালাগে যিমান টকা লাগে মই দিম।'

মানুহজনে শৰতৰ চকুলৈ চাই থাকিল। চাহৰ গিলাচটো দুয়োখন হাতেৰে ঘূৰাই ঘূৰাই চিন্তাক্লিষ্ট মনেৰে শৰতে ভাবিলে, এদিনৰ ভিতৰত চেল পাৰ্মিছন? তাতে এটা দাগৰ এজমালী পট্টা?"

শৰতৰ মনৰ ভাবটো ধৰিব পাৰি মানুহজনে ক'লে-

'কি ভাবিছে? পাৰিব, পাৰিব। টকাৰ বলেৰে নোৱাৰা কাম একো নাই। যিমানে বাধা নাথাকক-যিমানে মেৰপেচ

নাথাকক সেইবোৰত টকা ঢালি দিলে বাধা আঁতৰি যায়। পেচবোৰ খুলি যায়। আমাৰ নেতাবোৰে আইন বনোৱা নাই জানো? তেওঁলোকে সেই আইনমতে চলিছেনে? বুজিছে, আইনমতে নোৱাৰা কাম ময়ো বহুত কৰিছো।...... এতিয়া কওঁক কেইহাজাৰ টকা লাগিব?'

এনেকুৱা ডাঙৰ মাছে আজিলৈকে শৰতৰ বৰশীত ধৰা নাছিল। আজিচোন টোপ নিদিয়া বৰশীকো মাছে গিলিব খুজিছে। শৰতে ভাবিলে। কামটো কৰোতে চিৰস্তাদাৰ মোহন ভড়ালী আৰু অফিচাৰ আফটাব আলীক মেনেজ কৰাটো হৈ যাব। কিন্তু হেড্‌ক্লাৰ্ক নন্দলাল চৌধুৰীয়ে বিধিপথালি দিব পাৰে। দিব পাৰে নহয় দিবই। নাওঁ দুবিলেও টিঙৰ পৰা ননমা মানুহ। ঘাছ-ঘোছৰ ওপৰত থাকি প্ৰিঞ্চিপ্‌ল মানি চলে। সেই কাৰণে তেওঁৰ লাওঁলোৱা অৱস্থা।.... দৰ্কাৰ হ'লে হেড্‌ ক্লাৰ্কৰ টেবুলত ফাইল নপৰাকৈ চিৰস্তাদাৰ আৰু অফিচাৰৰ টেবুল পোৱাৰ ব্যৱস্থা কৰিব লাগিব।

হাতত লোৱা চাধাখিনি জোৰে জোৰে পিহি চচমা পিন্ধা মানুহজনক ক'লে-

‘কামটো জটিল। তথাপি আপুনি ইমান টানকৈ ধৰিছে যেতিয়া টকা পচিশ হাজাৰ দিব। চেষ্টা কৰি চাম। নোৱাৰিলে আপোনাৰ টকা আপোনাক ঘূৰাই দিম।’

শৰতৰ কথাৰ ওপৰতে মানুহজনে ক’লে-

‘নাই - নাই। টকা ঘূৰাই দিয়াৰ কথা মনলৈ নানিব। প্ৰয়োজন হ’লে টকা আকৌ দিম।’

মানুহজনে এক হাজাৰ টকীয়া নোটৰ বান্দিল এটা বেগৰ পৰা উলিয়াই তাৰে পৰা পচিশখন নোট কাগজ কেইখনৰ মাজত লৈ শৰতক দিলে।

সন্ধিয়া সাতটা মান বজাত আলহীৰ কাৰণে বজাৰ কৰা মোনাখন হাততলৈ শৰতে ঘৰ আহি পালে। ড্ৰয়িং ৰুমৰ জপাই থোৱা দুৱাৰখন খুলি শৰতে এনে এটা দৃশ্য দেখা পালে যে সি বেঙেমুতা গৰুৰ দৰে কঁপিবলৈ ধৰিলে। কাৱৈ মাছ বিচাৰি বোকা খেপিওৱাতে শিঙিয়ে হাতত বিন্ধিলে যেনেদৰে বিষৰ যন্ত্ৰণাই অস্থিৰ কৰি তোলে তেনেধৰণৰ যন্ত্ৰণা এটাই শৰতক মগজুৰ স্নায়ুতন্ত্ৰক বিষাক্ত কৰি তুলিলে।

কেইঘন্টামান আগত চাহৰ - দোকানত তাক পচিশ

হাজাৰ টকা দিয়া চচমা পিন্ধা মানুহজনে বাতৰি কাকতখন হাততলৈ তলমুৰকৈ তাত চকু ফুৰাই আছে।

শৰতৰ হাতৰ পৰা মোনাখন মজিয়াত ধুপুচকৈ পৰি গ'ল। সেই শব্দটোত মানুহজনে মূৰ তুলি শৰতলৈ চালে। দুয়োৰে চকুৱে চকুৱে পৰিল। শৰতে তলমূৰ কৰিলে।

ভিতৰৰ পৰা চাৰুলতা ওলাই আহি দুয়োৰে চিনাকি কৰাই ক'লে-

'হেৰি! মই যে আপোনাক ৰাতিপুৱা কৈছিলো-এৱেঁই আমাৰ ধনখুৰা আৰু খুৰা এখেত তোমাৰ জোঁৱাই।'

সেই সময়ত চাৰুলতাই কি কৈছিল শৰতে একো শুনা নাছিল। সি মাথো চাৰিওপিনে দেখিছিল ঘোৰ অন্ধকাৰ।



# পুলিচ বিভ্ৰাট

**১৯৮০** চন। বিদেশী বহিস্কাৰৰ দাবীত সদৌ অসম ছাত্ৰ সন্থাই আৰম্ভ কৰা আন্দোলনে টলবল কৰিছে। অহিংসা আন্দোলনে ঠায়ে ঠায়ে হিংস্ৰ ৰূপ ধাৰণ কৰিছে। বহুতো মানুহৰ প্ৰাণ নাশ হৈছে। পুলিচৰ গুলীত শ শ ডেকা ল'ৰা শ্বহীদ হৈছে। অসমৰ আকাশত ক'লা মেঘে আৱৰি ধৰিছে।

তেনে সময়তে জীৱন বীমা নিগমৰ কাৰ্যালয়ত মই কেৰাণীৰ চাকৰি কৰি আছো। চাকৰিৰ বয়স  চতুৰ্থ বছৰত ভৰি দিছো।

অফিচৰ নিয়ম বৰ কড়া। দহটা দহৰ ভিতৰত হাজিৰা বহীত চহী কৰিব নোৱাৰিলে লেট্ মাৰ্ক পৰি যায়। আকৌ

ডেৰ বজাৰ পৰা দুই বজালৈ আধা ঘন্টা টিফিন টাইমৰ বাহিৰে চাৰি বাজি পঞ্চল্লিশ মিনিটলৈ অফিচত উপস্থিত থাকিব লাগে। ইয়াৰ মাজতো শৈশৱতে গঢ় লৈ উঠা মোৰ মূৰ পোলোকা মৰা অভ্যাসটো নগ'ল। এই অভ্যাসটোৰ বাবে শ্ৰেণীত শিক্ষকৰ কিমান বেতৰ কোব খালো, মা-দেউতাৰ কিমান মাৰ খালো তাৰ হিচাপ নাই। বয়স বঢ়াৰ লগে লগে অভ্যাসটো কিছু পৰিমাণে কমিছিল যদিও সম্পূৰ্ণ শাম কটা নাছিল। গাঁতত সোমাই থকা শিয়াল এটাৰ দৰে মনৰ এটা গাঁতত সোমাই আছিল। সন্ধিয়াপৰত আন আন শিয়ালৰ হোৱা শুণাৰ পাছত সিও গাঁতৰ পৰা ওলাই হোৱা দিছিল।

দহ বজাত অফিচৰ হাজিৰাবহীত চহী কৰি উঠি আমি কেইজনমান ডেকা কৰ্মচাৰীয়ে এঘাৰটা বজাত চিনেমা হলত প্ৰৱেশ কৰো। মেটিনি শ্বো চাও। দুই বজাত হলৰ পৰা ওলাও আৰু অফিচৰ কাম কৰো। মোৰ বদ অভ্যাসটো “পুনৰ মুচিকো ভৱলৈ” পৰিৱৰ্তন হোৱাৰ কাৰণে চিনেমা হলটোও আংশিকভাৱে দায়ী। কিয়নো হলটো আমাৰ অফিচ বিল্ডিংটোৰ গাতে লগা। ৰঞ্জিত ডেকা ল'ৰা এজনৰ ওচৰত ধুনীয়া চেহেৰাৰ গাভৰু এগৰাকী বহি থাকিলে মনটো

যেনেকৈ ৰঞ্জিত লাগি থাকে তেনেকৈ চিনেমা হলটোত ভাল চিনেমা এখন আহিলে মনটো নাচি উঠে।

চিনেমা শেষ কৰি দ্বিতীয়বাৰৰ বাবে যেতিয়া কাৰ্যালয়ত প্ৰৱেশ কৰো তেতিয়া বয়সিয়াল সহকৰ্মীসকলে মোক সোধে, 'বয় দেখলেন? কি বয় ছিলো? হিৰ' হিৰ'ইন কেকেছিলো?' প্ৰশ্নবোৰৰ উত্তৰ দি থাকি মই মোক ধাৰ্য্য কৰি দিয়া কামবোৰ কৰি যাওঁ।

কিন্তু আজি চিনেমা চাই আহি দ্বিতীয়বাৰ যেতিয়া মই কাৰ্যালয়ত প্ৰৱেশ কৰিলো আন আন সহকৰ্মীসকলৰ পৰা মই আচৰিত ব্যৱহাৰ পালো। কাৰো মুখত মাত-বোল নাই। ত্ৰিশজন মানুহৰ ষাঠিটা চকুৱে অনুসন্ধিৎসু দৃষ্টিৰে মোৰ পিনে চাই আছে। একেলেথাৰিয়ে জৰ্দা পাণ চোবাই থকা বঙালী ভদ্ৰলোক দুজনে পাণ চোবোৱা বন্ধ কৰিছে। অফিচাৰ তিনিজনে ফাইলত চহী কৰাৰ পৰিৱৰ্তে মোলৈ চাই হুমুনিয়াহ কাঢ়িছে। কোনেও মোক সোধা-নাই 'বয় দেখলেন? কি বয় ছিলো?' অফিচাৰ সুবোধ দাসগুপ্তই মোৰ কাষলৈ আহি হাঁহি মাৰি কোৱা নাই, 'মিঃ বৰুৱা, এই ফাইল দুটো বড়ই আৰ্জেন্ট। কাইন্দ্‌লী....'

ৰং-ধেমালিৰ স্বাভাৱিক পৰিৱেশ এটা হঠাৎ অস্বাভাৱিকভাৱে গহীন হৈ পৰিলে তাৰ মাজত বিষাদৰ সুৰ এটা ভাহি আহে। আজিৰ এই পৰিস্থিতিটো যে মোক কেন্দ্ৰ

কৰি হৈছে সেই কথা বুজিবলৈ মোৰ বেছি পৰ নালাগিল। নিশ্চয় মোৰ কিবা দুঃসংবাদ আছে। কোনেও মুখফুটাই ক'বলৈ সাহস কৰা নাই বা ক'বলৈ বেয়া পাইছে। মোৰ চিন্তা লাগিল। কি হ'ব পাৰে? গাঁৱৰ ঘৰৰ পৰা কিবা বেয়া খবৰ আহিল নেকি? মাৰ অসুখ হৈ আছিল। বৃদ্ধ বয়সত হ'ব লগা সাংগো-পাংগো অসুখবোৰ। যোৱা সপ্তাহত মই ঘৰৰ পৰা আহিছো। মাক ডাক্তৰক দেখুৱাইছো। চিন্তাৰ কাৰণ নাই বুলি কৈছে। আৰু মাৰ কিবা এটা হোৱা হ'লে গাঁৱত থকা ডাঙৰ দাদাই খবৰ পঠালেহেঁতেন অথবা মানুহ পঠালেহেঁতেন। বাছেৰে মাত্ৰ দুঘন্টাৰ বাট- নলবাৰী-গুৱাহাটী।

নন্দলাল বেনাৰ্জী তেওঁৰ চকীখনৰ পৰা উঠি মোৰ ওচৰলৈ আহিল। সন্মুখত থকা চকীখনত বহি মোৰ টেবুলত থকা পেপাৰ ওৱেইট্‌টো হাতত লৈ কিছুপৰ মোৰ চকুলৈ চাই থাকিল। পঞ্চাশৰ উৰ্দ্ধ বয়সৰ তেজগোৰা ধুতী-পাঞ্জাৱী পৰিহিত বেনাৰ্জী বাবুৱে মোক মৰমৰ চকুৰে চায়। ফুচফুচাই কোৱা ধৰণে তেওঁ ক'লে, 'বৰুৱা ভাই, আপ্‌নাকে কোথা একটা জিজ্ঞেস কৰি; কিছু মনে কৰবেন না। আপ্‌নি অফিচেৰ বাইৰে কোনো লোকজনেৰ সাথে জগৰা কৰছ্‌েন কি?'

মই আচৰিত হৈ তেওঁক প্ৰশ্ন কৰিলো,'কিয় তেনেকৈ সুধিলে?'

'নাঃ মানে ব্যাপাৰটা হচ্ছে, দুজোন পুলিচ হাতে

হেন্দকাফ নিয়ে আপ্নাকে খুজে বেৰাচ্ছে। তাই আমাৰ সন্দেহ’ হচ্ছে যে হেন্দকাফসহ পুলিচ কেন’ খুজৰে আপ্নাকে?’ বেনাৰ্জীয়ে ক’লে।

হাতত হাত কেৰেয়ালৈ পুলিচে মোক বিচাৰিছে? মোৰ চিন্তাৰ সোঁতটো এটা চাকনৈয়াত পৰিণত হ’ল। পুলিচে বিচৰা বুলি জনাৰ পাছত উদণ্ড মন একোটাও সেমেকি উঠে।

সঁচাই হওঁক বা মিছাই হওঁক পুলিচে বিচৰা মানে মোৰ বিৰুদ্ধে কোনোবাই থানাতেই হওক বা কোৰ্টতেই হওঁক গোচৰ দিব লাগিব। কিন্তু মোৰ বিৰুদ্ধে গোচৰ দিব লগা কোনো ধৰণৰ ঘটনাৰ লগত মই জড়িত নাই। অসম আন্দোলনৰ সৈতেও মই সক্ৰিয়ভাৱে থকা নাই। আকৌ অভিযোগ বা কেনেধৰণৰ- Bailable নে Non-bailable? অৰ্থাৎ জামিনত খালাচ হ’ব পৰা নে জামিনবিহীন গোচৰ? যদি Non-bailable হয় তেনেহ’লে আজি ৰাতিটো ক’ৰবাত লুকাই থাকি অহা-কালি চেচনচ্ কোৰ্টৰ পৰা Anticipatory bail ৰ ব্যৱস্থা কৰিব লাগিব। নহ’লে পুলিচে গ্ৰেপ্তাৰ কৰি মোক ক’ৰ্টত হাজিৰ কৰিব। জামিন নহ’লে জেলত থাকিব লাগিব। অলপতে চাহ খাই আহিছো যদিও মোৰ গলটো শুকাই যোৱা যেন লাগিল।

‘আপ্নি বাড়ীতে চলে যান। যদি কিছু জানাতে লাগে

আমি আপনাৰ কাছে লোক পাঠিয়ে দেবো।'- বেনাৰ্জীৰ মাতত মোৰ চিন্তাত বাধা পৰিল।

চাৰি মহলাত থকা আমাৰ অফিচৰ কেন্টিনখনলৈ বুলি চকীৰ পৰা উঠিলো।

সময় তেতিয়া চাৰে তিনিমান বাজিছে কিজানি। ঘড়ীত সময় চাবলৈ পাহৰি গৈছো, পুলিচৰ ভয়ত। কেন্টিনত আমাৰ আড্ডাৰ মানুহ এজনো নাই। সাধাৰণতে ডেৰ বজাৰ পৰা চাৰে তিনি বজালৈকে আড্ডা চলে। আড্ডাত ফুচুৰি, ধেমালিৰ লগতে চিনেমা, সংগীত, সাহিত্য, ধৰ্ম, ৰাজনীতি, সমাজনীতি, অৰ্থনীতি, দৰ্শন, ক্ৰিকেট আদি বাতৰি কাকতৰ পৃষ্ঠাৰ দৰে সকলো বিষয়ৰ ওপৰত আলোচনা আৰু বিতৰ্ক চলে। বিতৰ্কত কেতিয়াবা হৰা-জিকাৰ ওপৰত জিদ্ ধৰা হয়। চাহৰ জিদ্। আড্ডাটো বেছি ৰসাল আৰু সজীৱ হৈ পৰে যেতিয়া তাৰ বিষয়বস্তু পৰচৰ্চা অথবা যৌনগন্ধী কেলেংকাৰি হয়।

আড্ডাৰ মানুহ আজি এজনো নাই। কেন্টিনৰ চুক এটাৰ চকী এখনত অকলে বহি পৰিলো। আকৌ পুলিচৰ চিন্তা। মনটো বিচলিত হৈছে। স্থিৰ কৰিব পৰা নাই। কেন্টিনৰ মেনেজাৰ ৰুবুলে চাহ দিয়া  ল'ৰা এটাক চিঞৰি ক'লে, 'ঐ মোহন, বৰুৱাদাক চাহ দে' লগতে মোক উদ্দেশ্যে কৰি নৰম সুৰত ক'লে, 'বৰুৱাদা, গৰম খুৰমা আছে? এটা দিব নেকি?'

হাত জোকাৰি মই ‘নাখাওঁ’ বুলি তাক সমিধান দিলো।

চাহৰ কাপটো দুয়োখন হাতেৰে টেবুলত ঘূৰাই ঘূৰাই পুলিচে মোক বিচাৰি অহাৰ কাৰণ বিচাৰি আছো। এটা অবুজ অস্থিৰ আশংকাই মোক বেঁত্ৰাঘাত কৰি আছে। ঋবুলে মোৰ কাষলৈ আহি মোৰ কাণত ফুচফুচাই ক’লে, ‘বৰুৱাদা, কিবা অঘটন ঘটিছে নেকি?’ তাৰ কথাত মোৰ মনটো জিকাৰ খাই উঠিল। তাৰ মানে গোটেই বিল্ডিংটোতে পুলিচে মোক বিচাৰি ফুৰিছে? ঘটনা নিশ্চয় গুৰুতৰ। নিশ্চয় Non-Bailable কেছ হ’ব। মুখফুটাই ঋবুলক সুধিলো, ‘কিয় তেনেকৈ ক’লা?’

‘এঘন্টামান আগতে দুজন পুলিচে আপোনাক ইয়ালৈ বিচাৰি আহিছিল। এজনৰ হাতত এডাল হেন্দকাফ আছিল।’- কথাখিনি কৈ ঋবুলে সেপ ঢুকিলে।

ভূঁইকঁপৰ জোকাৰণিৰ সৃষ্টি হোৱাৰ দৰে পুলিচ দুজনেও মোৰ অন্তৰত তেনে জোকাৰণিৰ সৃষ্টি কৰিলে। দুজনকৈ পুলিচ। হাতত হাতকেৰেয়ালৈ মোক বিচাৰি ফুৰিছে। পুলিচে মোক কিয় বিচাৰিব? পুলিচে বিচাৰিব লগা কাম মইতো একো কৰা নাই।

চেৰেকীত আত হেৰোৱা সুঁতাডাল বিচাৰি থকাৰ দৰে চাহৰ কাপটো টেবুলত ঘূৰাই ঘূৰাই পুলিচে মোক বিচাৰি ফুৰাৰ আতডাল বিচাৰি আছো।

চকীৰ পৰা থিয় হ'লো। ভাবিলো ঘৰলৈকে যাওঁ। পিছ মূহুৰ্ত্তত ওলোটাই ভাবিলো- ঘৰলৈকে যদি পুলিচে বিচাৰি যায়? নহয়, ঘৰলৈকে যোৱা ঠিক নহ'ব। নিশাটো হোটেলত নাইবা কোনোবা বন্ধুৰ ঘৰত পাৰ কৰিব লাগিব। কিন্তু খবৰ এটা নিদিয়াকৈ ঘৰলৈ নগ'লে শ্ৰীমতীৰ অৱস্থাটো কি হ'ব? নাই, ঘৰলৈ গৈ শ্ৰীমতীক কথাটো বুজাই থৈ আহিব লাগিব আৰু লগতে তেওঁৰ হাতত থকা ঘৰ-খৰচৰ টকাকেইটামানো লৈ আহিব লাগিব। পাছদিনা ৰাতিপুৱা চেচনচ্ কোৰ্টৰ পৰা আগতীয়া জামিনৰ বাবে আবেদন কৰিব লাগিব। উকীলৰ ফিজ-টিজ লৈ চাৰি-পাঁচ হেজাৰ টকা লাগি যাব।

ইকি! কেন্টিনৰ দুৱাৰ মুখত দুজন পুলিচ থিয় হৈছে। মোৰ পিনে টেলেক টেলেককৈ চাই আছে। এজনৰ হাতত এপাত হাতকেৰেয়া। সেইজনৰ বয়স পঞ্চাশ - পচপন্ন মান হ'ব। ক'ৰবাত দেখা দেখা যেন লাগে। আনজন মজবুত চেহেৰাৰ ওখ-পাখ চফল ডেকা। তেওঁৰ হাতত এডাল বেতৰ লাঠি। মোৰ জিভাখন শুকাই আঠা আঠা হ'ল।

হাতকেৰেয়া লোৱা পুলিচজন দুখোজ আগবাঢ়ি আহি মোক ক'লে, 'বহু সময়ৰ পৰা আপোনাক বিচাৰি আছো।' দুই হাত লগ লগাই মোক নমস্কাৰ কৰিলে। হায়, পুলিচৰ কি চলনা? নমস্কাৰ দি উঠি মোক গ্ৰেপ্তাৰ কৰিব। পুলিচজনৰ হাতত ওলমি থকা হাতকেৰেয়াপাত ফাঁচী

কাঠত ওলোমাই ৰখা ৰছীডাল যেন লাগিল। নাথুৰামেও বোলে মহাত্মা গান্ধীক সেৱা কৰি উঠি গুলী কৰিছিল।

ক'লৈ যাও? কি কৰো? পলাবলৈও কোনো বিকল্প পথ নাই। একেখনেই দুৱাৰ। তাতে পুলিচ দুজন থিয় হৈ আছে। হাতকেৰেয়া লোৱা পুলিচজন আৰু এখোজ আগবাঢ়ি আহি ক'লে, 'মোৰ কামটো হ'ল নে নাই সেই খবৰটো ল'বলৈ আপোনাক বিচাৰি আছো ছাৰ।'

উঃ এটা সাংঘাতিক বোমা বিস্ফোৰণৰ পৰা ৰক্ষা পৰিলো।

লাহে লাহে মানুহজনৰ মুখমণ্ডলৰ ছবিখন মোৰ স্পষ্ট হৈ আহিল। দহদিনমানৰ আগতে অফিচৰ কাম এটাৰ বাবে তেওঁ মোৰ ওচৰলৈ আহিছিল। সেইদিনা তেওঁ চিভিল ড্ৰেছত আছিল।

ইমান সময়ে মোৰ মূৰত বাহ লোৱা সন্ত্ৰাসৰ থূপটোৰ পৰা ধোঁৱা ওলাবলৈ ধৰিলে আৰু হঠাতে ধানখেৰৰ জুইৰ দৰে ভমককৈ জ্বলি উঠিল। সেই ভমকতে কৈ দিলো-

'খাকী পোছাক আৰু ৰঙা টুপী পিন্ধি হাতত হাতকেৰেয়া লৈ মানুহ এজনক বিচাৰি ফুৰাৰ অৰ্থ কি হ'ব পাৰে এবাৰ ভাবি চাইছেনে?'

'মানে ছাৰ, আমি ৰঙিয়াৰ পৰা আচামী এজনক চালান দিবলৈ গুৱাহাটীলৈ আহিছিলো। হাতত সময় থকা

কাৰণে মোৰ কামটোৰ বিষয়ে খবৰ এটা লৈ যাও বুলিহে আপোনাক বিচাৰি আছো।'

'আৰু তাৰ দ্বাৰা আপুনি মোক এজন আচামী বনাই পূৰা বিল্ডিংটোত ঢোল পিতি দিলে?'

'ইচ্ ৰাম, কিয় তেনেকৈ ভাবিছে ছাৰ?'

'নাভাবিম? হাতত হাতকেৰেয়া লৈ পুলিচে মানুহ এজনক বিচাৰি ফুৰিলে আনবোৰ মানুহে কি বুলি ভাবিব পাৰে সেই কথাটো আপোনাৰ পুলিচী মগজটোৰে ভাবিব পাৰিছেনে? অফিচৰ মানুহবোৰে ভাবিছে যে প্ৰহ্লাদ বৰুৱা এজন আচামী, এজন অপৰাধী। তেওঁক পুলিচে এৰেষ্ট কৰিবলৈ বিচাৰি ফুৰিছে।'

খঙৰ ভমকত মই কোৱা কথাবোৰৰ পাছত পুলিচজনে অতি কাতৰ দৃষ্টিৰে মোৰ দুচকলৈ চালে। হাতকেৰেয়াপাত লগৰজনক দি মোৰ হাত দুখনত খামোচ মাৰি ধৰিলে আৰু তেওঁৰ কপালত লগাই ক'লে-

'আপুনি ভবাৰ দৰে মই সেই কথা ভবাই নাছিলো। মোৰ সাংঘাতিক ভুল হৈ গ'ল। ক্ষমা কৰি দিয়ক ছাৰ।'

বহুদিনৰ পাছত জানিব পাৰিছিলো যে পুলিচজন আমাৰ অফিচৰে যোগেন দাসৰ চিনাকি মানুহ। দাসৰ ওচৰৰ গাঁৱৰ। দাসে কৈছিল যে পুলিচজনে আজি-কালি হেনো ঘৰৰ পৰা থানা লৈ অহা-যোৱা কৰোতে কামিজ আৰু চুৰিয়া

পিন্ধে। থানাত গৈহে বোলে খাকী পোছাকযোৰ পিন্ধে।



# মাষ্টৰ

চ'ত মাহৰ এটা আবেলি। শুকান বতৰ। মাজে মাজে একোজাক বতাহে কুঁৱলি যেন লগা ধুলিবোৰ ছটিয়াই গৈছে।

গোটেই দিনটো ঘৰটোৰ ভিতৰত শুই বহি থকাত মোৰ ভৰি দুখন জঠৰ জঠৰ লাগিছে। জঠৰতাখিনি আঁতৰ কৰিবলৈ পদূলিমুখৰ সৰু ৰাস্তাটোত ইফাল-সিফালকৈ অলপ ঠাইৰ ভিতৰতে পায়চাৰি কৰিছোঁ। এশ মিটাৰমান আঁতৰেৰে যোৱা প্ৰধান আলিবাটটোৰে অহা-যোৱা কৰা মানুহবোৰ চাই আছো।

আজি-কালি বাট-বুলি অহা-যোৱা কৰা মানুহৰ সংখ্যা নোহোৱাৰ দৰেই হৈছে। দৰিকণা মাছ নোহোৱা হোৱাৰ দৰে। সকলো মানুহে চাইকেল, ৰিক্সা, স্কুটাৰ, বাইক, চিটিবাছ, ট্ৰেকাৰ আদিৰে চলা-ফুৰা কৰে। চাৰিচকীয়া বাহন থকাসকলৰ কথাই নাই। গতিকে খোজকঢ়া কামটোও ধূতিৰ

প্ৰচলন বন্ধ হোৱাৰ দৰে হৈছে। হাইস্কুলত পঢ়োতে আমি অহা যোৱা কৰোতে চাৰি মাইলকৈ বাট খোজ কাঢ়িছিলো। এতিয়া দুশ মিটাৰ বাট যাবলৈ ৰিক্সা বা চিটিবাছ লাগে। লাগিবই, আগতে অপৰ্যাপ্ত যান-বাহন নাছিল। বাট-বুলিব লগা হৈছিল। এতিয়া বাঢ়িছে। বাটবুলি শৰীৰটোক কষ্ট দিব নালাগে। আৰামপ্ৰিয় হোৱা কাৰণে আমিবোৰ পংগু হৈ গৈ আছো নেকি?

মেইন ৰাস্তাৰ কিনাৰত লোহাৰ আলমাৰি বনোৱা কাৰখানাটোৰ পৰা ভাহি অহা টং-টং-ঢং-ঢং , কেৰেং-মেৰেং অশ্ৰাব্য শব্দবোৰ কাণত নপৰাত অনুমান কৰিছো, বিজুলী-সোঁত বন্ধ হৈছে। দিনটোৰ ভিতৰত দহ-পোন্ধৰবাৰ বিজুলীৰ লুকা-ভাকু এটা নৈমিত্তিক কাৰ্যসূচী। পিছে ৰাজধানীত সেই খেল নাই। তাত সদায় শৰৎ কালৰ পূৰ্ণিমাৰ দৰে উজ্জ্বল হৈ পোহৰ জিলিকি থাকে। থাকিবৰে কথা। আচৰিত হ'ব লগা একো নাই। ৰজা-মন্ত্ৰীসকল থকা ঠাই। স্বৰ্গৰ ৰজা দেৱৰাজ ইন্দ্ৰৰ ৰাজধানী অমৰাৱতীতো বাৰেৰহণীয়া পোহৰে জ্বলমলাই আছিল। আনহাতে অন্ধকাৰত ডুবগৈ অসুৰবোৰে কক্‌বকাই আছিল। অতিষ্ঠ হৈ অসুৰসকলে অমৰাৱতী অধিকাৰ কৰিবলৈ উদ্যত হৈছিলো হেনো।

কথাবোৰ ভাবি থাকোতে মোৰ পৰা অলপ আঁতৰত পুলিচৰ জীপগাড়ী এখন আহি ৰ'ল। মোৰ চিন্তাত যতি

পৰিল। আগৰ চিটৰ পৰা হৃষ্ট-পুষ্ট পুলিচৰ মানুহ এজন নামিল। খাকী ৰঙৰ চোলাটোৰ বাউসিত তৰা আকৃতিৰ দুটা মোহৰ আছে। মানুহজন নিয়মীয়া ওখ, মুখখন গোলাকৃতিৰ। শৰীৰৰ বৰণটো ভাৰতীয় মানুহক বগা বুলি ক'লে যি ধৰণে বুজা যায়, তেনে ধৰণৰ বগা।

জীপখনৰ পিছৰ চিটৰ পৰা কনিষ্টবল এজনে হাতত বন্দুকলৈ পহৰাদি আছে। তাৰ পৰা অনুমান কৰিব পাৰি যে মানুহজন উচ্চপদস্থ পুলিচ বিষয়া। মানুহজনে মূৰৰ পৰা টুপিটো আৰু চকুৰপৰা ক'লা চানগ্লাচযোৰ খুলি বহা চিটটোৰ ওপৰত থ'লে। তাৰ পিছত মোৰ পিনে খোজ পেলালে।

মোৰ মনত শংকা আৰু সন্দেহৰ বুৰবুৰণি এটা উদ্‌গীৰিত হ'ল। এজন অচিনাকি পুলিচ অফিচাৰে কি কাৰণত মোক বিচাৰি আহিব পাৰে? মোৰ ওপৰত কিবা অভিযোগ....? কিন্তু মই জনাত মইতো একো অপৰাধ কৰা নাই। মোৰ বংশত, মোৰ পৰিয়ালত এনে কোনো এজন ল'ৰা নাই যিয়ে কোনোবা নিষিদ্ধ সংগঠনত যোগ দিছে নাইবা পুলিচে বিচাৰি ফুৰিব লগা কাম কৰিছে।

পুলিচ অফিচাৰজন যেন অন্য বেলেগ কামৰ বাবেহে সেইপিনে আহিছে তেনে এটা ভাব দেখুৱাই মই মোৰ ঘৰৰ গেটৰ পিনে খোজ পেলাব খোজোতেই মানুহজনে মোলৈ চাই ক'লে, "ছাৰ, মোক চিনি পোৱা নাই?" তেখেতৰ কথাই

মোক যেন জোকাৰি দিলে। চকুহাল অমৰাগুটীয়া হ'ল। বন্ধ হৈ থকা ওঁঠযুৰি মেলখালে। মোক ছাৰ বুলি সম্বোধন কৰিলে? মইতো কোনোদিনে শিক্ষকতা কৰা নাই। প্ৰাইভেট্ টিউশ্বনো কৰা নাই। পুলিচ-বিভাগতো মই চাকৰি কৰি উচ্চ পদস্থ বিষয়া হিচাপে অৱসৰ লোৱা নাই। ওৰেটো জীৱন কেৰাণীৰ চাকৰি কৰিয়ে অৱসৰ পালো। প্ৰমোচনো গ্ৰহণ নকৰিলো সহজ-সৰল জীৱন এটা পাৰ কৰাৰ আশাত। তেনে অৱস্থাত এই মানুহজনে মোক ছাৰ বুলি সম্বোধন কৰিলে কিয়? শেষত যেনিবা মোক ছাৰ কোৱাৰ কাৰণটো বিচাৰি পালো। মানুহজনে নিশ্চয় তেওঁৰ ওপৰৱালা অৱসৰপ্ৰাপ্ত কোনোবা কনক ডেকা নামৰ মানুহৰ ঘৰ বিচাৰিছে। ইয়াত কাৰোবাক সোধাত মোৰ ঘৰটো দেখুৱাই দিছে। কনক ডেকা বুলি ক'লে এই অঞ্চলৰ মানুহখিনিয়ে মোকেই বুজে।

'ছাৰ, আপুনি মোক পাহৰিছে নেকি?' মানুহজনে পুনৰ ক'লে।

'মানে আপোনাক মই ভালকৈ ধৰিব পৰা নাই। মুখখন কৰবাত দেখা দেখা যেন লাগিছে। কিন্তু....আহক। ঘৰলৈ আহক।'

'ছাৰ, মই চন্দ্ৰ কলিতা। আপুনি প্ৰতিষ্ঠা কৰা হাইস্কুলখনত মোক যে শিক্ষকৰ পদত নিযুক্তি দিছিল। আৰু এবছৰ পিছত মোক অব্যাহতি দি আপুনি কৈছিল, "তুমি

শিক্ষকৰ উপযুক্ত নহয়। বেছিকেলী ইউ আৰ ফিট ফৰ পুলিচ। তুমি স্কুলৰ পৰা যোৱা আৰু পুলিচৰ চাকৰি বিচৰা। সঁচাকৈয়ে মই এতিয়া পুলিচ ইন্সপেক্টৰ হঁলো ছাৰ।”

ফটফটীয়া বেলিৰ কিৰণত শীতৰ কুঁৱলিৰ ডাঠ আৱৰণটো আঁতৰি দূৰৈৰ পাহাৰখনৰ সেউজীয়া ৰংবোৰ স্পষ্ট হৈ পৰাৰ দৰে সাতত্ৰিশ বছৰ আগৰ ছবি এখন মোৰ চকুৰ মণিবন্ধনত ভাহি উঠিল।

এখন ৰাজহুৱা সভাত এই অঞ্চলত এখন হাইস্কুল স্থাপন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। সম্পাদকৰ দায়িত্ব অৰ্পণ কৰিছিল মোৰ ওপৰত। ৰাইজৰ মৰমৰ দাবীক এৰাব নোৱাৰি একাণপতীয়াকৈ নিস্বাৰ্থভাৱে কাম কৰি ৰাইজৰ সহযোগত শিক্ষানুষ্ঠানখন প্ৰতিষ্ঠা কৰিছিলো।

অৰ্হতা সম্পন্ন ভাল শিক্ষক হিচাপে চন্দ্ৰ কলিতাও বাছনিত উত্তীৰ্ণ হৈছিল। শ্ৰেণীত পাঠদানো কৰিছিল অতি সুন্দৰভাৱে।

নতুনকৈ বিয়া হোৱা নৱ দম্পতীৰ প্ৰথমটো সন্তান জন্ম পোৱাৰ পিছত স্বামী-স্ত্ৰীৰ মাজৰ প্ৰকৃত স্বৰূপটো প্ৰকাশ পোৱাৰ দৰে চাকৰিত জইন কৰাৰ কেইমাহমান পিছত চন্দ্ৰ কলিতাৰ ভিতৰৰ আচল ৰূপটো ওলাই পৰিল। স্কুলৰ প্ৰধান শিক্ষকৰ অনুশাসন নমনা হ’ল। শ্ৰেণীত ছাত্ৰক নিৰ্মমভাৱে প্ৰহাৰ কৰাত অভ্যস্ত হ’ল। তাতোকৈ ডাঙৰ

কথাটো হ'ল যে ছাত্ৰীসকলৰ বহীৰ ভিতৰৰ চন্দ্ৰ কলিতাৰ প্ৰেম-পত্ৰ উদ্ধাৰ হ'বলৈ ধৰিলে। কৃষ্ণ ৰূপী চন্দ্ৰ কলিতাই যেন গোপীনীসকলক লৈ শিক্ষানুষ্ঠানটোক এখন বৃন্দাবনলৈ সলনি কৰাৰ চেষ্টা কৰিবলৈ ধৰিলে।

দোষ-গুণেই মানুহৰ জীৱন। চন্দ্ৰতো কলংক আছে। এনেদৰে মানুহে কয় বা ভাবে। চন্দ্ৰ কলিতাও ডেকা ল'ৰা। সাতাইশ-আঠাইশ বছৰ বয়সৰ। ইংৰাজী বিষয়ত অলপ দখল আছে। এখন মৰম লগা মুখ। খেতিয়ক বাপেকৰ একমাত্ৰ পুত্ৰ সন্তান। মোৰ বেয়াও লাগিল। চন্দ্ৰক মোৰ ঘৰলৈ মাতি আনি বুজালো। বদ অভ্যাসবোৰ আঁতৰাবলৈ পৰামৰ্শ দিলো। বেয়া মানুহক ভুলৰ বাবে শাস্তি দিয়াতকৈ ভাল পথলৈ আনিবলৈ চেষ্টা কৰাটোহে ভাল কাম বুলি পণ্ডিতসকলে কয়।

ভাল অমিতা আশা কৰি গুটি সিঁচিলো। কিন্তু মতা অমিতাৰ গছ গজিল। চন্দ্ৰ কলিতাৰ ভাঁজ ধৰা নেজডাল পোন নহ'ল। শেষত খণ্ডৰ ভমকত চাকৰিৰ পৰা অব্যাহতি দি পুলিচৰ চাকৰি বিচাৰিবলৈ কৈছিলো।

"হয় হয়। মনত পৰিছে। সকলোবোৰ মোৰ মনত পৰিছে। মই আপোনাক তেনেদৰে ক'ব নালাগিছিল। মোৰ সেই ভুলৰ বাবে থানালৈ নি এই বুঢ়া বয়সত আপুনি মোক শাস্তি নিদিব। মোক ক্ষমা কৰক।"

'ছাৰ, আপুনি এইবোৰ কি কৈছে? আপুনিহে মোক ক্ষমা কৰিব লাগে। আপোনাৰ উপদেশ মতে মই পুলিচৰ চাকৰি বিচাৰি ল'লো। অফিচাৰ হ'লো। আপুনি মোৰ শিক্ষাগুৰু।'

চন্দ্ৰ কলিতাই মোৰ ভৰি চুই সেৱা কৰিব বিচাৰোতেই মই তেওঁক দুয়োখন হাতেৰে আঁকোৱালি সাৱটি ধৰিলো।



# সংস্কাৰ

ভোলা চহৰীয়াৰ শ্ৰাদ্ধৰ পিছদিনাৰ ভোজ। ৰাতিপুৱাৰে পৰা বহুতো মানুহৰ সমাগম হৈছে ঘৰখনত। ওচৰ-চুবুৰীয়াই শ্ৰাদ্ধৰ আগদিনাৰ পৰাই কাম-বনত সহায় কৰি আছে।

চাৰিখন গাঁৱৰ মানুহক ভোজলৈ নিমন্ত্ৰণ কৰা হৈছে। ইমান ডাঙৰ ভোজ গাঁৱৰ মানুহে আজিলৈ দেখাই নাই। ভোলা চহৰীয়াৰ বৰপুত্ৰ তৰণী চহৰীয়াক গাঁৱৰ মানুহে বৰকৈ বখানিছে। বাইশটা ডাঙৰ ডাঙৰ খাহী ছাগলী আৰু পাঁচ কুইন্টল ৰৌমাছ ভোজৰ বাবে কিনা হৈছে। খাহীবোৰ বেচ তেজাল; দেখিলেই বুজা যায়। নোমবোৰ চিক্‌চিকি্য়া হৈ আছে। ছাগলীবোৰক গোহালি ঘৰৰ পাছফালে বান্ধি থৈ কঁঠাল গছৰ পাত খাবলৈ দিছে। জাকটোৰ পৰা এটা এটাকৈ ছাগলী নি বাৰীৰ পাছফালে দুজন মানুহে ডিঙি মুচৰি

মাৰিছে। আন কেইজনমানে মৰা ছাগলীটোৰ পাচ ঠেং দুখন এডাল বাঁহত ওলোমাই লৈ ছালখন এৰুৱাইছে। কেতবোৰে কলপাত পাৰি লৈ মাংস কাটিছে। বাৰীৰ আন এটা চুকত মাছ কাটিছে। ছয়-সাত কেজি ওজনৰ একোটা ৰৌ-মাছ। চালানী হ'লেও মাছবোৰ ফ্ৰেচ হৈ আছে। চকুবোৰ বহি যোৱা নাই। নাভিবোৰ ৰঙা হৈ আছে। মাছৰ গাত বিজল লাগিয়ে আছে। গাঁৱৰ মানুহে ইমান ডাঙৰ মাছ দেখাই নাছিল।

ভোলা চহৰীয়াৰ ভোজ খাবলৈ মানুহবোৰে আনন্দত অধীৰ হৈ আছে। ভোলা চহৰীয়া বৰ পুণ্যৱান আৰু ভাগ্যৱান মানুহ আছিল বুলি গাঁৱৰ মানুহে ভাবে। চহৰীয়া এখন পিছপৰা গাঁৱৰ আগবঢ়া মানুহ আছিল। এজন আদৰ্শ শিক্ষক আছিল। তীক্ষ্ণ বুদ্ধিৰ চহৰীয়াৰ সপোন আছিল এজন শিক্ষক হোৱাৰ। সুখ্যাতিৰে বি এ পাছ কৰাৰ পিছত নিজৰ গাঁৱতেই এখন এম ই স্কুল স্থাপন কৰি শিক্ষাদানত ব্ৰতী হৈছিল। তেওঁৰ যত্নতেই নিজৰ গাৱখনৰ উপৰিও ওচৰে-পাজৰে থকা ল'ৰা-ছোৱালীবোৰক শিক্ষিত হ'বলৈ প্ৰেৰণা যোগাইছিল। সেইবাবে গাঁৱবোৰৰ মানুহে চহৰীয়াক ভাল পাইছিল, সন্মান কৰিছিল। 95 বছৰ বয়সত তেওঁ ইহলীলা সম্বৰণ কৰে।

গাঁৱৰ মানুহে দেউতাকক সন্মান কৰিছিল কাৰণে পুতেকহঁতে ডাঙৰকৈ ভোজৰ আয়োজন কৰিছে। ভঁৰাল

ঘৰ আৰু চ'ৰাঘৰৰ মাজত থকা ঘৰটোত য'ত সাধাৰণতে অদৰকাৰী বুলি ভবা কিন্তু একোটা সময়ত দৰকাৰী হৈ পৰা বস্তু কিছুমান ৰখা হয় (যেনে তাত সোমাই থোৱা কাঠৰ টুকুৰা কিছুমান আজি মাছ-মাংস কাটিবলৈ ব্যৱহাৰ কৰা হৈছে) সেই ঘৰটোক আজি ৰান্ধনি ঘৰ হিচাপে ব্যৱহাৰ কৰা হৈছে।

চহৰীয়াহঁতৰ গাঁৱৰ পৰা প্ৰায় আঠমাইল উত্তৰে থকা 'কৰবা' গাঁৱৰ পৰা গোঁসাই ৰান্ধনিৰ যোগাৰ কৰা হৈছে। মূল ৰান্ধনি এজন। আঠোটা চৌকাৰে তেওঁ ৰন্ধা কাম কৰিছে। আন চাৰিজন ৰান্ধনিয়ে মূল ৰান্ধনিক সহায় কৰিছে।

ভোজৰ খৰচৰ সকলোখিনি টকা হেমকান্ত আৰু ভৱানীয়ে বহন কৰিছে। বৰপুত্ৰ তৰণীয়ে যৎসামান্য খৰচৰ ধন কেৰাহীত নিমখ ছটিওৱাৰ দৰে ছাটিয়াইছে। তৰণীৰ মতে হেমকান্ত আৰু ভৱানীতকৈ তেওঁৰ উপাৰ্জন কম অথচ খৰচ বেছি। তেওঁক দেউতাকে জীৱিত থাকোতেই স্থানীয় হাইস্কুলত চাকৰিত সুমুৱাই দিছিল। হেমকান্তই গুৱাহাটীত আৰু ভৱানীয়ে তেজপুৰত নিগাজিকৈ ঘৰ সাজি বসবাস কৰি আছে। দুয়োজনে ভাল চাকৰি কৰে। নাদৰ ভেকুলী গৈ বিলত পৰিলে পুনৰ নাদলৈ ঘূৰি নহাৰ দৰে হেমকান্ত আৰু ভৱানীয়ে পিছপৰা গাঁৱখনৰ পৰা ওলাই গৈ চহৰ পোৱাৰ পাছত গাঁৱলৈ ঘূৰি নগ'ল। সেইবুলি গাঁৱৰ সৈতে

যোগাযোগ বিচ্ছিন্ন হৈ যোৱা নাই। পূজা, বিহুত ঘৰলৈ যায়।

ভোলা চহৰীয়া, ঘৈণীয়েক আৰু বৰপুত্ৰ তৰণীৰ পাঁচজনীয়া পৰিয়ালটোৰ ভৰণ-পোষণৰ দায়িত্ব ভোলা চহৰীয়াই বহন কৰিছিল। চহৰীয়াই চাকৰিৰ পৰা অৱসৰ পোৱাৰ সময়ত কোনো পেঞ্চনৰ ব্যৱস্থা নাছিল। কিন্তু অৱসৰ পোৱাৰ আগে আগে চহৰীয়াই প্ৰায় দহ লাখ টকা চৰকাৰৰ পৰা পাইছিল। দেউতাকৰ দিনৰ বহুত মাটি নেচনেল হাইৱেৰ নামত চৰকাৰে অধিগ্ৰহণ কৰিছিল। তাৰ ক্ষতিপূৰণ হিচাপে টকাবোৰ পাইছিল। সেই টকাৰে চহৰীয়াই ঘৰখন চলাই আহিছিল।

চাৰি থালী ভাত, দুই থালী দাইল, দুই থালী মাংস, দুই থালী মাছ আৰু একথালী তৰকাৰি ৰন্ধা হৈ গৈছে। আধা ঘন্টা পাছত আকৌ দুই থালীকৈ মাছ-মাংস ৰন্ধা হ'ব। খাবলৈ মানুহ এতিয়াও আহি পোৱা নাই। মাছ-মাংসৰ মলমলীয়া গোন্ধে কামত দৌৰাদৌৰি কৰি থকা মানুহবোৰৰ ভোক যেন বঢ়াই দিছে। বছৰেকৰ মূৰতো মাংস নেদেখা দহ-বাৰ বছৰীয়া ল'ৰা-ছোৱালী এপালে মাংস ৰন্ধা চাই চাই ওঁঠ আৰু কোৱাৰি চেলেকি আছে। এজন মানুহে এচাৰি জোকাৰি জোকাৰি সেই জাকটোক কুকুৰ খেদা দি খেদি পঠাইছে।

ঘৈণীয়েক ঢুকোৱাৰ পাছত ভোলা চহৰীয়া

অকলশৰীয়া হৈ পৰিল। ঘৈণীয়েক থাকোতে দিনটোৰ এটা সময়ত দুয়ো একেলগে বহিছিল। চহৰীয়া চকীত আৰু ঘৈণীয়েকে মূঢ়াত বহি ঘৰ-মাটি, খেতি-বাতি, পুতেক-বোৱাৰীয়েক, নাতি-নাতিনী আৰু ওচৰ-চুবুৰীয়াৰ কথা আলচ কৰিছিল। কিন্তু ঘৈণীয়েক ঢুকোৱাৰ পিছত চহৰীয়া সংগীহীন হৈ পৰিল। হোটেলৰ ওৱেইটাৰৰ দৰে বোৱাৰীয়েকে সময়ে সময়ে, "দেউতা চাহ দিছো" "দেউতা ভাত দিছো" কেইটামান নিৰ্দিষ্ট শব্দ উচ্চাৰণ কৰাৰ বাহিৰে বুঢ়াৰ লগত আন কথা পতাৰ সময় নাই।নাতি-নাতিনীহঁতকো বোৱাৰীয়েকে বুঢ়াৰ ওচৰলৈ যাবলৈ নিদিয়ে। তৰণীয়েও, "দেউতা গা ভালে আছে নে?" "ঔষধ খাইছেনে"- এই ইলেকট্ৰনিক শব্দ কেইটাৰ বাহিৰে অইন কথা নাপাতে বা ওচৰতো নবহে।

চহৰীয়াই অন্তৰেৰে বিচাৰে- সিহঁতবোৰ তেওঁৰ ওচৰত বহক। কথা পাতক। কত কথা- কিমান কথা আছে। কথা কৈ থাকিব পাৰিলে চহৰীয়াৰ মনটো ভাল লাগে। তেওঁক শ্ৰোতা লাগে। তেওঁক প্ৰশ্ন কৰিব লাগে; যি কোনো বিষয়ৰ ওপৰত প্ৰশ্ন। সেই প্ৰশ্নবোৰৰ উত্তৰ দিওতে তেওঁ অনৰ্গল কথা কৈ থাকিব পাৰে। যোৱা চল্লিছটা বছৰে তেওঁ ছাত্ৰ-ছাত্ৰীক কথা কৈ আহিছে। কিন্তু ভোলা চহৰীয়াৰ কথা শুনা মানুহ ঘৈণীয়েক ঢুকোৱাৰ পাছতে নোহোৱা হ'ল।

চহৰীয়া লাহে লাহে দুৰ্বল হৈ যাবলৈ ধৰিলে। ভোক নলগা হ'ল, প্ৰস্ৰাৱ কমি গ'ল, ভৰি দুখন ফুলি উঠিল। খবৰ পাই হেমকান্ত আৰু ভৱানী দৌৰি আহিল। গুৱাহাটীলৈ নি এখন নাৰ্ছিংহোমত চিকিৎসা কৰালে। চহৰীয়াই বহুখিনি সকাহ পোৱাত দেউতাকক গাঁৱৰ ঘৰত থৈ দুয়োজনে নিজা নিজা বৃত্তৰ ভিতৰত সোমাই পৰিল।

এদিন আবেলি চহৰীয়া ঘৰত নথকা অৱস্থাত তৰনীৰ ঘৈণীয়েকে চহৰীয়াৰ বিছনাৰ তুলিখনৰ তলত বেংকৰ এটা পাছবুক আৰু এখন চেক্‌বুক্ দেখা পালে। পাছবুকত টকাৰ সংখ্যাটো দেখা পাই বোৱাৰীয়েকৰ চকু কপালত উঠিল। পাঁচ লাখ আশী হাজাৰ টকা জমা আছে। বোৱাৰীয়েকে তৰণীক সকলো কথা জনালে। তৰণীয়ে বস্তু কেইটা য'ত যেনেকৈ আছিল তেনেকৈ থবলৈ ক'লে।

ডিচেম্বৰ মাহৰ এটা সন্ধিয়া। ঠাণ্ডা পৰিছে। মূৰত বান্দৰ টুপীটো পিন্ধি আৰু গাত এৰী চাদৰখন মেৰিয়াই ভোলা চহৰীয়া বাৰাণ্ডাত বহিছে। তৰণীয়ে লোৰ কেৰাহী এটাত জুঁই একুৰা জ্বলাই দেউতাকৰ কাষত মূঢ়াটোত বহিল। পুতেকৰ কাৰ্যত চহৰীয়াই আচৰিত হৈ অপলক নেত্ৰে তৰণীৰ পিনে চাই থাকিল। শীতৰ দিনত জুঁই পুৱাই ভালপোৱা চহৰীয়াৰ ঘৈণীয়েকৰ মৃত্যুৰ পাছতে যেন জুঁইকুৰাৰো মৃত্যু হৈছিল। বোৱাৰীয়েকে জুঁই ধৰিবলৈ

নিদিয়ে। ঘৰ লেতেৰা হয়। “আজি ল’ৰাৰ কি সুমতি হ’ল” বুলি মনতে ভাবি এৰী চাদৰৰ মাজৰ পৰা হাত দুখন উলিয়াই জুঁইকুৰাৰ পিনে আগবঢ়াই দিলে।

“দেউতা, তোমাৰ লগত কিবা টকা-পইচা আছে নেকি?” - কও নকওকৈ তৰণীয়ে ক’লে। জুঁইৰ কাষৰ পৰা হাতখন আঁতৰাই নি দুয়োখন গালতে হেচি ধৰি কেইমুহুৰ্তমান ভোলা চহৰীয়াই তৰণীৰ চকুলৈ চাই থাকিল। তৰণীয়ে আধাপোৰা খৰি এডোখৰ কেৰাহীটোৰ মাজলৈ থেলি দি জুঁইলৈ চাই আছিল।

“পইচাৰ কথা কিয় সুধিলি?” দেউতাকে ক’লে।

“মানে দেউতা চহৰত ভাল মাটি এডোখৰ বিক্ৰী হ’ব। কম দাম। মাটিখিনি ৰাখিব পৰা হ’লে.....”

“তোক মাটি আকৌ কিয় লাগে। চহৰত ঘৰ এটাৰে সৈতে আঢ়ৈ কঠা মাটি তোৰ নামত কিনি দিছো।”

“নহয়, মানে কম দামত ভাল মাটি কাৰণেহে কথাটো কৈছিলো।”

“সম্পত্তি বঢ়াব পাৰিলে ভাল কিন্তু তাক চম্ভালাহে টান কাম। দেখা নাই জানো; মোৰ দেউতাৰ দিনৰ বহুত মাটি এনেয়ে গ’ল। ৰায়তে ধানো নিদিয়ে মাটিও এৰি নিদিয়ে।”

“চহৰৰ মাটি পথাৰৰ মাটিৰ দৰে নহয় দেউতা। মাটি ডোখৰত ওৱাল দি থ’লে কোনো  চিন্তা নাথাকে।”

“মন মেলিচ কিন, কিন্তু মোৰ লগত দুই লাখমান টকাহে আছে। আৰু গোটেইখিনি দিবও নোৱাৰো।” - চহৰীয়াই মিছাকৈয়ে তৰণীক ক’লে। আঙঠাকেইটাত লাগি ধৰা বগা চাইবোৰ গুচাই গুচাই তৰণীয়ে ক’লে- ‘সম্প্ৰতি এক লাখমান দিবাচোন। বাইনা পত্ৰ এখন কৰি থ’ম।’

পিছদিনা পুৱা ভোলা চহৰীয়াই চহী কৰি তৰণীৰ হাতত দিয়া এক লাখ টকাৰ চেকখন সন্ধিয়া দেউতাকক ওভতাই দি ক’লে- ‘চহীৰ অমিল থকা কাৰণে বেংকে টকা নিদিলে।’ তৰণীয়ে দেউতাকক বহী এখনত কেইবাটাও চহী কৰিবলৈ দিলে। শুদ্ধ চহীটো যেতিয়া চহৰীয়াই কৰিব পৰা হ’ল তেতিয়া তৰণীয়ে ক’লে- ‘দেউতা, এতিয়াই চাৰি-পাঁচখনমান ব্লেংক চেক চহী কৰি থোৱা; নহ’লে আকৌ কেতিয়াবা ভেজাল লাগিব।’

‘এৰা তই ঠিক কথাই কৈছ। মোৰ হাত কঁপা হৈছে। আখৰ পিছলি যায়।’- বুলি কৈ পাছখন চেক্‌ৰ পাতত চহী কৰিলে। এক লাখ টকাৰ চেক্‌খন তৰণীৰ হাতত দিলে।

পুহমহীয়া শীতৰ লগতে ভোলা চহৰীয়াই দৈহিক আৰু মানসিক শীতত জৰ্জৰিত হ’বলৈ ধৰিলে। আকৌ বিছনাত পৰিল। লাহে লাহে বিছনাৰ পৰা উঠিব নোৱাৰা হ’ল। বিছনাতে শৌচ-প্ৰস্ৰাৱ কৰা হ’ল। হেমকান্ত আৰু ভৱানীলৈ তৰণীয়ে ফোন কৰিলে। সিহঁতৰ কোনোৱে আহিব

নোৱাৰে। হেমকান্তৰ ল'ৰাৰ পৰীক্ষা। ভৱানীৰ ঘৈণীয়েক ডেলিভেৰীৰ বাবে নাৰ্ছিংহোমত আছে।

শৌচ-প্ৰস্ৰাৱ লাগি থকা দুৰ্গন্ধ কাপোৰবোৰ বদলি কৰি থাকোতে বিতৃষ্ণাৰ সুৰত এদিন তৰণীয়ে দেউতাকক ক'লে, 'মইহে অকল তোমাৰ ল'ৰা নেকি? হেমকান্ত আৰু ভৱানীয়ে তোমাৰ গু-মুত নোধোৱে কিয়? তোমাৰ লগৰ সকলোবোৰ মৰি শেষ হ'ল- 'তুমি মৰিব নাজানা?'

তৰণীৰ বাক্যবানত জৰ্জৰিত হৈ ভোলা চহৰীয়াই শৰশয্যাত থকা ভীষ্মৰ দৰে মাথোঁ বাকৰুদ্ধ হৈ জীৱনৰ যৱনিকা পৰাৰ আগমুহুৰ্তৰ ক্ষণটোলৈ বাট চাই থাকিল। বেৰত ওলমি থকা ঘৈণীয়েকৰ ফটোখনলৈ ৰ লাগি চাই থাকিল। বহি যোৱা গাল দুখনৰ হনুদুটাৰ কাষেৰে দুধাৰি অশ্ৰুজল নিগৰি আহিল।

হঠাতে চহৰীয়াই চিঞৰি দিলে, "নালাগে তহঁতে মোক শুশ্ৰুষা কৰিবলৈ। এতিয়াও মোৰ লগত টকা আছে; বুঢ়াকালৰ কথা ভাবিয়েই মই টকা সাঁচি ৰাখিছো। নে, টকা লৈ যা আৰু চহৰৰ পৰা নাৰ্ছ লৈ আহ।"

চহৰীয়াই মুৰ শিতানত থকা তুলিখনৰ চুকটোৰ পৰা খেপিয়াই চেক বহীটো উলিয়ালে। চছমাযোৰ পিন্ধি চেক্ বহীটো চালে, তেওঁ চকুৱেদি সৰিয়হ ফুল দেখিলে। চহী কৰি থোৱা চেক্‌ৰ পাত এটাও নাই।

চৰম অস্থিৰতাই চহৰীয়াৰ শৰীৰত প্ৰচণ্ড জোকাৰণি তুলিলে। হৃদপিণ্ডৰ তেজৰ সঞ্চালন বৃদ্ধি হ'ল। দুচকুৰেদি ধোঁৱা ধোঁৱা দেখিবলৈ ধৰিলে। এটা সময়ত কলিজাটো শুই পৰিল। কাণ দুখনৰ লতি হালি গ'ল। ঘৈণীয়েকৰ ফটোখনৰ পিনে চাই থকা চহৰীয়াৰ চকুহাল মেল খাই থাকিল।

ভোলা চহৰীয়াৰ ভোজলৈ অহা মানুহবোৰে কোৱা কুই কৰিলে–

'বহুত ভাগ্যৰ বলত বুঢ়াই তৰণীৰ দৰে পুত্ৰ সন্তান লাভ কৰিছিল। দেখা নাই নে শীতৰ দিনত তৰণীয়ে জুই ধৰি সেকি মেলি বুঢ়াক কিমান আদৰ যত্ন কৰিছিল। জ্ঞান, বুজিছা জ্ঞান। তৰণী মাষ্টৰ জ্ঞানী মানুহ।'



# শুংখনা

ফাগুন মাহ। এটা দেওবাৰ। দিনৰ এঘাৰটামান বজাত বজাৰ কৰি ঘৰলৈ উভতিছো। ভৰলু-নদীৰ পাৰত সেইদিনা এখন হাট বহে। দূৰ-দূৰণিৰ পৰা মানুহে তালৈ বস্তু বেচিবলৈ আৰু কিনিবলৈ ঢাপলি মেলে। এখন ডাঙৰ মেলাৰ দৰে হয়। ঠিক বেলতলাৰ হাটৰ দৰে।

বস্তু কিনিবলৈ কোনো কোনোৱে অকলে যায়। কোনোৱে স্বামী-স্ত্ৰী হালেৰে যায়। ঘৈণীয়েকে আগে আগে গৈ পচন্দৰ বস্তু বিচাৰে আৰু গিৰিয়েকে লগুৱাটোৰ দৰে পিছে পিছে মোনাখন লৈ ফুৰে।

বজাৰ কৰা মোনাখন পাকঘৰত থৈ হাতমুখ ধুই উঠি পৰিবাৰে যতনাই দিয়া জলপানটো খাই মই বাৰান্দাত বহিছো। বাতৰি কাকত এখনৰ মাজৰ পৃষ্ঠাত দিয়া ৰাশিফল চাই আছো।

'দাদা নমস্কাৰ।' মূৰ তুলি চাই দেখো গেটখনৰ সিটো

পাৰত শুখ্না বৈ আছে। মই তাক ক'লো, "অ' আহিলি। দে বিলখন দে।"

গেটখন খুলি ভিতৰলৈ সোমাই আহি সি মোক বিলখন দিলে। মুঠ তিনিশ ত্ৰিশ টকা। এখন অসমীয়া, এখন ইংৰাজী আৰু দুখন সাপ্তাহিক কাকতৰ মূল্য। তাক বিলৰ টকা আদায় দিবলৈ বহাৰ পৰা উঠি ভিতৰলৈ খোজ পেলোৱাৰ লগে লগে শুখ্নাই মাত দিলে-

"দাদা, এই পাঁচশ টকা ল'ক। খং নক্ৰিবো। বিলোৰ টাকা বাদ দি বাকী এক্ছ সত্তুৰ টাকা কেইদিনমানোৰ পাচোত আপ্নাক দি যাম।"

পাঁচশ টকা মোৰ হাতত তুলি দি শুখ্নাই ফন্ফনাই চাইকেল চলাই আঁতৰি গ'ল।

প্ৰথমতে মই একো বুজিব পৰা নাছিলো। পাচত মনত পৰিল। দুমাহ আগতে সি মোৰ পৰা একহাজাৰ টকা ধাৰলৈ লৈছিল। কথাতো মই পাহৰি আছিলো। বয়স হৈছে। তাৰোপৰি হেৰাই যোৱাৰ ভয় নাথাকিলে নিজৰ বস্তু আনৰ লগত থাকিলেও বোধকৰো কেতিয়াবা পাহৰা যায়। বিশ্বাসৰ কাৰণে সেইটো হয়; শুখ্নাই মোৰ পৰা টকা ধাৰলৈ নি পাচত যে ঘূৰাই দিব সেই বিশ্বাসটো মোৰ পুৰামাত্ৰাই আছিল।

শুখ্নাৰ প্ৰকৃত ভাল নামটো মই নাজানো। তাক

মই কোনো দিনে শোধাও নাই। কিন্তু আমাৰ ঘৰত তাৰ ছদ্ম নাম ৰাখিছো শুখ্‌না। সি ৰাতিপুৱাই ঘৰে ঘৰে বাতৰি কাকত বিলাই ফুৰা এজন হ'কাৰ।

পঁয়ত্ৰিশৰ পৰা চল্লিশ বছৰ বয়সৰ ভিতৰত থকা মানুহজন নিয়মতকৈ অলপ চাপৰ। মুখমণ্ডলৰ আকৃতিটো এটা হাঁহকণীৰ দৰে। ওপৰৰ পৰা তললৈ জোঙা। তাৰ গাল দুখন ভিতৰলৈ সোমাইগৈ হনুদুটা প্ৰকট হৈ পৰিছে। শৰীৰৰ বগা চালখনৰ ওপৰত কঠোৰ শ্ৰম আৰু দৈন্যতাই এটা মলিয়ন প্ৰলেপ সানিছে। পিছপিনলৈ ফণিওৱা তাৰ মূৰৰ চুলিকোচাত বহু দিন ক'লা ৰংটো নিদিয়াত ওপৰৰ ৰংটো ধোৱা বৰণীয়া হৈ ভিতৰি ভিতৰি কপাহৰ দৰে হৈ পৰিছে। মানুহজন অতি ক্ষীণ। সি পিন্ধি থকা চোলাটোৰ ভিতৰত শৰীৰ এটা যে আছে সেইটো ধৰিবই নোৱাৰি। সেই কাৰণে তাৰ নাম ৰখা হ'ল শুখ্‌না। অৱশ্যে সেই নামেৰে তাক মই কোনোদিন মতা নাই।

মই চাকৰি কৰি থকা দিনৰে পৰা এতিয়ালৈকে বহুবছৰ ধৰি সি বাতৰি কাকত বিলাই আহিছে। মাজে সময়ে মাহৰ শেষত ২৮ /২৯ তাৰিখৰ ভিতৰত সি আগতীয়াকৈ বিলৰ পৰা টকা লৈ যায়। তাৰোপৰি কেতিয়াবা পাঁচশ, কেতিয়াবা এক হাজাৰ টকা সি মোৰ পৰা ধাৰলৈ লয়। পাচত ঘূৰাই দিয়ে। বেংক, এল আই চি আদি কিছুমান প্ৰতিষ্ঠানত মাহৰ

শেষৰ পিনে দৰ্মহা হয় বুলি সি জানে।

শুখ্‌নাৰ নিজৰ মূলধন নাই। সেইকাৰণে সি এজন মূল বাতৰি কাকত যোগান ধৰা মানুহৰ পৰা কম কমিচনত কিছু কাকত সংগ্ৰহ কৰি নিজাকৈ ব্যৱসায় কৰে।

ৰ'দ-বতাহ-বৰষুণ-গৰম-ঠাণ্ডাক নেওচি ৰাতিপুৱাতে দুৱাৰৰ দাতিত বাতৰি কাকতকেইখন দি থৈ যোৱা মানুহ এজনক সহায় কৰিব পাৰিলে মোৰো ভাল লাগে। এটা ভাল কাম কৰিছোঁ বুলি মনটোৱে মোক কয়।

বন্ধৰ দিনত বিশেষকৈ দেওবাৰৰ দুপৰীয়াৰ ভাগত যেতিয়া শুখ্‌নাৰ একো কাম নাথাকে, মাজে সময়ে সি মোৰ ওচৰলৈ আহে। মোৰ ওচৰত বহি শুখ্‌নাই কথা চোবালে মই বেয়া নাপাও বুলি সি জানে। হয়তো মোৰ পৰা সময়মতে পইচা পাই থকাৰ কাৰণে মোক ভাল লগাবলৈ তেনেদৰে আহি থাকে। সহজ অৰ্থত সেইটো মোৰ প্ৰতি থকা তাৰ কৃতজ্ঞতা আৰু ব্যৱসায়িক অৰ্থত মোক তেলমৰা কাম।

তাৰ কথাৰ মাজত বেচিভাগ সময়তে সি তাৰ ঘৈণীয়েকক দোষাৰোপ কৰে। তাৰ মতে ঘৈণীয়েকজনীয়ে তাক মুঠেই বুজিবলৈ চেষ্টা নকৰে। সি কয়-

"চাক্‌চুন দাদা, পাইল্লি মাহে মাহে তাইক নোতুন নোতুন কাপুৰ কিনি দিবা লাগে। অ'- আক্‌লাই তাইকে নহাই আপাটুকো লাগে। ....... তাই বুলে তজ্জাৰ বেৰা দিয়া

ঘৰোত নাথ্‌কে। পাকা মৈজা লাগে। মই মানুহটু আন্ধাৰ্‌-পহাৰে উঠি ৰাতিক লেগি কেন্‌কে কুক্‌ৰোৰ দৰে দাউৰি থাকু আপনালোকে জানেই। তাই বেটি মোৰ দুখ্‌গিলাখন বুজি নাপোই।”

মই তাক সোঁধো-

‘প্ৰেম কৰি বিয়া কৰাইছিল নেকি?’

উত্তৰত সি তলমূৰকৈ মুৰৰ পিচপিনৰ চুলিখিনি খজুৱাই মনে মনে থাকে।

কেতিয়াবা শুখ্‌নাই সি বাতৰি কাকত দি থৈ অহা মানুহবোৰৰ কথা কয়। কোনবোৰ মানুহে তাৰ বিলৰ টকা কেইদিনমান পাচত দিম দিমকৈ পিচুৱাই থাকি শেষত আধা টকা দিয়ে; কোনজন গ্ৰাহকে টকা নিদিয়াকৈ দিয়া বুলি কয়; কোন কোন গৃহিণীয়ে গিৰিয়েকজন ডাঙৰ অফিচাৰ বুলি মুখফুলাই গঙাটোপ হৈ থাকে; কোনবোৰ গিৰিয়েকে ঘৈণীয়েকৰ কথাৰ ওপৰত মাত মাতিব নোৱাৰে; চাকৰি কৰা কোনজন ডেকামানুহে ঘৰত এজনী ধুনীয়া ঘৈণীয়েক থকাৰ পাচতো একে অফিচতে একেলগে কাম কৰা পৰস্ত্ৰীৰ লগত হলি-গলি কৰে; গিৰিয়েক অফিচলৈ আৰু সৰু ছোৱালীজনীক স্কুলত থৈ অহাৰ পাচত কোনটো ঘৰলৈ ডেকা মানুহ এজন মাটৰ চাইকেলেৰে দিনৰ বাৰটামান বজাত আহি দুটামান বজাত ওলাই যায়; মাইকী ছাগলীৰ

দৰে দাৰি ৰখা আৰু কাণত কাণফুলী পিন্ধা কোনজন ল'ৰাৰ লগত কাৰ ঘৰৰ ছোৱালীজনী ঘূৰি ফুৰে ইত্যাদি ইত্যাদি কথাৰ বকলা মেলে। কথাবোৰ শুনি ময়ো বেয়া নাপাওঁ। পৰ চৰ্চা, পৰ নিন্দা কৰি কম বেছি পৰিমাণে সকলোৱে আনন্দ পায়, যদিও ভদ্ৰতাৰ খোলাটোৰ বাহিৰত ৰৈ তেনে কথাক বেয়া বুলি আখ্যা দিয়া হয়। আমি বেচিভাগ মানুহে নিজৰ দোষবোৰ ঢাকি ৰাখি আনৰ বেয়াবোৰ খুচুৰি ফুৰো। সেইটোও এটা আনন্দৰ কাম।

বহাগ মাহৰ দ্বিতীয় সপ্তাহৰ এদিন ৰাতিপুৱা।

ৰাতিপুৱা পাঁচটামান বজাত সাৰ পালো। সাধাৰণতে ৰাতি মই পলমকৈ শোঁও আৰু দেৰিকৈ সাৰ পাঁও। তাৰ মাজত কেতিয়াবা সোনকালে সাৰ পাওঁ। সেইদিনাও পালো।

গেটখন খুলি ৰাস্তালৈ ওলাই গলো। পূব আকাশত বেলিটোৱে দিগন্তৰ জৰায়ু ফালি ৰাঙলী হৈ ওলাই আহিছে এটা সদ্যজাত শিশুৰ দৰে। দূৰৈত এটা কুকুৰা চৰাইয়ে কক্‌ৰে কক্, কক্‌ৰে কক্ কৈ ৰাতি পুৱোৱাৰ আগ জাননী দিছে। কাউৰীৰ জাক এটাই কোঢ়াল পাতি ৰাস্তাটোৰ নলাটোৰ পাৰত কিবা বস্তু টনাটনি কৰিছে। ৰাস্তাৰে কেইজনমান বয়সীয়াল মতা-মাইকী, ডেকা-ডেকেৰীয়ে জগিং কৰিছে।

সেইবোৰলৈ মই চাই থাকোতে গোফ নগজা পিলিঙা ল'ৰা এটাই বাতৰি কাকত দুখন মোৰ ঘৰৰ গেটৰ ভিতৰলৈ

দলিয়াই দি চাইকেল চলাই আঁতৰি গ'ল।

তাৰ মানে শুখ্নাই কাকত বিলোৱা কামতো বাদ দিলে। মই ভাবিলো। সি চাগে ইয়াতকৈ বেচি উপাৰ্জনৰ পথ বিচাৰি পাইছে। ভাল কথা। সৰহকৈ দুপইচা উপাৰ্জন কৰোতে যদি বেচিকৈ কষ্টও কৰিব লগা হয় সেই কষ্ট স্বীকাৰ কৰি ল'ব লাগিব। পিছে অসমীয়া ল'ৰাই আজিকালি কষ্ট কৰিবলৈ টান পায়। কষ্ট নকৰাকৈ ৰাতিটোৰ ভিতৰতে লাখপতি হোৱাৰ সপোন দেখে।

সেইটো মাহৰে শেষৰ বুধবাৰ।

লাইটৰ বিলখনৰ টকা জমা দিবৰ কাৰণে ওলাই যাবলৈ সাজু হৈছো। লাইটৰ বিল দিয়া, টেলিফোনৰ বিলা দিয়া, গাখীৰ অনা, বজাৰ কৰা, নাতি-নাতিনীক স্কুললৈ অনা-নিয়া কৰা- এইবোৰ চাকৰিৰ পৰা অৱসৰ পোৱা মানুহৰ কাম। ঘৰটোৰ ভিতৰত জুপুকামাৰি বহি থকাতকৈ এফালৰ পৰা চাবলৈ গ'লে কামবোৰ ভাল। ব্যস্ততাৰ মাজত সময় কাটি যায়। খোজকঢ়া অভ্যাস এটাও বৰ্তি থাকে।

দুৱাৰখন খুলি দেখা পালো যে পদূলিমুখৰ চাপৰ গেটখনৰ ওপৰত হাত দুখন পাতি তাৰ ওপৰত ঠুটুৰিটো হেঁচি ধৰি শুখ্নাই আমাৰ ঘৰটোৰ পিনে চাই আছে। মোক দেখাৰ লগে লগে টোপনিৰ পৰা সাৰপোৱা মানুহৰ দৰে থতমত খাই হাত এখনেৰে মুৰটো খজুৱাই সি ক'লে-

‘দাদা, কম্ভাই যাবা ওলেইছি নেকি?’

তাৰ প্ৰশ্নৰ উত্তৰ নিদি মই তাক ক’লো -

‘তই পেপাৰ বিলোৱা কামটো বাদ দিলি নেকি?’ শুখ্নাই তলমূৰ কৰিলে।

ক্ষন্তেক পিছতে মোলৈ চাই ক’লে,- ‘দাদা, পাচোত আহিম দক্। আপ্নি ইতা কম্ভাই যাবা অল্ছি। আপনাৰ পলাম হবো।’

লাইটৰ বিলখনৰ ডিউ ডেট্টোলৈ আৰু দুইদিন বাকী আছে। পাছে পৰেও দিলে হ’ব। তাৰ আগতে শুখ্নাৰ আগমনৰ উদ্দ্যেশ্যটো জানিবলৈ মোৰ আগ্ৰহ জন্মিল। বাৰান্দাত থকা মুঢ়াটোত তাক বাহিৰলৈ দি ওচৰৰ চকীখনত মই বহিলৈ তাক কলো-

‘হু কচোন কিবা কামত আহিলি নে এনেয়ে আহিলি?’

‘কথাটু হ’ল মানে....।’ মুৰটো খজুৱাই শুখ্নাই অন্যপিনে চকু ঘুৰালে।

‘মানে টু কি ক’?’

তলমুৰকৈ থাকি সি ক’লে-

‘কামটু এইল্লু দাদা। মানে মোক খেইদ্লাক।’

‘খেদিলে? কিয়?’

‘মালিকোক্ পাঁচ হাজাৰ মান টাকা বাকী দিবা আছিল।’

'এতিয়া কি কৰি আছ?' মই ক'লো।

লগে লগে শুখ্নাই মোৰ চকুলৈ কাতৰ দৃষ্টিৰে চাই ক'লে-

'সেই দেখিতো মই আপ্নাৰ অচ্ৰোক আইছু দাদা। আপ্নি মোক চাইৰ হাজাৰমান টাকা ধাৰোক লেগি দেক্। বাজাৰোত মই আখান চবজিৰ দকান দিবা খুইৎচু।'

'ইমান টকা মই তোক কেনেকৈ দিম? তইতো জানাই যে মই এতিয়া চাকৰিৰ পৰা অৱসৰ পাইছো। বখনিয়া গাই গৰুৰ দৰে হৈছো। পেঞ্চনৰ টকা কেইটাৰে লেও দিবলৈও নাটে।'

মোৰ কথাত শুখ্না অলপপৰ তলমূৰকৈ মনে মনে থাকিল। তাৰ পিছত এজন ক্ষুধাতুৰ মানুহৰ কাতৰ কণ্ঠৰ চেপা মাতেৰে সি ক'বলৈ ধৰিলে-

"আপ্নাৰ চোব কথাই মই জানু দাদা। তথাপি মই আপ্নাৰ অচ্ৰোক আইছু। কাৰণ আপ্নি মোক মৰাম কৰে। আপ্নাতকে বোহুত ধোনী মান্হোৰ ঘৰোত মই পেপাৰ দিছলু। কিন্তু তাহ্নাৰ অচ্ৰোক মই যাবা নোৰু। তাহ্নাই মোৰ দৰে মান্হোক কুকুৰ মেউক্ৰী বুলি ভাবে।" ক্ষন্তেকপৰ জুপুকামাৰি থাকি হঠাত উত্তেজিত হোৱাৰ দৰে সি কবলৈ ধৰিলে-

'দুই দিন মই লঘোনে থাকা বুলি জানাৰ পাছোত

আপ্‌নি মোক চাউল কিনি দিছিল। আপাটু বেমাৰোত পৰাউতে তাৰ চিকিৎসা কোইৰবা আপ্‌নি মোক টাকা দিছিল। কিয়া দিছিল।’

‘সেগ্‌লাখান ধোনী মান্‌হোৰ দৰে আপ্‌নিও মোক খেদি নেইদ্‌লাক কিয়া?’

কথাৰ সুৰ সলনি কৰি সি আকৌ ক’লে- ‘আচলতে মই এটা কুকুৰেই। সেই কুকুৰটুক আপ্‌নি মৰাম কৰাওঁতে কৰাওঁতে সি আজি আপ্‌নাৰ মুৰোকলেগি জাইপাবা শিখছি। আপ্‌নাক দাবী কোইৰ্‌বা পাৰা হৈছি।’

শুখ্‌নাৰ মাতটো থোকা থুকি হৈছিল। তাৰ চকুৰ লোতক বাগৰিছিল।

লাইটৰ বিলৰ টকা এক হাজাৰ মোৰ লগত আছিল। টকা কেইটা জেপৰ পৰা উলিয়াই হাতখন তালৈ আগবঢ়াই ক’লো-

‘এক হাজাৰ টকা ইয়াতে আছে; লৈ যা।’

টকা কেইটা হাত পাতি লৈ সি ক’লে- ‘আপ্‌নি মুঠে চিন্তা নকেইৰ্‌বো দাদা। নম্‌ৰি যোদি বাছি থাকু আক্‌দিন হোলিওঁ আপ্‌নাৰ টাকা মই ঘূৰে দিম।’

শুখ্‌না গলগৈ। দুৱাৰখনৰ ভিতৰ পিনে পৰ্দাখিন ফাক কৰি শ্ৰীমতীয়ে আমাৰ কথা শুনি আছিল। শুখ্‌না যোৱাৰ পিছত শ্ৰীমতীৰ মুখেৰে ক্ষোভ আৰু বিতৃষ্ণাৰে ভৰা বোমা

এটা যেনহে ফুটিল- ‘সেইবোৰ মানুহক বিলাবলৈ আপোনাৰ ঢেৰ টকা আছে। কিন্তু মই কিবা এটা নতুন বস্তু কিনিব খুজিলে আপোনাৰ টকাৰ অভাৱ হয়। ইচ্ বৰ দাতকৰ্ণটো ওলাইছে।’

উচাৎমাৰি তেওঁ ভিতৰলৈ সোমাই গ’ল।

অলপ আগতে শুখ্নাই যিসকল মানুহৰ কথা মোক ক’লে- ‘শ্ৰীমতীকো একেচাম অনুৰ্বৰ বন্ধ্যা হৃদয়ৰ মানুহ যেন লাগিল।

ৰাস্তাৰ পিনে ওলাই গ’লো। ৰাস্তাৰ সিটোপাৰত থকা ৰেডিও মেকানিক্ জনৰ দোকানখনৰ পৰা সেই বিখ্যাত গানৰ কলিটো ভাহি আহি মোৰ কাণৰ পৰ্দাত বাজিবলৈ ধৰিলে-

*‘মানুহে মানুহৰ বাবে, যদিহে অকণো নাভাবে,*
*অকনি সহানুভূতিৰে, ভাবিব কোনেনো কোৱা..... ।’*



# মোহভংগ

অফিচৰ সন্মুখত বহুতো মানুহ গোট খাইছে। ৰ'দ আৰু গৰমত ঘামিজামি অহা সুভাষ গোস্বামী চাইকেলখনৰ পৰা নামিল। জেপৰ পৰা ৰুমালখন উলিয়াই মুখৰ ঘামবোৰ মচি মচি ভাবিবলৈ ধৰিলে- ইমান মানুহ কিয় গোট খাইছে? ইউনিয়নৰ দ্বাৰা ঘোষণা কৰা কোনো নিৰ্দ্ধাৰিত হৰতাল নাছিল সেইদিনা;নে চেন্ট্ৰেল অফিচৰ পৰা হঠাতে ফেক্সবাৰ্তা যোগে হৰতালৰ সংকেত আহিল। নতুন দৰ্মহাৰ গাঁঠনিকলৈ যিকোনো সময়তে হৰতাল হ'ব পাৰে বুলি অৱশ্যে কোৱা হৈছিল। মেনেজমেন্টৰ লগত বহা আলোচনা ফলপ্ৰসূ নহ'লে হৰতাল হোৱাৰ কথা। কিন্তু হৰতাল হ'লে 'ইনক্লাব জিন্দাবাদ', 'স্বৈৰাচাৰী তন্ত্ৰ নিপাত যাওক', 'কৰ্মচাৰী সন্থা জিন্দাবাদ' আদি ধ্বনিৰে ঠাইখন কপাঁই তুলিলেহেঁতেন।

মানুহবোৰৰ মুখত তেনেধৰণৰ আখৈফুটা শব্দ নাই। শৰদেহ যাত্ৰীৰ সমদলৰ দৰে বহুতে নিমাতে আছে। দুই এজনেহে সৰু সৰুকৈ তিনিজনীয়া বা চাৰিজনীয়া গোট একোটা হৈ কথা পাতিছে।

গোস্বামীয়ে হাতৰ ঘড়ীটোলৈ চালে। দহ বাজি পঁচিশ মিনিট গৈছে। চাইকেলখন য'তে আছিল তাতে থৈ তেওঁ অফিচ বিল্ডিংটোৰ দ্বিতীয় মহলালৈ দৌৰি যোৱাৰ দৰে গ'ল। হাজিৰা বহীত চহী কৰা নাই। লেট্ মাৰিলেই কিজানি? ইতিমধ্যে দুইদিন লেট্মাৰ্ক পৰিছে। তিনিদিন লেট হ'লে এদিনৰ আকস্মিক ছুটী কটা যাব। দৌৰা দৌৰিকৈ গৈ গোস্বামীয়ে হাজিৰা বহীখন মেলিলে। মনটোৰ মাজত আলফুলীয়া হাঁহি এটাই ভুমুকি মাৰিলে। লেট মাৰ্ক পৰা নাই। চহীটো কৰি উঠি চাৰিওফালে চকুফুৰালে। ডিপাৰ্টমেন্টত মানুহ এজনো নাই। কেৱল চকী-মেজ আৰু ফাইলবোৰেহে কথা পাতিছে। ওপৰত ফেনবোৰ ঘূৰি আছে। মানুহবোৰ নিশ্চয় তললৈ অৰ্থাৎ অফিচৰ সন্মুখত গোটখোৱা লোকসকলৰ লগতে আছে।

চিৰি বগাই তললৈ নামি আহোতে তেওঁ ভাবি থাকিল মানুহ গোট খোৱাৰ কাৰণটোৰ বিষয়ে। যোৱা বছৰৰ দৰে কোনোবা জেপলুৰুকা ধৰা পৰিল নেকি? সেই দিনাও সিমানবোৰ মানুহ গোট খাইছিল। হ'বও পাৰে চিৰিৰ পৰা

গোস্বামীয়ে দুজন পুলিচৰ মানুহকো দেখিলে। কিযে হৈছিল সেইদিনা জেপলুৰুকাজনৰ বিলৈ।

গোস্বামীহঁতৰ অফিচৰ বিল্ডিংটো আৰু থানাখন ওচৰা ওচৰিকৈ আছে। থানা মানে এটা আউট পোষ্ট। চিটিবাছৰ মানুহে জেপলুৰুকা এজনক আটক কৰি চৰ-ভুকু-কিলেৰে তাক সম্ভাষণ জনোৱাৰ পিছত থানাখনত গতাই দিলে। বাঘৰ আগতেল খোৱা জেপলুৰুকাজনো সাতঘাটৰ চেঙেলী। হাতকেৰেয়া নলগোৱাকৈ ৰাখি থোৱা জেপলুৰুকাই চল চাই থানাৰ বাহিৰলৈ মাৰিলে দৌৰ। তাৰ পাছে পাছে দুজন পুলিছে দিলে তাক শিশুপাল খেদা। দৌৰি আহি জেপলুৰুকাই এই অফিচৰ বিল্ডিংটোকে আশ্ৰয়ৰ স্থল বুলি ভাবি ভিতৰলৈ সোমাই গ'ল। পাছে পাছে পুলিছ। জেপলুৰুকাই জনা নাছিল যে বিল্ডিংটোত ওলোৱা সোমাৱা একেটাই বাট। বেচেৰা জেপলুৰুকা পুলিছৰ হাতত বন্দী হ'ল। এইটো অফিচৰে নিজকে 'দাদা' বুলি পৰিচয় দিয়া কৰ্মচাৰী এজনে জেপলুৰুকাক লগাই দিলে এটা বকাসুৰীয়া ঘোচা। তাকে দেখি ওস্তাদৰ ওপৰত ওস্তাদ বোলাজনে মন্তব্য কৰিলে- 'দহটকীয়া জেপলুৰুকাৰ ওপৰত যে দাদাগিৰি দেখুৱাইছ কোটিটকীয়া জেপলুৰুকাৰবোৰক তেনে কৰিব পাৰিবিনে?'

পুলিছৰ মানুহ আছে যেতিয়া আজিও নিশ্চয়

জেপলুৰুকাৰ ঘটনাই হ'ব। গোস্বামীয়ে ভাবিলে। তেওঁ গৈ মানুহৰ জুমটোৰ ওচৰ পালেগৈ। নাই, তাত কোনো জেপলুৰুকা নাই। কাৰো কামিজত পুলিচে খামুচি ধৰা নাই। কাৰো গাত চৰ-ভুকুৰ বৰষুণ পৰা নাই।

একেটা বিভাগতে কাম কৰা যোগেশ বৰ্মনক ওচৰতে পাই গোস্বামীয়ে সুধিলে, 'বৰ্মন ঘটনাটো কি?' বৰ্মনে ধীৰেণ শৰ্মাৰ লগত ফুচফুচাই কথা পাতি আছিল। গোস্বামীৰ প্ৰশ্নত বৰ্মনে গোস্বামীলৈ মুখখন ঘূৰাই হাত এখনেৰে ইচাৰা দি বুজালে যে, "আপোনাৰ লগত পিছত কথা পাতিম, এতিয়া শৰ্মাৰ সৈতে কথাপাতি আছো।" বৰ্মনৰ চকুত অৱজ্ঞাৰ চাৱনি এটা গোস্বামীয়ে আৱিস্কাৰ কৰিলে। মানুহৰ জুমটো ঠেলি ভিতৰলৈ সোমাব খোজোতেই তুহঁজুইৰ মাজৰ পৰা কঠালগুটি ফুটাৰ দৰে বৰ্মনৰ ফুচফুচীয়া কথাৰ মাজতে ধীৰেণ শৰ্মাৰ মুখেৰে ওলাল, 'সেই বুলি আত্মহত্যা কৰিব নেকি?'

'আত্মহত্যা কৰিলে? কোনে আত্মহত্যা কৰিলে?'- গোস্বামীয়ে শৰ্মাক সুধিলে।

কেইছেকেণ্ডমান মৌনতাৰ পিছত ধীৰেণ শৰ্মাই ক'লে- 'ধৈৰ্য্য কলিতাই।'

ধৈৰ্য্য কলিতাই আত্মহত্যা কৰিলে। ৰাতিপুৱা নমান

বজাতে অফিচলৈ আহি হাজিৰা বহীত চহী কৰিছিল। অফিচৰ চকীদাৰজনে তেওঁক দেখা পাইছিল। চহী কৰি উঠি কলিতা অফিচৰ বাহিৰলৈ ওলাই গৈছিল। দহ বজাত খবৰ আহিল ওচৰেৰে যোৱা ৰেললাইনত ক্ষত বিক্ষত কলিতাৰ শৰীৰটো স্পন্দনহীনভাৱে পৰি আছে। দেখা মানুহৰ মতে চলন্ত ৰেলগাড়ীৰ আগত কলিতাই জাপ দিছিল।

মানুহৰ ভিৰৰ মাজৰ পৰা সুভাষ গোস্বামী নিৰৱে আঁতৰি গৈ তেওঁৰ কাৰ্যালয়ৰ চকীখনত বহিল। মানুহ তাত এজনো নাছিল। চকীখনত আউজিলৈ চকুদুটা মুদি থাকিল। স্মৃতিৰ টুকুৰা কিছুমান এটাৰ পিছত এটাকৈ তেওঁৰ বন্ধ-চকুৰ মণিকোঠত জিলিকি উঠিল।

'বুজিছে গোস্বামী, বিয়া কৰাই মই মহাভুল কাম কৰিলো। বিশেষকৈ কম উপাৰ্জন থকা মানুহে তাতকৈ বেছিকৈ উপাৰ্জন বা টকা থকা মানুহৰ ঘৰৰ ছোৱালী বিয়া কৰোৱাটো অনুচিত। লাস-বিলাসৰ মাজত ডাঙৰ হোৱা ছোৱালীয়ে আমাৰ দৰে কষ্টৰ মাজেদি দিন অতিবাহিত কৰা মানুহবোৰৰ জীৱনবোধক অনুকৰণ কৰিব নোখোজে। দুখৰ সমভাগী নহয়। বিয়াৰ আগৰ কালছোৱাৰ দৰে লাহ-বিলাসত দিন কটাব বিচাৰে। এসোপামান টকা, অলংকাৰ, দামী কাপোৰ দিব নোৱাৰিলে, দামী হোটেল-ৰেষ্টোৰাত

লগত লৈ সোমাব নোৱাৰিলে আমাক মানুহ বুলি গণ্যই নকৰে। তেনে এটা জীৱনকলৈ বাচি থকা আৰু ডাঙৰ শিল এটা বুকুতলৈ কোনো মতে উশাহলৈ কলধপ-কলধপকৈ বাচি থকা একেই কথা। মোৰ বৰ বিতৃষ্ণা উপজিছে। ঘৈণীয়েকৰ ওপৰত বিষোদ্‌গাৰ কৰি কলিতাই গোস্বামীৰ আগত কোৱা কথা এইবোৰ।

গোস্বামীৰ আকৌ মনত পৰিল অফিচৰ এদিন দুপৰীয়াৰ কথা। গোস্বামীৰ পৰা আঁতৰত বহা ধৈৰ্য্য কলিতাই তেওঁৰ চকীৰ পৰা উঠি আহি চাহখাবলৈ গোস্বামীক লগ ধৰিছিল। অফিচৰ নিজা কেন্টিন এখন ওপৰ মহলাত আছে যদিও নিৰিবিলিভাৱে অন্তৰৰ কথা পাতিবলৈ ওচৰতে থকা চাহ-দোকানখনত দুয়ো সোমাল। চাহৰ অৰ্ডাৰ ল'বলৈ অহা দোকানৰ লৰাজনক কলিতাই ক'লে, 'দুটা চিঙৰা আৰু দুটা চাহ।" চাহ-চিঙৰা আহিপোৱা সময়লৈকে গোস্বামীয়ে কলিতাৰ মুখমণ্ডলৰ পাঠটো পঢ়িবলৈ যত্ন কৰিলে। তেওঁ কিছু পৰিমাণে ক্ষীণাইছে। দুদিনমান দাঢ়িও কটা নাই। চকুহাল গাতলৈ সোমাই গৈছে আৰু তাৰ বগা অংশটো ৰঙা পৰি আছে। চকুৰ তলৰ পতাত ক'লা দাগ পৰিছে।

কেন্টিনৰ ল'ৰাজনে দি যোৱা কলিতাৰ ভাগৰ চিঙৰাটোৰ আধাতকৈও বেছি তেওঁ উদৰস্থ কৰিলে।

বাকীখিনি মুখত ভৰাই কাষত থকা পানী গিলাচ ঢোকঢোককৈ পি কলিতাই ক'লে, 'গোস্বামী, মই আৰু এটা চিঙৰা খাওঁ দিয়ক। বৰ ভোক লাগিছে।' দ্বিতীয় চিঙৰাটো খাই থকা অৱস্থাত গোস্বামীয়ে কলিতাক ক'লে- 'এতিয়া বাৰ বজাই নাই। ইমান ভোক লাগিল নে আপোনাৰ? ঘৰত ভাতখাই অহা নাই নেকি?' গোস্বামীৰ প্ৰশ্নৰ উত্তৰটো কলিতাই লগে লগে নিদি দ্বিতীয় চিঙৰাটো শেষ কৰি আকৌ পানী এগিলাচ খালে। নাভিমণ্ডলৰ পৰা উদগীৰণ হোৱা লম্বা উগাৰ এটা উলিয়াই দিলে। ৰুমালখনেৰে মুখখন মচিলৈ ব্যংগাত্মক হাঁহি এটা মাৰি ক'লে- 'যোৱা ৰাতিও ভাত খোৱা নাই।' চাহ এঢোক গিলি কলিতাৰ পিনে চাই গোস্বামীয়ে ক'লে- 'কলিতা, নিজে নিজৰ শৰীৰটোক অনাহকত কষ্ট দিলে আপোনাৰ সমস্যাৰ সমাধান নহয়। আপুনি ৰুগীয়া হৈ পৰিব। আপোনাৰ ল'ৰাক, ওৱাইফক কথাবোৰ ভালদৰে বুজাওক।', গোস্বামীয়ে যেন কোদোৰ বাহত জুইহে দিলে। ক্ৰোধান্বিত স্ফুলিংগেৰে কলিতাই গৰ্জি উঠিল। “নাই, নাই। বহুত বুজাইছো। মই হাৰ মানি গৈছো। মাক পুতেক এটা হৈ পৰিছে। মোৰ তিৰোতাই এতিয়াও মৌজাদৰীয়া ভেমত লুচি ফুলাদি ফুলি আছে। মৌজাদাৰৰ জীয়েক বুলি এতিয়াও তাইৰ অহংকাৰ, গৰ্ব আঁতৰি যোৱা নাই। শুকান

বাহৰ খুটাত ঘূণে ধৰাৰ দৰে সিঁহতে মোৰ কলিজাটো ফুটা কৰি দিছে।” কথাখিনি কোৱাৰ পিছত গোস্বামীয়ে লক্ষ্য কৰিছিল যে কলিতাৰ চকুহাল ৰঙা পৰিছে। ওলাই আহিব ধৰা চকুপানীক জোৰকৈ বন্ধ কৰিছে।

ৰুমালখনেৰে নাকটো আৰু চকুদুটা মচি ক্ষন্তেকৰ বাবে উদাস দৃষ্টি এটাৰে কলিতাই খালীহৈ থকা চাহৰ গিলাচটোলৈ চাই থাকিল। তাৰ পিছত ক্লান্ত মানুহৰ দৰে কৈ গ’ল- ‘মোৰ আপাক (ল’ৰাক) বোলে বাইক এখন লাগে। বাইক নহ’লে হেনো কলেজলৈ অহা যোৱা কৰিব নোৱাৰে। ময়ো ভাবিলো যে তাক সন্তুষ্ট কৰিব পাৰিলে কিজানিবা ভালদৰে পঢ়া-শুনা কৰেই। বেংকৰ পঞ্চাশ হাজাৰ টকাৰ ধাৰৰ টোপোলাটো ডিঙিত বান্ধিলৈ তাক বাইক এখন কিনি দিলো।’ শুকান হাঁহি এটা মাৰি কলিতাই আকৌ ক’লে- ‘পাছে কি হ’ল জানে গোস্বামী? কালি সন্ধিয়াপৰত তাৰ মাকৰ বয়সৰ তিৰোতাএজনীক বাইকত বহুৱাই আনি ঘৰ সুমুৱালে। সি বোলে তিৰোতাজনীক বিয়া কৰাব।’ অতি বিস্ময়ৰ চাৱনিৰে গোস্বামীয়ে কলিতাৰ মুখলৈ চাই থাকিল। সেই চাৱনিয়ে কলিতাক যেন প্ৰশ্ন কৰিছিল- নতুন প্ৰজন্মৰ এনে ধৰণৰ এশ এবুৰি বিকৃত চিন্তাধাৰাৰ আঁৰত কোন আছে? অভিভাৱক? সমাজ ব্যৱস্থা? পাশ্চাত্য সভ্যতাৰ

প্ৰভাৱ? নে আটাইবোৰ? নিৰৱতা আঁতৰাই কলিতাই ক'লে- 'উঠক গোস্বামী। অফিচলৈ যাওঁ বলক। বেয়া নাপায় যদি চাহৰ পইচাটো আপুনিয়ে দিয়ক। চিটিবাছৰ ভাড়াখিনিও মোৰ লগত নাই।'

নিজৰ ঘৰখনত কৰ্তৃত্ব হেৰুওৱাৰ ফলত তেওঁৰ বিদিৰ্ণ অন্তৰখনৰ জ্বালা যন্ত্ৰণাৰ উপশম ঘটাবলৈ ধৈৰ্য্য কলিতাই নিজৰ দেহৰ ওপৰত অত্যাচাৰ চলাইছে। তেওঁ নিজহাতে সৃষ্টি কৰা ঘৰখনত তেওঁ যেন এজন অনাকাংক্ষিত আলহী। তেওঁ কল্পনা কৰিছিল এখন সুখৰ সংসাৰ। তেনেকুৱা এখন সংসাৰ, য'ত ক্ষন্তেকৰ বাবে মনৰ অমিল হ'লেও ধূলি লগা কাপোৰ এখন জোকাৰি দিয়াৰ লগে লগে নিকা হৈ পৰাৰ দৰে মনৰ মলিবোৰ আঁতৰি যায়। আশা কৰা ঘৰখন ধৈৰ্য্য কলিতাৰ ভাগ্যত নিমিলিল।

কাৰ্যালয়ৰ ভিতৰলৈ ইতিমধ্যে দুই-এজনকৈ মানুহৰ আগমন ঘটিছে।- 'কিহে গোস্বামী? ওপৰমুৱাকৈ কিহৰ ধ্যানত বহিছে।' যোগেশ বৰ্মনে কথাখিনি কৈ কাষৰ চকী এখন টানি আনি গোস্বামীৰ ওচৰতে বহিল। আগৰ পৰাই চাধা পিঁহি থকা বৰ্মনে আৰম্ভ কৰিলে,- 'চেঃ কিযে কাম কৰিলে কলিতাই। আত্মহত্যা কৰিবলৈ কি হৈছিল তেওঁৰ? এনেকুৱা পলায়নবাদী মানুহক মোৰ ভাল নালাগে দেই।' চাধাখিনি

ওঁঠৰ মাজতলৈ পুনৰ ক'লে- 'কলিতাৰ সৈতে আপোনাৰ ঘনিষ্ঠতা আছিল। আপুনি জানিব পাৰে আত্মহত্যাৰ কাৰণ।' বৰ্মনৰ কথাত জুয়ে পোৰা ঘাত পুনৰ জুইৰ সেক দিয়াৰ দৰে লাগিল গোস্বামীৰ। তেওঁৰ মুখেৰে ওলাই গ'ল- 'বৰ্মন, আপুনি আৰু কলিতা সদায় ওচৰাওচৰিকৈ বহিছিল। কথা-বতৰা হৈছিল। তেনেস্থলত মইহে আপোনাক সেই কথাটো সুধিব লাগিছিল। কাৰণ মই আপোনালোকতকৈ বহু আঁতৰত বহো।' জোকৰ মুখত চূণ পৰাৰ দৰে লেতুসেতুহৈ বৰ্মন গৈ নিজৰ চকীত বহিল।

যোগেশ বৰ্মন আঁতৰি যোৱাত গোস্বামীয়ে স্বস্তিৰ নিশ্বাস পেলাই চকু দুটা মুদি নিজৰ পিঠিখন চকীৰ পিঠিত এৰি দিলে। ধৈৰ্য্য কলিতাৰ জীৱনৰ শেষ অধ্যায়টোৰ কথা গোস্বামীৰ মনলৈ আহিল।

দহ দিনমানৰ আগৰ কথা। ধৈৰ্য্য কলিতাই শূণ্য ঘোলা দৃষ্টিৰে বেৰত ওলোমাই ৰখা ঘড়ীটোলৈ চাই আছে। তেনেতে যোগেশ বৰ্মনে কলিতাক সুধিলে- 'আপোনাৰ কপাল আৰু কাণৰ কাষত বেণ্ড এইড্ লগোৱা যে? কিবা একচিডেন্ট?' কলিতাই মিচিক্কৈ ক'লে, 'এৰা সৰু-সুৰা একচিডেন্ট বুলি ক'ব পাৰি। ৰাতি কাৰেন্ট নাছিল। এন্ধাৰে মুন্ধাৰে বাথৰুমলৈ গৈছিলো। দুৱাৰৰ চৌ কাঠডালত বেয়াকৈ খুণ্ডা খালো।'

বৰ্মনৰ আগত কথাখিনি শেষ কৰিয়েই কলিতা গোস্বামীৰ ওচৰলৈ গ'ল।

'বলক গোস্বামী, চাহ খাই আহো'- কলিতাই ক'লে। সুভাষ গোস্বামীয়ে কলিতাৰ মুখমণ্ডলত বেণ্ড এইড্‌ৰ প্লাচটাৰ কেইডাল দেখিছিল যদিও সেই বিষয়ে একো সোধা নাছিল। কাৰণ তেওঁ জানিছিল যে জনাব লগা কথা থাকিলে কলিতাই নিজে ক'ব।

চাহ খাই থাকোতে কলিতাই নিজেই ক'লে, 'যোৱা ৰাতি মোৰ আপাই মোক লোহাৰ ৰডেৰে কোবাই এই অৱস্থা কৰিলে। তাক বোলে মই দুই লাখ টকা দিব লাগে। সি হেনো বিজ্‌নেছ কৰিব। মই তাক টকা দিব নোৱাৰো বুলি কওঁতে সি মোক মাৰিলে। আৰু কি কৈছে জানে? তই মৰি নাযাৱ কিয়? তই মৰিলে মই অন্ততঃ তোৰ চাকৰিটো পাম।'

দুচকুৰে বৈ অহা পানীবোৰ মচি থোকাথুকি মাতেৰে কলিতাই পুনৰ ক'লে- 'জীৱন যুদ্ধত মই জয়ী হ'ব নোৱাৰিলো ভাই। মই এজন পৰাজিত আৰু পলাতক সৈনিক।'

ধৈৰ্য্য কলিতাই অধৈৰ্য হৈ আজি চলন্ত ৰেলগাড়ীৰ আগত জাপ দি এই পৃথিৱীৰ পৰা আঁতৰি গ'ল। গোস্বামীয়ে টেবুলত থকা পেপাৰ ওৱেইট্‌টো ঘূৰাই ঘূৰাই সেইপিনে চাই থাকিল এজাক প্ৰচণ্ড ধুমুহাই যেন তেওঁক মোহাৰি

পেলালে। ধৈৰ্য্য কলিতাৰ সংসাৰৰ প্ৰতি মোহভংগৰ ছবিৰ টুকুৰাবোৰ তেওঁৰ অন্তৰত লিপিটখাই লাগি ধৰিলে।



# বয়সৰ দোষ

দূৰ্গা পূজাৰ মহাঅষ্টমী তিথি। সেই দিনটোত টাউন-চহৰৰ প্ৰায়ভাগ মানুহে হিলদল ভাঙি সন্ধিয়াৰ পাছত পূজা চাবলৈ ওলাই যায়। পূজা চোৱা মানুহৰ আকৌ দুটা ভাগ আছে। এটা ভাগে দেৱী-মূৰ্তি দৰ্শন কৰিবলৈ যায়। সামৰ্থ্য অনুযায়ী এক টকাৰ পৰা কেইবাহাজাৰলৈকে প্ৰণামীৰ থালখনত দলিমাৰি দি পুৰোহিতৰ পৰা পূজাৰ নিৰ্মালী আৰু কপালত সেন্দুৰৰ ফোট লৈ তেওঁলোকে পূণ্য অৰ্জন কৰা বুলি সান্ত্বনা লাভ কৰে। আকৌ আন এচামে ৰং-বিৰঙৰ আলোকসজ্জা চাবলৈ যায়, মানুহ চাবলৈ যায়, মিঠাই কিনিবলৈ যায় অথবা মানুহৰ মাজত ভিৰ কৰিবলৈ যায়। কণ কণ ল'ৰা-ছোৱালীক হাতত ধৰি নাইবা কোঁলাত লৈ বেলুন, পুতলা কিনিবলৈ যায়। গৰম গৰম জিলেপি খাবলৈ যায়। গাভৰু ছোৱালীবোৰে

নতুন মেখেলা-চাদৰ, ছেলোৱাৰ, জিনছ্‌ৰ পেন্ট পিন্ধি জাক পাতি কাণত মোবাইল লগাই হৰিণীৰ দৃষ্টিৰে চঞ্চল গতিত নাচি নাচি খোজ কাঢ়ে। তেওঁলোকৰ সোঁৱে-বাঁৱে ডেকা ল'ৰাবোৰে শেন চৰাইৰ দৰে ঘূৰি ফুৰে।

হিতেশ, ৰাকেশ আৰু নৱই অষ্টমী পূজাৰ দিনা নিশাৰ মজা উপভোগ কৰিবলৈ মনতে পাঙি থৈছিল। ডিগ্ৰীৰ প্ৰথমবাৰ্ষিকৰ ছাত্ৰ সিহঁতকেইজন। যৌৱনৰ সমীৰণে সিঁহতৰ দেহ-মনক জোকাই গৈছে। কোমল কঠীয়াৰ দৰে ডাঢ়ি-গোফে গজালি মেলিছে। হিতেশৰ মুখৰ গজালিবোৰত ক্ষুৰৰ আঁচোৰ পৰা নাই।

বাওঁহাতখনেৰে সি তাৰ কোমল কঠীয়াডৰাত মৰমৰ হাত বুলাই থাকে। বহু বছৰৰ অপেক্ষাৰ মূৰত সি যেন তাৰ প্ৰেয়সীৰ কোমল হাতৰ পৰশ অনুভৱ কৰিবলৈ পাইছে।

ৰাকেশে তাৰ খট্‌ দুটা কাণ দুখনৰ বহু তললৈকে লম্বাকৈ ৰাখে। ডাঢ়িবোৰ খুৰাই পেলায়। শকত গোফযোৰৰ আগ দুটা আঙুলিৰে পকাই পকাই ওপৰলৈ ভাঁজ লগাই থয়।

নৱৰ আকৌ ডাঢ়ি-গোফৰ ঠাচ্‌টো বেলেগ ধৰণৰ।

তাৰবোৰ কঠীয়াৰ দৰে নগজি এঠাইত দুডালমান আন এঠাইত দুডালমানকৈ গজিছে। ভিতৰুৱা গাঁও এখনত এঠাইত দুঘৰমান মানুহ; মাজত এখন সৰু পথাৰ এৰি আকৌ দুঘৰমান মানুহৰ বসতিৰ দৰে। গতিকে সি তাৰ ডাড়ি-গোঁফৰ চিনমোকাম নাৰাখি খুৰাই পেলায়। কাণত সোণৰ সৰু ৰিং এপাত পিন্ধে। দীঘলকৈ ৰখা চুলিকোছা ৰবৰ এডালেৰে বান্ধি ঘোঁৰাৰ নেজৰ দৰে পিঠিত ওলোমাই ৰাখে।

এই ল'ৰা তিনিজনৰ জীৱনত নিৰ্ধাৰিত গতিপথ নাই। সিহঁতে ঢৌৰ লগত উটি যাব খোজে। বতাহৰ সৈতে উৰিব খোজে। সিহঁতে বিচাৰে একোটা যাযাবৰী জীৱন। তাৰ কাৰণ হয়তো হ'ব পাৰে যে অভাৱ কি বস্তু সিহঁতে হৃদয়ংগম কৰিব নোৱাৰে। সিহঁতে জানে যে সিহঁতৰ দেউতাকহঁতে টকাৰ, সম্পত্তিৰ পাহাৰ সজাই থৈছে। সিহঁতে বুজি পায় সেই পাহাৰবোৰ যে অসৎ ধনেৰে গঠিত হৈছে। কথাবোৰে সিহঁতৰ অন্তৰত জোৱাৰৰ সৃষ্টি কৰে। ফলত সিহঁত হৈ পৰিছে এলেহুৱা, অকামিলা। ঘাইশিপা নথকা মেটেকাৰ দৰে পানীত ওপঙি থকা বিধৰ।

হিতেশ, ৰাকেশ আৰু নৰই যিখন পূজাথলীলৈ গৈছে তাত মানুহৰ সমাগম লোকে লোকাৰণ্য হৈ পৰিছে। মূল পূজা মণ্ডপৰ পৰা বহু দূৰলৈকে ৰাস্তাৰ দুয়োকাষে মন-প্ৰাণ হৰি নিয়া বিজুলীবাতিৰ আলোকসজ্জা। হৰেক ৰকমৰ মিঠাইৰ দোকানে ৰাস্তাৰ দুয়োকাষে জোপ পাতি ৰৈ আছে। গৰম জিলেপি, খুৰ্মা, কটানিমকি, বুণ্ডিয়া-ভুজিয়া বিভিন্ন ৰং-বিৰঙৰ মিঠাইৰ দোকানে গ্ৰাহকৰ মন মুহিবলৈ সাজি-কাচি অপেশ্বৰীৰ দৰে হৈ আছে। দুই-এজনে চিঞৰি চিঞৰি কৈছে, "আহক আহক, গৰম গৰম জিলেপি। মচমচীয়া-খমখমীয়া। অংগে অংগে ৰস। আহক, এবাৰ টেষ্ট কৰক। সুযোগ নেহেৰুৱাব।"

মিঠাইৰ দোকানবোৰৰ ফাঁকে ফাঁকে পিষ্টল, পুতলা, খেলনা, বেলুনৰ দোকানবোৰে কণ কণ ল'ৰা-ছোৱালীবোৰক হাত বাউল দি মাতি আছে। মানুহৰ ভিৰৰ মাজতে দুই-এটা শিশুৱে মাকৰ হাতৰ পৰা এৰা দি দোকানলৈ দৌৰ দিছে। তাকে দেখি মাকজনীয়ে সন্তানটো হেৰোৱাৰ ভয়ত চুৰ্তি হেৰাই পোৱালিটোৰ পাছ লৈছে। হেঁচা-ঠেলাত তেওঁৰ

অৱস্থা নাইকিয়া হৈছে। বুকুৰ পৰা চাদৰখন বাৰে বাৰে পিছলি পৰি লাজত পেলাইছে।

তেনে এটা ভিৰৰ মাজেদি হিতেশ, ৰাকেশ আৰু নৱই আগবাঢ়ি গৈ পূজাৰ ৰভাতলী পোৱাৰ কিছু আগত ৰাস্তাৰ বাওঁহাতে থকা বন্ধ পাণ গুমটি এটা পালে। তাৰ ওচৰত তিনিও থমকি ৰ'ল। নৱই হিতেশক ক'লে, 'মালটো ৰেডি কৰো দে?'

'কৰনা, সেইটো আকৌ সুধিবলগা কথা নে?'

নৱই তাৰ ছাৰ্টটোৰ ওপৰৰ জেপৰ পৰা চাৰমিনাৰ চিগাৰেট এটা উলিয়াই হিতেশক দি ক'লে- 'হু, ইয়াৰ মালটো তই এবোৰচন কৰ। মই আমাৰ মালটো বনাওঁ।'

এইবাৰ সি পিন্ধি থকা জিনছ্‌ৰ পেন্টটোৰ পকেটৰ পৰা কাগজেৰে মেৰাই ৰখা ঘূৰণীয়া সৰু টোপোলা এটা উলিয়ালে। তাৰে কিছু অংশ বাওঁহাতৰ তলুৱাত লৈ সোঁহাতৰ বুঢ়া আঙুলিৰে পিহি থাকিল। তেনেতে ৰাকেশে মাত দিলে-

'তহ'তে ৰকেট বাহিৰ কৰিলেয়েই নেকি? ময়ো

তেনেহ’লে মোৰ পিষ্টল উলিয়ালো।’ হুইস্কিৰ সৰু বটল এটা পেন্টৰ পকেটৰ পৰা উলিয়াই হিমেশহঁতক দেখুৱালে। লগে লগে হিমেশে ৰাকেশক ক’লে-

‘পিষ্টলত কড়া বুলেট ভৰাবি, নহ’লে ৰকেটৰ গতিক চুব নোৱাৰিবি।’

“ধেৎ, ৰাকেশে আমাৰ দৰে ৰকেটত উঠি শূণ্যত বিচৰণ নকৰে নহয়। সি এই পৃথিৱীতে ঘূৰি ফুৰিব। ” - নৱই ক’লে।

ৰাকেশে পাণ গুমটিটোৰ আঁৰলৈ ৰ’ (Raw) হুইস্কি তাৰ মুখ গহ্বৰত ঢালি উঠি মুখখন বেকেটাই দিলে। যেনিবা দৈত্য এটাহে তাৰ পাকস্থলীলৈ সোমাই গৈছে।

কিছু সময়ৰ পাছত দৈত্যটোৱে তাক জোকাৰি দিব। শিৰা-উপশিৰাৰে সেই জোকাৰণি তাৰ মগজুত প্ৰৱেশ কৰিব। আৰু সেইটোৱে তাৰ কাম্য। তাত উন্মাদনা আছে। চঞ্চলতা আছে। গা-মন ৰাইজাই কৰে। নৱই হিতেশৰ হাতৰ পৰা খালী হোৱা চিগাৰেটৰ চোকোৰাটো লৈ দিয়াচলাইৰ কাঠিৰ সহায়ত তাৰ হাতৰ তলুৱাত থকা গুৰিবোৰ তাত ভৰালে।

অৰ্থাৎ নতুন মচলাৰে বনোৱা এটা নতুন চিগাৰেট। হিমেশে চিগাৰেটটোৰ এটা মূৰ দুই ওঁঠৰ মাজত ল'লে। নৱই জুইশলা এডাল আনটো মূৰত ধৰি দুয়োজনে একেলগে কৈ উঠিল,- "বোম ভোলানাথ।"

তিনিওজনে আগবাঢ়ি গৈ পূজা মণ্ডপৰ ওচৰ পালে।

'সৰস্বতীটোৰ তলৰ ওঁঠৰ সোঁফালৰ কিনাৰত এটা তিল থকাহেঁতেন বৰ ধুনীয়া লাগিলহেঁতেন।' প্ৰতিমালৈ চাই থাকি হিতেশে মন্তব্য কৰিলে। তাৰ কথাত ৰাকেশে মাত দিলে-

'ইমান আঁতৰৰ পৰা সৰস্বতীৰ ওঁঠত তিল আছে নে নাই তাকো দেখা পালি?' উৎফুল্লিত হৈ নৱই ৰাকেশক ডাউন দিয়াৰ কাৰণে ক'লে- 'দেখা নাপাৱ? আৱে, ৰকেটৰ গতি হয়। অতি সূক্ষ্ম বিচাৰ। তোৰ পিষ্টলৰ বুলেটত সেই সূক্ষ্ম বিচাৰ নাথাকে। তাত থাকে ভায়লেঞ্চ-উত্তেজনা-মাৰ-ধৰ।'

এইবাৰ কথাৰ গতি সলনি কৰিবলৈ ৰাকেশে নৱক ক'লে- 'বাৰু বাৰু বাদ দে সেইবোৰ। আৎচা নৱ, সৰস্বতীয়ে

কাৰোবাৰ লগত বিয়া-চিয়া হৈছিল নে নাই অ’?

‘মই সেইবোৰ নাজানো ভাই।’

‘দেৱী দুৰ্গাৰ সোঁৱে বাঁৱে থকা লক্ষ্মী, সৰস্বতী, কাৰ্তিক, গণেশ- এই সকলোবোৰ পেটুৱা মহাদেৱটোৰ পৰিয়াল নহয় জানো?’

‘হয় নেকি? এঃ ভালকৈ নাজানো বে।’

‘শিৱটো বোলে দাল-দৰিদ্ৰ আছিল। টিকাত বাঘৰ ছাল এখন মেৰিয়াই তহঁতৰ দৰে ৰকেট হুপি বহি থাকে। ভিক্ষা মাগি ফুৰে। তেনেস্থলত চা চোন, বুঢ়াৰ ঘৈণীয়েক, জীয়েক-পুতেহঁতৰ গাত কিমান দামী দামী অলংকাৰ আৰু কাপোৰ আছে। আমাৰ পাপাহঁতৰ দৰে তেওঁলোকৰো নিশ্চয় দুই নম্বৰী মাল আছে। হয় নে নহয়?’

‘মই সেইবোৰ নাজানো বে। কিয় মোক পেঘেনিয়াই আছ? হিতেশক সোধ। সি অলপ পঢ়া-শুনা কৰে।’

‘তাক সুধি লাভ নহ’ব। আৰ্টিষ্টে সৰস্বতীৰ তিলটোৰ সৈতে কাপোৰ সাজ মেট্‌ছিং কৰিছে নে নাই তাৰ গৱেষণা কৰি আছে। নহয় নে হিতেশ?’

নৱই প্ৰতিমাৰ পিনে চাই থাকিল। হিতেশে যদিও আগৰে পৰা প্ৰতিমাবোৰৰ সৌন্দৰ্য চাই আছিল তাৰ কাণ দুখন কিন্তু নৱ আৰু ৰাকেশৰ কথাবোৰৰ পিনে আছিল। প্ৰতিমাৰ পিনে চাই থাকিয়ে সি ক'লে, 'লক্ষ্মী আৰু সৰস্বতী মহাদেৱ আৰু দুৰ্গাৰ সন্তান নাছিল অ' ৰাকেশ; সমুদ্ৰ মন্থনত লক্ষ্মীক পোৱা হৈছিল। আৰু সৰস্বতী আছিল ব্ৰহ্মাৰ মানস কন্যা।' হিতেশৰ কথাত অতি কৌতুহলেৰে নৱই সুধিলে-

'এইবোৰ কথা তই ক'ত শুনিছ?'

'শুনা কথা নহয়। কিতাপত পঢ়িছো। দে চিগাৰেট এটা আকৌ বনা। মালটো ভাল নাছিল। মনটো গধূৰ গধূৰ লগা নাই।'

'কি ক'লি? মালটো বেয়া? আবে, মণিপুৰী মাল হয়। কিমান কষ্ট কৰি যোগাৰ কৰিছো। পাখি মিঞা ফছি যোৱাৰ পাছত ভাল মাল নোপোৱা হৈছে।'

হিতেশে আৰু নৱই হঠাৎ আৱিস্কাৰ কৰিলে যে ৰাকেশ সিহঁতৰ লগত নাই।

'ৰাকেশ ক'লৈ গ'ল অ' নৱ?' হিতেশে ক'লে?

'ময়ো গম নাপালো ক'লৈ গ'ল। ক'লৈ যাব আৰু? চিকাৰ বিচাৰিছে।'

ভাং ভৰোৱা চিগাৰেটটো হুপি হুপি হিতেশে নৱক ক'বলৈ ধৰিলে- "চা নৱ, দহখন হাতৰ দেৱী দুৰ্গা, সিংহ, ম'হ, কাৰ্তিক, গণেশ, লক্ষ্মী, সৰস্বতী, এন্দুৰ, হাঁহ, ফেঁচা, ময়ূৰ- এই আটাইবোৰ একো একোটা প্ৰতীক নহয় নে? প্ৰত্যেকটো চৰিত্ৰই একোটা অৰ্থ প্ৰকাশ কৰা নাই নে? কল্পনা প্ৰসূত কোনোবা আদিম শিল্পীৰ সৃষ্টি। হাতীৰ মূৰটোৰ সৈতে ব্যোম পেটডাল হৈ গণেশে হেনো এটা এন্দুৰৰ পিঠিত উঠি ঘূৰা-ফুৰা কৰে। এইটো এটা মস্ত জোক (Joke) বা গভীৰ দৰ্শন। কাৰ্তিক আৰু দেৱী দুৰ্গাৰ সম্পৰ্কৰ বিষয়ে জান নে নাই? এঃ থাকক দে সেইবোৰ লেতেৰা কথা।"

অলপ আঁতৰত হুলস্থুলীয়া পৰিৱেশ এটাৰ সৃষ্টি হ'ল। ভালকৈ বিজুলীবাতিৰ পোহৰ নপৰা ঠাই এডোখৰত বহুত মানুহে ঘেৰি লৈ তললৈ চাই আছে। তাৰ মাজৰ পৰা 'মাৰ মাৰ, হাত ভাঙি দে- তাৰ মুখৰ জিওগ্ৰাফী বদলাই দে' আদি চিঞৰ-বাখৰ হিতেশহঁতৰ কাণত পৰিল। সিঁহতেও সেইপিনে বেগাই গ'ল। কেইজনমান মানুহে মাটিত বগৰাই লৈ ল'ৰা এজনক ভৰিৰে গুৰিয়াই আছে। অস্পষ্ট পোহৰত তাৰ মুখখন নৱহঁতে ভালকৈ দেখা নাছিল। নুমাই থকা টিউব

লাইটটো হঠাৎ জ্বলি উঠাত ঠাইখন পোহৰ হৈ পৰিল। হিতেশ আৰু নৱই ভূত দেখা যেন পালে। মাৰ খাই থকা ল’ৰাজন সিহঁতৰে বন্ধু ৰাকেশ। সিহঁত আঁতৰি পিছুৱাই আহি আলেঙে আলেঙে চাই থাকিল।

থানাখনৰ ভিতৰত ৰাকেশে চুক এটাত থিয় হৈ তলমূৰকৈ আছে। তাৰ এটা চকু ফুলি উঠি চকুৰ মণিটো নেদেখা হৈছে। নাকেৰে আৰু কোৱাৰিৰে তেজ বৈ অহাৰ চিন আছে। চোলাটো ফাটি গৈছে। তাত মাটি আৰু তেজৰ দাগ লাগি আছে।

অ’চিজনে তেওঁৰ টেবুলৰ ওচৰলৈ মতাই আনি ৰাকেশক প্ৰশ্ন কৰিলে- ‘তোৰ লগত আৰু কোনোবা আছিল নেকি ? নে তই অকলে মৰসাহ কৰি কামটো কৰিলি ?’

ৰাকেশ নিমাত। নৱ আৰু হিতেশে আন্ধাৰৰ সুযোগ লৈ আঁতৰৰ পৰা কথাবোৰ শুনি আছিল। ভয়তে সিহঁত পলাল।

অ’চিয়ে বেতডালেৰে টেবুলত জোৰকৈ কোব এটা মাৰি খং মিহলি কণ্ঠস্বৰত ক’লে, ‘নকৰ কিয়- তোৰ লগত কোন আছিল।’ কান্দি কান্দি ৰাকেশে ক’লে, ‘নাই কোনো নাছিল।’

এইবাৰ অ’চিয়ে বহাৰপৰা থিয় হৈ লাঠিডাল

ৰাকেশৰ পেটত হেঁচি ধৰি দাঁত কামুৰি ক'বলৈ ধৰিলে- “কিহে পাইছিল তোক আদহীয়া মাইকীজনীৰ তপিনাৰ মাংস এটুকুৰা চিকুটি চাবলৈ? নিধক-অসভ্য ক'ৰবাৰ। মাইকী এজনীৰ তপিনাখন চুই চালি। চিকুটি দিলি। দিলি দিলি বাৰু, কিন্তু তই পলাই নগৈ ধৰা পৰি গ'লি কিয়? অযথা আমাৰ কাম বঢ়ালি। তোক এতিয়া আই পি চিৰ 509 ধাৰা মতে এৰেষ্ট কৰি ৰাতিটো লক্‌আপত ভৰাই ৰাখি পুৱা কোৰ্টলৈ চালান দিয়া হ'ব।”

ভয়তে ৰাকেশে অ'চিৰ ভৰিত পৰি হুক্ হুকাই কান্দি কান্দি ক'লে- ‘ছাৰ, মোক ক্ষমা কৰক। এনে কাম আৰু কেতিয়াও নকৰো।’

‘ক্ষমা মই কৰিব নোৱাৰো। সেই মাইকীজনীয়েহে তোক ক্ষমা কৰিব পাৰিব।’

‘নহয় ছাৰ, মই শপত খাই কৈছো জীৱনত এনে ভুল দ্বিতীয়বাৰ নকৰো। মোক ক্ষমা কৰক।’

অ'চিৰ খংটোৱে সামান্য মূৰ দোৱালে। ‘চাওঁ, ভৰিৰ পৰা উঠ’ বুলি কৈ ৰাকেশক তুলি দি হাত দুখন পাছফালে বেঁকা কৰি তাৰ মাজত লাঠিডাল কোমৰত ৰাখি ৰুমটোৰ ভিতৰত কিছুপৰ পাইচাৰি কৰি থাকিল। তাৰ পাছত নিজৰ চকীখনত বহি ছেকেণ্ড অফিচাৰ বিষ্ণু শইকীয়াৰ পিনে চাই

ক'লে- 'শইকীয়া, ইয়াৰ কেছটো কি কৰো? ৰেজিষ্টাৰ কৰো নে নকৰো? কি ভাবে?'

শইকীয়াই মিচিকিয়া হাঁহি এটা মাৰি ক'লে- "আচলতে সি পাবলগীয়া শাস্তিতকৈ ৰাইজে তাক বেছিকৈ শাস্তি দিছে। আৰু এটা কথা ছাৰ, সেইটো তাৰ দোষ নহয়, তাৰ বয়সৰহে দোষ। মোৰ মতে P.R.Bond ত জামিন লৈ তাক খালাচ দিয়া ভাল হ'ব। আমাৰো কাম কমিব।"

অ'চিয়ে কাগজ এখনত চহী লৈ ৰাকেশক যাবলৈ দিলে।



# বিয়াৰ উপহাৰ

আজিকালি বেছিভাগ বিয়া বিবাহভৱনত অনুষ্ঠিত কৰা হয়, বিশেষকৈ গুৱাহাটী মহানগৰীত। নিজৰ ঘৰত আহল-বহল মুকলি ঠাইৰ অভাৱ। বহুতো দৰাপক্ষই নিজৰ ঘৰত অনুষ্টুপীয়াকৈ বিয়াখন পাতি এদিন বা দুদিন পাছত বিবাহভৱনত অভ্যৰ্থনাৰ আয়োজন কৰে। সেইদিনা দৰা-কইনাক সজাই-পৰাই কাপোৰৰ দোকানত ৰখা শ্ব'কেছৰ মূৰ্তিৰ দৰে এঠাইত বহাই থয়। নিমন্ত্ৰিত আলহীসকল আহি কইনাৰ হাতত ফুলাম কাগজেৰে মেৰিওৱা টোপোলা একোটা তুলি দিয়ে। তাৰ পাছত মানুহবোৰে ডাইনিংৰুমত সোমাই হাতে হাতে কাঁহী লৈ জেলৰ কয়দীৰ দৰে খোৱা বস্তু বিলোৱা বিলনীয়াসকলৰ পৰা খাদ্য সম্ভাৰ সংগ্ৰহ কৰি থিয়ৈ থিয়ৈ খাবলৈ ধৰে।

উদ্ধৱ বায়নে পুত্ৰ অংকুৰৰ বিয়াখনত সেই আধুনিক প্ৰথাটোৰ বিলোপ সাধন কৰি পুৰণি গাঁৱলীয়া প্ৰথাটোক

উদ্ধাৰ কৰিব খুজিছিল। একেদিনাই পুৱা শ্ৰাদ্ধৰ জা-যোগাৰ কৰাৰে পৰা আৰম্ভ কৰি পুৱাৰাতি দৰাই কইনাক লৈ ঘৰ সোমোৱালৈকে এটা হুলস্থুলীয়া, শৰীৰত ভাগৰ লাগিলেও অনুভৱ নকৰা সময়ছোৱাৰ মাদকতা আৰু আনন্দখিনি দুদিনত ভগাই কৰা কাৰ্যই দিব নোৱাৰে বুলি উদ্ধৱ বায়নে ভাবে। আকৌ বিয়ালৈ নিমন্ত্ৰণ কৰা আলহীসকলে যদি খোৱা বস্তুখিনি ভালকৈ বহি খাব নোৱাৰে তেতিয়া মনত বেজাৰ লাগে। বায়নে সেইটো বেয়া পায়।

একেদিনাই বিবাহ সম্পন্ন কৰিবলৈ ওলোৱা বায়নৰ প্ৰস্তাৱটো ঘৈণীয়েক আৰু পুতেকৰ লগত আলোচনা-বিলোচনা কৰি সৰ্বসন্মতিক্ৰমে গ্ৰহণ কৰা হ'ল। কিন্তু আলহীক শুশ্ৰূষা কৰাৰ পদ্ধতিত বায়নে উজুতি খালে। অংকুৰৰ চখ বুফে খানাত। ৰান্ধনিয়ে ক'লে, 'চকী-মেজত বহি খোৱাতকৈ বুফেত খৰচ কম পৰিব।' ঘৈণীয়েক নিৰুপমাই ক'লে, 'সন্ধিয়া সাত বজাৰ পাছত একেলগে ঢেৰ মানুহ গোট খাব। চম্ভালা টান হৈ পৰিব।' এই আটাইবোৰ তথ্যৰ পৰা যোগ-বিয়োগ, পূৰণ-হৰণ কৰি বায়নে যিটো উত্তৰ পালে সেইটো হ'ল তেওঁ বেয়া পোৱা কামটো অৰ্থাৎ বুফে প্ৰথাৰ প্ৰচলন বাহাল থাকিব লাগিব।

গৰম বৰকৈ পৰিছে। উদ্ধব বায়নে বিচনিখন

হাতত লৈ বাৰাণ্ডাত বহিছে। অলপ আঁতৰত থকা আম গছজোপাৰ ডালত এহাল কপৌ চৰায়ে ইটোৱে-সিটোক মৰম কৰি আছে। বায়নে সেইফালে ওঁঠত মিঠা হাঁহি এটালৈ নিবিড়ভাৱে চাই আছে। হঠাৎ চৰাইহালে ভুৰুংকৈ কোনোবা ফালে উৰি গ'ল। তাৰ পিছে পিছে বায়নৰ মনটোও অংকুৰৰ বিয়াৰ কথালৈ উৰা মাৰিলে।

অংকুৰৰ বিয়াত কমখন কষ্ট কৰিলেনে বায়নে। অকলশৰীয়া মানুহ। চাকৰিৰ পৰা অৱসৰ পাবৰ তিনি বছৰ হ'ল। ইপিনে কঁকালৰ বিষ। গতিকে বিষবোৰে শৰীৰত গোট মাৰি অলৰ-অচৰ কৰাৰ আগতে ল'ৰাটোৰ বিয়াখন পাতিবলৈ থিৰাং কৰিছিল। তেৰ ব'হাগ, সাতাইশ এপ্ৰিল তাৰিখে বিয়াৰ দিন ঠিক কৰিছিল।

অংকুৰ, বায়নৰ একমাত্ৰ ল'ৰা। কৰ্মসূত্ৰে আঁতৰত মানে মুম্বাইত থাকে। এটাই ল'ৰা যেতিয়া লগত থাকিলে ভাল লাগিলেহেতেন। এবাৰ বিহুত অংকুৰ ঘৰলৈ আহোতে বায়নে তাক কৈছিল, 'ইয়াত, মানে গুৱাহাটীতে চাকৰি এটা যোগাৰ কৰিব নোৱাৰিনে?' উত্তৰত সি কৈছিল, 'দেউতা, গুৱাহাটীত চাকৰি পাম সঁচা। কিন্তু যিটো কাম কৰি মই মুম্বাইত মাহত এক লাখ টকা উপাৰ্জন কৰো, গুৱাহাটীত দহ হেজাৰো নাপাম সেইটো কামত।' তেতিয়াৰ পৰা বায়নে

ল'ৰাক একো কোৱা নাই।

বিয়াখন সুকলমে পাৰ হৈ গ'ল। বায়নে স্বস্তিৰ নিশ্বাস পেলালে। বিয়াৰ পাছত পুত্ৰ-বোৱাৰীহঁত কমেও এমাহমান ঘৰত থাকিব বুলি বায়ন দম্পতীয়ে আশা কৰিছিল। কিন্তু সিহঁত নাথাকিল। থাকিব নোৱাৰে; চাকৰিৰ কৰ্তব্যৰ খাতিৰত। ছুটী নাই। বিয়াৰ এসপ্তাহ পাছতে সিহঁত সিহঁতৰ পামখনলৈ উৰা মাৰিলে।

বিয়া চলোৱা কামটো উদ্ধব বায়নৰ এই প্ৰথম অভিজ্ঞতা। তেওঁ বুজি পালে যে পৰ্যাপ্ত পৰিমাণে হাতত টকা থাকিলে গুৱাহাটীত বিয়া পতা তেনেই উজু কাম। বিবাহভৱন, পুৰোহিত, ৰান্ধনি, গেলামাল, মাছ-মাংস, দৈ-মিঠাই সকলোবোৰ বস্তুকে আগধৰি বুকিং কৰি ফিটিং কৰিলেই কাম খতম। যথা সময়ত বিয়াৰ বস্তুবোৰ নিৰ্বাচনৰ বাবে টিকট বিচৰা প্ৰাৰ্থীয়ে পাৰ্টিৰ অফিচত ভিৰ কৰাৰ দৰে বিবাহভৱনত হেতাওপৰা লগায়। কষ্টৰ ভিতৰত এটাই কষ্টৰ কাম। বিয়ালৈ নিমন্ত্ৰণী চিঠি হাতত লৈ ঘৰ বিচাৰি ফুৰা কামটো।

বিয়ালৈ নিমন্ত্ৰণ কৰি ঘূৰি ফুৰোতে পুৰা দুমাহ সময় লাগিছিল বায়ন দম্পতীৰ। টেলিফোনেৰে নিমন্ত্ৰণ কৰিলেও কিছুমানে বেয়া পায়। কয়, বোলে আমাৰ ঘৰলৈ আহি

নিমন্ত্ৰণ কৰাৰ সময় নাথাকে যদি আমাৰো বিয়ালৈ যোৱাৰ সময় নহয়। কথাবোৰ অযুক্তিপূৰ্ণও নহয়। তেনেকৈ ভবাৰ যুক্তিও আছে।

বিয়ালৈ মানুহ মাতি ফুৰা কামটোৰ পৰা তিতা-মিঠা অভিজ্ঞতাৰ আমেজ একোটাও বায়নে অনুভৱ কৰিছে। বায়নৰ শালপতিয়েকৰ জোঁৱায়েক সদানন্দ দাসক বিয়ালৈ নিমন্ত্ৰণ কৰা হোৱা নাই। বায়নে সদানন্দৰ ঘৰটো চিনি নাপায়। জনা মতে গণেশগুৰিত কোনোবা এপাৰ্টমেন্টৰ ফ্লেট এটাত ভাৰা কৰি আছে। বায়নৰ শালপতিয়েকে সদানন্দৰ ফ্লেটটো বিচাৰি উলিয়াবলৈ সহজ উপায় এটা দি বায়নক ক'লে-

'বাওঁহাতে মাৰ্বলৰ দোকান এখন পাব। তাৰ কিনাৰেদি যোৱা এক নম্বৰ গলিটোৰে সোমাই যাব। অলপ দূৰ গৈ শিৱ মন্দিৰ এটা পাব। মন্দিৰটোৰ কাযেৰে পূব পিনে সৰু গলি এটা গৈছে। সেইটোৰে গৈ বাওঁফালে ঘূৰিব। তাৰ পাছত সোঁফালে, পাছত পূব ফালে ঘূৰি গেলামালৰ দোকান এখন পাব। দোকানখনৰ পৰা আপ্‌টো পাৰ হৈ পূব পিনে ঘূৰিলেই এপাৰ্টমেন্টটো দেখা পাব। C-Block ৰ তৃতীয় মহলাত সদানন্দহঁত থাকে।" ঘৰ বিচাৰি উলিওৱা শালপতিয়েকৰ নিৰ্দেশনাটো শুনি বায়নে নিজকে কুৰুক্ষেত্ৰৰ যুদ্ধত চক্ৰবেহুত ভিতৰত সোমোৱা অভিমন্যু বুলি অনুভৱ

কৰিলে। তথাপি ‘ভাল বাৰু’ বুলি কৈ শালপতিয়েকৰ পৰা বিদায় লৈ সদানন্দৰ ঘৰ বিচৰাত লাগিল। মানুহক সুধি সুধি সদানন্দৰ ঘৰ বিচাৰোতে বায়নে একোবাৰ পিছুৱাই আহিছে। ঠিক কেৰমবোৰ্ডৰ বাউণ্ডাৰীৰ কাঠত ষ্ট্ৰাইকাৰটো মাৰি ৰিবন টানি গুটি পকেট কৰিবলৈ চেষ্টা কৰাৰ দৰে।

বহুপৰৰ মূৰত বায়নে এপাৰ্টমেন্টটো বিচাৰি উলিয়ালে। গেটখনৰ কাষত চাৰিফুটীয়া ৰুমটোৰ ভিতৰত বহি থকা চকীদাৰজনক সদানন্দ দাস থকা ফ্লেটটোৰ কথা সোধাত তেওঁ ক’লে, ‘আপুনি কোনজন সদানন্দ দাসক বিচাৰিছে?’

‘সদানন্দ দাস দুজন নেকি?’

‘হয়।’

‘যোৱা বছৰ যে বিয়া কৰাইছে? কেঁচুৱা এটা আছে?’

‘দুয়োজনেই যোৱা বছৰত বিয়া কৰাইছে। দুয়োজনৰে কেঁচুৱা আছে।’

উদ্ধৱ বায়ন বৰ বিমোৰত পৰিল। সদানন্দই কোনোবা কোম্পানীত চাকৰি কৰে বুলি বায়নে জানে; কিন্তু কোম্পানীটোৰ নামটো মনত নাই। ক্ষন্তেক টলকা মাৰি বায়নে ভাবিলে– সদানন্দ ঘৰত নাথাকিলেও শালপতিয়েকৰ জীয়েক অৰ্থাৎ বায়নৰ ভতিজী নিশ্চয় ঘৰত থাকিব। চিঠিখন

তাইৰ হাতত দি থৈ আহিব। মুখ ফুটাই বায়নে চকীদাৰক ক'লে-

'মোক দুয়োজন সদানন্দ দাসৰ ফ্লেট দুটা দেখুৱাই দিবানে?'

'কিন্তু দুয়োটা ফ্লেটতে এতিয়া তলা লগোৱা আছে। ছাৰ-বাইদেউহঁত নিজা নিজা চাকৰিলৈ ওলাই গৈছে।'

'কেঁচুৱাটো লগত লৈ গৈছে নেকি?'

'নাই নিয়া। বাইদেউসকলৰ মাকবোৰো গুৱাহাটীতেই থাকে নহয়। কেঁচুৱাবোৰক মাকসকলক গতাই থৈ তেওঁলোক চাকৰিলৈ যায়। উভতি আহোতে লৈ আহে।'

নিৰাশ মনেৰে উদ্ধৱ বায়ন ঘৰমুৱা হ'ল।

তন্ময়তাত বুৰ গৈ থকা উদ্ধৱ বায়নৰ হাতৰ পৰা পিছলি বিচনীখন পকীত পৰাত তেওঁৰ চিন্তাত যতি পৰিল। ওঁঠত মিচিকিয়া হাঁহিটো লৈ বাস্তৱলৈ উভতি আহিল। লগে লগে তেওঁৰ মনৰ পৰ্দাত জিলিকি উঠিল আন এটা ঘটনা।

বিয়াৰ দুদিন পাছত বায়নৰ পুত্ৰ, ন-বোৱাৰী, ঘৈণীয়েক আৰু খুলশালিয়েকে বিয়াৰ উপহাৰৰ পেকেটবোৰ খুলি খুলি চাই আছে। আগফালে বাৰান্দাত থিয় হৈ বায়নে মাংস যোগান ধৰা কচাইজনৰ লগত কথা পাতি আছে। কচাইজনক বিশ হাজাৰ টকা বায়নে আগধন

হিচাপে দি ৰাখিছে। সি আগতে প্ৰতি কিলো মাংসৰ বাবদ দুশ দহ টকা দাম শুনাইছিল। এতিয়া দাম বঢ়া বুলি কৈ দুশ বিশ টকাকৈ বিচাৰিছে। তাৰ মতে এক কুইন্টল বিশ কিলো ছাগলীৰ মাংসৰ দাম 26,400 টকা হয়। কিন্তু বায়নে তাৰ যুক্তি মানিব পৰা নাই। মাংসৰ দাম বঢ়া নাই। তদুপৰি খাহী ছাগলীৰ লগত পাঠী ছাগলীৰ মাংসও মিহলি কৰা বুলি বায়নে অভিযোগ কৰি কচাইৰ দামটো মানি লোৱা নাই। তেনেতে খুলশালীয়েকে আহি ক'লে, 'ভিনদেউ, ভিতৰলৈ আহক। উপহাৰবোৰ চাওকহি।'

বায়নে শেষত এহেজাৰ টকা কমকৈ দি কচাইজনক পঠিয়াই দি ঘৰৰ ভিতৰ সোমাল। বিয়াৰ উপহাৰবোৰ দেখি বায়নৰ চকু কপালত উঠিল। খুলশালীয়েকে বায়নৰ চকুলৈ চাই মুখ টিপি হাঁহিলে। বায়নে মুখেৰে একো শব্দ নকৰাকৈ বস্তুবোৰৰ ওপৰেদি এটাৰ পাছত এটাকৈ চকুহাল বগৰাই নিলে। সৰু সৰু কাচৰ বাটিৰ পেকেট। কাচৰ গিলাচৰ পেকেট। চাৰিটাৰ পেকেট। ছয়টাৰ পেকেট। অসংখ্য পেকেট। বাটি-গিলাচ-বাটি -গিলাচ। বায়নৰ অসহ্য লাগিল। বিবাহ ভৱনৰ পৰা বস্তুবোৰ ঘৰলৈ কঢ়িয়াবলৈ তিনিখন অটোভান লাগিছিল। সেইবোৰ ঘৰত জমা কৰি থ'বলৈকেও ঠাই নাই। জমাই ৰাখিলেও বা কি কামত আহিব সেইবোৰ?

'বাৰু মণ্টু, এই বাটি-গিলাচবোৰৰ একোটা ত্ৰঙ্গন্ধ ৰ দাম কিমান মান হ'ব পাৰে?' - বায়নে খুলশালিয়েকক সুধিলে।

'বিশ-পচিশ টকাৰ পৰা চল্লিশ-পঞ্চাশ মান হ'ব লাগে'-খুলশালিয়েকে ক'লে।

এই আপদীয়া কামত নহা বস্তুবোৰ উপহাৰ দিবলৈ কিহে পাইছিল মানুহবোৰক- বায়নে ভাবিবলৈ ধৰিলে। যিয়ে উপহাৰ দিলে তেওঁৰ পয়চাবোৰ খৰচ হ'ল; আনহাতে যিয়ে উপহাৰ গ্ৰহণ কৰিলে সেইজনেও একো নাপালে। পালে দোকানীজনে। কি যে অবিবেচক মানুহ। তাৰ সলনি টকা দহটা উপহাৰ দিলেও কামত আহিলহেঁতেন। বস্তুবোৰৰ মাজত আধুনিক-পাবত গজা-ফোঁপোলা আভিজাত্যৰ অসমীয়া সমাজ এখন বায়নে দেখা পালে।

ঘৈণীয়েকৰ চকুলৈ চাই বায়নে ক'লে, 'হেৰা, কাম কৰা মানুহ-দুনুহ আহিলে সেইবোৰকে এই বাচনবোৰ ভগাই ভগাই দিবাহে। সিহঁতৰ কামত আহিব পাৰে।'

'নাই নাই, ভিনদেউ, ভগাই দি শেষ নকৰিব। জমা কৰি থওক।'

'জমা কৰি থ'ম? কি কামত আহিব সেইবোৰ?'

'এবছৰত আপুনি কিমানখন বিয়ালৈ নিমন্ত্ৰণ পায়?,'

– খুলশালিয়েকে ক’লে।

‘পচিশ-ত্ৰিশখনটো হ’বই-বেচিও হ’ব পাৰে।,’ -বায়নে ক’লে।

“তেনেহ’লে? আপোনাৰ পচিশ-ত্ৰিশটা উপহাৰৰ পেকেট গুচি গ’ল।

এই পেকেটবোৰক নতুন লেবেল লগাই আপুনি বিয়াত উপহাৰ দি আহক?”

ক্ৰোধ আৰু ক্ষোভ প্ৰকাশ কৰি বায়নে চেপা কণ্ঠেৰে ক’লে, ‘কি ক’লি? উপহাৰ পোৱা বস্তুক আকৌ উপহাৰ? চিঃ চিঃ।’

খুলশালীয়েক মণ্টুৱে কৈ গ’ল– “ভিনদেউ, আপোনাৰ দৰে চিন্তা কৰা মানুহ আজিৰ সমাজত কাল্পনিক গল্প বা উপন্যাসৰ চৰিত্ৰহে মাথোন। আপুনি ভবা সমাজখন এতিয়া নাই। যুগৰ সলনি হৈছে। আজিকালি সকলোৱে জন্মদিনৰ উপহাৰ, তোলনী বিয়াৰ উপহাৰ, বিয়াৰ উপহাৰ সকলোবোৰ যতনাই জমা কৰি থয়। আৰু সময়মতে সেইবোৰক উপহাৰ হিচাপে দি থৈ আহে। আপুনিও কেইবছৰমানলৈকে উপহাৰ নিকিনাকৈ বিয়া খাই ফুৰিব পাৰিব।”

তেতিয়া সন্ধিয়া ভাঙি নিশা হৈছিল। আকাশখন ক’লা ডাৱৰে ঢাকি ধৰিছিল। মাজে মাজে বিজুলী

ঢেৰেকণি। ক’লা ডাৱৰবোৰ বায়নৰ চকুৰ কোণত লাগি ধৰিছিল।



# অট্টালিকাৰ উচুপনি

বিশ পঁচিশ বছৰমান আগতে ঠাই ডোখৰ এখন খেতি পথাৰ আছিল। পূবৰ পৰা দক্ষিণলৈ পাহাৰেৰে আগুৰা এই ঠাই ডোখৰত এসময়ত জন জাতীয় লোকসকলে ধান, মাহ, সৰিয়হ, কুঁহিয়াৰ আদিৰ খেতি কৰিছিল। তেতিয়া বাৰিষা কালত পথাৰখন আৰু পাহাৰখন পূৰ্ণ যৌৱনা প্ৰাপ্ত এজনী গাভৰুলৈ সলনি হৈছিল। পাহাৰখনৰ গাঢ় সেউজীয়া ৰঙটো যেন এখনি চাদৰ আছিল। তাৰ মাজে মাজে সোণাৰুৰ হালধীয়া ফুলবোৰে যেন বুটা বাচিছিল। পাতল সেউজীয়া কোমল ধাননি ডৰাই বতাহৰ ছন্দে ছন্দে বিহুৱতী গাভৰুৰ দৰে আত্মবিভোৰ হৈ নাচিছিল।

মানুহৰ চহৰমুখী অভিযানত প্ৰকৃতি কোচখাই যায়। চহৰৰ বুকুত প্ৰকৃতি হেৰাই যায়। যান্ত্ৰিক সভ্যতাৰ অগ্ৰগতিত মানুহ চহকী হয়; ভাবাবেগ টুটে। মৰম চেনেহবোৰ হেৰাই

যায়। মানুহ গাইগুটিয়া হৈ পৰে।

মেইন ৰ'ডৰ পৰা এক কিলোমিটাৰ দক্ষিণে অৱস্থিত এই ঠাইডোখৰলৈকে চহৰৰ সুঁতি এটা আগবাঢ়িল। মানুহ বসতি কৰিবলৈ লোৱা পোন্ধৰ বছৰমান হ'ব। তিনিটা চুবুৰীত ঠাইকন বিভক্ত। তাত তৰ্জাৰে বেৰ দি একচলীয়া টিনপাতেৰে সজা ঘৰৰ পৰা আৰম্ভ কৰি চাৰি মহলীয়া কংক্ৰীট বিল্ডিংবোৰে মানুহবোৰৰ আৰ্থিক অসমতাৰ কথা বুজায়। ওপৰলৈ উঠি যোৱা বিল্ডিংবোৰে সিঁহতৰ তলত থকা চাপৰ ঘৰবোৰলৈ চাই কটাক্ষ কৰি যেন কয়, “চা মই কিমান ওপৰলৈ উঠিছো। তহঁতে মোৰ লগত ফেৰ মাৰিব নোৱাৰ।” কেইটামান বিল্ডিং প্ৰথম মহলাতে ৰৈ গৈছে যদিও লোহাবোৰ ওপৰলৈ থিয় হৈ আছে। সেইবোৰৰ মাজত ভৱিষ্যতৰ সোণালী সপোনবোৰ সোমাই আছে। ভাবিছে, “এয়া আৰম্ভণিহে। জীৱনটো ইয়াতে শেষ নহয়; আৰু আছে।” আন কেইটামান পকী ঘৰ তিনি চাৰি মহলাত শেষ হৈছে। লোহা ওলাই থকা নাই। মাষ্টাৰ ডিগ্ৰীৰ পাচত ডক্তৰেট ডিগ্ৰীটোলৈ পাঠ্যক্ৰম শেষ কৰাৰ দৰে পকীঘৰ কেইটাৰ সামৰণি পৰিছে।

অঞ্চলটোৰ এটা চুবুৰীত এটা চাৰিমহলীয়া বিল্ডিঙৰ কাষত টিনপাতেৰে সজা অসম আৰ্হিৰ ঘৰ এটা আছে। ঘৰটো মাকৰ কোলাত শুই থকা কেচুঁৱাটোৰ দৰে বিল্ডিংটোৰ

কোলাত শুই থকা যেন লাগে। সেই ঘৰটোৰ বাসিন্দা কনক চৌধুৰী। নলবাৰীৰ ফালৰ মানুহ। সাধাৰণতে তেওঁ নলবেৰীয়া ভাষাৰে (উজনীয়াসকলৰ মতে ঢেকেৰী) কথা বতৰা পাতে। কিন্তু প্ৰয়োজনত শুদ্ধ লিখিত ভাষা কয়।

কনক চৌধুৰী এজন পণ্ডিত মানুহ। যথেষ্ট কিতাপ পঢ়ে। এম.এচ.চি. পৰীক্ষা পাচ কৰি এ.পি.এচ.চি. ত দৰ্খাস্ত পেলালে। টেক্স চুপাৰিণটেণ্ডেটৰ চাকৰি পালে। আচলতে তেওঁ কলেজৰ প্ৰবক্তা হোৱা হ'লে ভাল আছিল।সৰ্বসাধাৰণৰ দৃষ্টিত তেওঁৰ চাকৰিটোৰ লগত অবৈধ টকাৰ বান্দিলে মিত্ৰতা স্থাপন কৰে। কিন্তু চৌধুৰীৰ তালৈ ভ্ৰক্ষেপ নাই। টকাৰ বিনিময়ত তেওঁ সন্ধি স্থাপন নকৰে। নিজৰ ব্যক্তিত্ব অক্ষুণ্ণ ৰাখি বোকাৰ মাজৰ পদুম ফুল হৈ থাকিব খোজে। নিষিদ্ধ ফলখাই বাইবেলৰ আদামৰ দৰে পতিত হ'ব খোজা নাই। চৌধুৰীৰ ব্যক্তিত্ব, আত্মসন্মানক এম.এল.এ. মন্ত্ৰীয়েও ৰোধ কৰিব পৰা নাই। সেইসকলৰ অন্যায় আদেশকো কেৰেপ নকৰে তেওঁ।

চৌধুৰীয়ে সাধাৰণ চাৰ্ট পেন্ট পিন্ধে। নেক্‌টাই বা কোট চলা ব্যৱহাৰ নকৰে। ঘৈণীয়েকে গুঠি দিয়া চুৱেটাৰ পিন্ধে। চুলিবোৰ লাহি। কাষেৰে সেওঁতা ফলা। গাৰ বৰণ মিঠা। কপালখন বহল। নাকটো জোঙা। চকুত ডাঠ পাৱাৰৰ চছমা। বাটাৰফ্লাই কাট্‌ৰ গোফ এযুৰি। ওঠ দুটাই হাঁহো

হাঁহোকৈ থাকে। কথা কমকৈ কয়। যিখিনি কয় বৰ ৰসাল।

চৌধুৰীৰ ঘৰটোৰ পূৱ সীমাত ৰাতুল ফুকনৰ চাৰি তলাৰ বিল্ডিংটো। তেওঁ চেন্ট্ৰেল গৰ্ভৰ্ণমেন্টৰ কোনোবা এটা বিভাগত চাকৰি কৰে। চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী হিচাপে চাকৰিৰ আৰম্ভণিতে যোগদান কৰি বৰ্তমান উচ্চবৰ্গৰ সহায়ক। আগতে তেওঁ অইনৰ টেবুল মচিছিল এতিয়া অইন পিয়নে তেওঁৰ টেবুল চাফা কৰে। ফুকনৰ দুয়োখন হাতৰ দহটা আঙুঠিত পোন্ধৰটামান বাখৰে জ্বলমলাই থাকে। গলত তিনি চাৰি তোলা ওজনৰ সোণৰ চেইন। তাকে দেখি বহুত মানুহে কোৰাকুই কৰে,- "গ্ৰহই তেওঁক চকুমেলি চাইছে। বৃহস্পতি একদশত।"

কনক চৌধুৰী আৰু ৰাতুল ফুকনৰ মাজত তেনেকৈ আহ-যাহ অথবা কথা বতৰা নচলে। চকুৱে চকুৱে পৰিলে কৃত্ৰিম হাঁহি একোটাৰে দুয়ো দুয়োকে সম্ভাষণ জনায়। লোক চক্ষুত তেওঁলোক দুয়োজনৰে কেতিয়াও দাঁতে ওঁঠে লগা নাই যদিও কৃত্ৰিম চাৱনিৰ বিনিময়ত যেন তাচ্ছিল্ল্য নাইবা বিদ্ৰুপৰ ভাব একোটা দুয়োজনে অনুভৱ কৰে। ফুকনে যেন চৌধুৰীক কয়, - "টেক্স চুপাৰিণটেণ্ডেট্ হৈ কিডাল কৰিলা? বিল্ডিং এটা সাজিব নোৱাৰিলা। গাড়ী এখন লব নোৱাৰিলা। মোলৈ চোৱা; মই কি কৰা নাই? পৃথিৱীলৈ আহিছা যেতিয়া জীৱনটো উপভোগ কৰা। যুধিষ্ঠিৰ হৈ লাভ নাই। শেষত

ফাপৰে ধৰা কুকুৰটোহে লগ হব। টকাহে আচল বস্তু। টকাই সকলো দিব পাৰে।”

আনহাতে চৌধুৰীয়ে যেন ফুকনক কয়, “মূৰ্খ, টকাই সকলো দিব নোৱাৰে। তোমালোকে অকল ভোগবাদী পাৰ্থিব জগতখনহে জানা। আধ্যাত্মিক অপাৰ্থিৱ জগত এখনো যে আছে, সেই কথাতো নাজানা। ৰাময়ণ, মহাভাৰত, কীৰ্ত্তন-নামঘোষা, ভাগৱত গীতাই মানুহক কি শিক্ষা দিছে তুমিতো নাজানা। চেক্সপিয়েৰ, টলষ্টয়, বাৰ্টাণ্ড ৰাচেলৰ লেখাবোৰ যদি বুজি পালাহেঁতেন তেতিয়া জীৱনটো কেনেকুৱা তুমি বুজিলাহেঁতেন। তুমি তোমাৰ জীৱনটোক বুজি নোপোৱাৰ কাৰণে তুমি ডক্তৰ ফষ্টাচ, (Dr. Faustus) হ’বলৈ মন মেলিছা। ফষ্টাচে অসীম ক্ষমতাৰ বলীয়ান হৈ অতি লুভীয়া হৈ পৰিছিল। ধৰ্মগুৰু পোপৰ ভাত কাঢ়ি খোৱাৰ উপৰিও অন্যন্যা বিশ্বসুন্দৰী হেলেনৰ প্ৰতি লালায়িত হৈ শেষত মৃত্যু যন্ত্ৰণাত কাতৰ হৈ পৰিছিল।

কনক চৌধুৰী আৰু ৰাতুল ফুকনে এখন ওৱালৰ দুয়োপাৰে বসবাস কৰিছে যদিও; নাইবা দুয়োৰে মাজত কোনো আহফলা কথা নাই যদিও দুয়োজন মানুহ যেন পৰস্পৰৰ পৰা হাজাৰ মাইল নিলগত আছে। ফুকন আৰু চৌধুৰীৰ মাজত ঘৰুৱা ভাৱে অহা যোৱাটো সীমিত। চৌধুৰীৰ ঘৰত নাম প্ৰসংগ হ’লে ফুকন যায় আৰু ফুকনৰ

ঘৰত বাৰ্থডে পাতিলে চৌধুৰী যায়। কিন্তু তেওঁলোকৰ কাউন্টাৰপাৰ্ট সকলৰ এক চাৰি অনুপাতত অহা যোৱা চলে। অৰ্থাৎ মিচেছ চৌধুৰী মাহৰ মুৰত যদি এবাৰ ফুকনৰ ঘৰলৈ যায় মিচেছ ফুকনে চাৰিদিন চৌধুৰীৰ ঘৰলৈ আহে। ফুকনণীৰ ঘৰত থকা অত্যাধুনিক সা-সামগ্ৰীৰ কথা, সেইটো মাহত কি কি নতুন বস্তু কিনিলে, মিঃ ফুকনৰ প্ৰেচাৰটো আগতকৈ বঢ়িছে ইত্যাদি কথাৰ বকলা মেলে। সভা এখনত নিৰ্দিষ্ট বক্তাই দিয়া ভাষণ শুনাৰ দৰে মিচেছ চৌধুৰীয়ে শুনি যায়। প্ৰয়োজন সাপেক্ষে দুই এটা মন্তব্য দিয়ে।

বাহ্যিক সদাচাৰৰ পাতল আৱৰণ এটাই দুয়োখন ঘৰকে ধৰি ৰাখিছে যদিও তেওঁলোকৰ জীৱনধাৰাৰ পথ ভিন্নমুখী। কনক চৌধুৰীৰ ঘৰৰ পৰা ভক্তিৰসৰ বৰগীত, মাটিৰ গোন্ধ থকা লোকগীত অথবা বনগীতৰ সুৰ ভাঁহি আহে। আনহাতে ৰাতুল ফুকনৰ ঘৰত বজি থকা ৰক্ এ্যণ্ড ৰোল বা পপ্ চঙৰ কাণতালমৰা শব্দত দুৱাৰ খিৰিকি জপাব লগা হয়। একেই কাচৰ গিলাচত এটা ঘৰত শীতল পানীয় আৰু আনটোত হুইস্কী চলে।

এই ক্ষেত্ৰত মিচেছ চৌধুৰী বিশেষ সচেতন হৈ চলে। অতি কৌশলপূৰ্ণ ভাবে দুয়োখন ঘৰৰ মাজৰ সম্পৰ্কটো তেওঁ ক্ৰেক নোহোৱাকৈ ৰাখিছে।

এদিন ব'হাগ মাহৰ দুপৰীয়া। ল'ৰা-ছোৱালী দুটা

কলেজ আৰু স্কুললৈ গৈছে। মিচেছ চৌধুৰীয়ে চিলাই মেচিনত বহি তেওঁৰ ব্লাউজ এটা চিলাই কৰাত ব্যস্ত। কলিং বেলটো বাজি উঠিল। চৌধুৰীয়ে বাহিৰলৈ ওলাই গৈ দেখিলে যে মিচেছ ফুকন বৈ আছে।

“আহা অচিনাকি মানুহৰ দৰে বৈ আছা কিয়?” মিচেছ চৌধুৰীয়ে ক’লে আৰু মিচেছ ফুকনক ড্ৰয়িং ৰূমলৈ নি বহুৱালে।

মিচেছ ফুকন মিচেছ চৌধুৰীতকৈ বয়সত পাঁচ-ছয় বছৰে সৰু কাৰণে চৌধুৰীয়ে তুমি বুলি কয়। ফুকনে চৌধুৰীক বাইদেউ বুলি মাতে।

‘আপুনিতো বাইদেউ আমাৰ ঘৰলৈ নাযায়েই মাতি মাতিও নিব নোৱাৰো। সেয়ে খবৰ এটা লবলৈ বুলি ময়েই আহিলো।’ মিচেছ ফুকনে ক’লে।

‘বুজিচা, যাম যাম বুলি সদায় ভাবো। পিচে সময়কে উলিয়াব নোৱাৰো দেখোন। তুমিয়েই আহি থাকিবাচোন। তোমাৰতো কাম-বন তেনেকৈ নাথাকে।’- মিচেছ চৌধুৰীয়ে উত্তৰ দিলে।

কথাৰ মাজতে মিচেছ ফুকনে তেওঁৰ হাতৰ মোটা সোণৰ খাৰু কেইপাত কেইবাবাৰো লিৰিকি বিদাৰি চৌধুৰীৰ দৃষ্টি আৰু কৌতুহল আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিও বিফল হোৱাত নিজে ক’বলৈ ধৰিলে, - “বাইদেউ খাৰু কেইপাত

কেনে লাগিছে।”

‘নতুনকৈ বনালা নেকি? ধুনীয়া লাগিছে। অলংকাৰ আৰু মানুহজনীয়ে শুৱাই পৰিছা।’

‘আপুনিও এযোৰমান বনাই লওক না। পইচা লাহে লাহে দিলেও হব। সোণাৰীজন মিষ্টাৰ ফুকনৰ চিনাকি।’

‘বৰ্তমান পিন্ধি থকা যোৰেৰে চলি আছো নহয়। লাগিলে পাচত বনাম দিয়া।’ মিচেছ চৌধুৰীয়ে ক্ষয় যাবলৈ ধৰা খাৰু দুপাত এবাৰ চুই চালে।

মিচেছ ফুকনে যেনিবা এটা উদ্দেশ্য ব্যক্ত কৰিলে। আনটো উদ্দেশ্য প্ৰকাশ কৰাৰ চেলু বিচাৰি থাকিল। অসুখ বিসুখৰ কথা ওলাওতে এবাৰ মিচেছ চৌধুৰীয়ে ক’লে যে- তেওঁলোকে এদিন হাজোলৈ যাব লগা আছে। ল’ৰাটোৰ হাতত কাঠ আজ্নি ওলাইছে। বহুতে কয় হাজোৰ মাধৱ মন্দিৰত তুলসীৰ মালা উচৰ্গা কৰিলে বোলে নাইকীয়া হয়। সেই সুযোগতে মিচেছ ফুকনে তেওঁৰ দ্বিতীয় অভিযান পৰ্ব আৰম্ভ কৰাৰ সুৰঙা এটা বিচাৰি পালে।

‘অ হয় নেকি? তেনেহ’লে তাৰিখটো ঠিক কৰক। অলপতে আমাৰ নতুন চেন্ট্ৰ গাড়ী এখন ললে নহয়। সেইখনেৰে গৈ আহিম। এ.চি. আছে বৰ ভাল লাগিব।’

‘ভালেই হ’ব দিয়া। দিনটো ঠিক কৰি তোমাক

জনাম। এতিয়া ব'লা পাগঘৰলৈকে যাও। চাহো কৰো কথাও চোবাও।'

দুয়োজনী গৈ পাকঘৰত সোমাল। মিচেছ চৌধুৰীয়ে চাহৰ পানী উতলোৱাত লাগিল। মিচেছ ফুকনে আৰম্ভ কৰিলে-

'বুজিছে বাইদেউ, অনবৰতে কিৎচেনত সোমাই থাকি মই বৰ বিৰক্তি পাওঁ। আমি তিৰোতা মানুহবোৰে সদায় চাহ ভাতৰ মাজত যে সোমাই থাকিব লাগিব তাৰ কি মানে আছে? পুৰুষৰ লগত নাৰীৰো সমান অধিকাৰ আছে। হয় নে নহয়?'

ঈষৎ হুঁহাৰ দৰে কৰি মিচেছ চৌধুৰীয়ে ক'লে-

'কথাটো হওঁতে সঁচা। কিন্তু সৃষ্টিকৰ্তাই পুৰুষ আৰু নাৰীক বেলেগ বেলেগ শক্তি প্ৰদান কৰিছে। পুৰুষ আৰু নাৰীৰ একত্ৰিত শক্তি সঞ্চালনৰ ফলত সৃষ্টিৰ অংকুৰণ হয়; সেই অৰ্থত দুয়োৰে সমান অধিকাৰ আছে। কিন্তু সৃষ্টিৰ কষ্টবোৰ অকল নাৰীয়েহে বহন কৰিব লাগে। সেই কষ্টৰ ভাগ পুৰুষে লব নোৱাৰে। জন্ম দিয়া সন্তানক লালন পালন কৰিবলৈ পাগঘৰটো নাৰীৰ বাবে হৈ পৰে গৰ্ভধাৰণৰ দ্বিতীয় সংস্কৰণ। সেইকাৰণে পাগঘৰটোৰ সৈতে নাৰীসকলৰ এৰাব নোৱাৰা সম্পৰ্ক এটা গঢ়ি উঠে।'

“বাৰু বাদ দিয়া সেইবোৰ। পাচে তুমিতো পাগঘৰত কষ্ট কৰিব নালাগে। তুমি কাম কৰাকৈ ডাঙৰ ছোৱালী এজনী গাঁৱৰ পৰা আনিছা নহয়?” মিচেছ চৌধুৰীয়ে চাহ একাপ ফুকনণীলৈ আগবঢ়াই দি আকৌ ক’লে-

‘তুমি কোৱা মতে ছোৱালীজনীয়েতো তোমাৰ ঘৰখন চম্ভালি আটোমটোকাৰীকৈ ৰাখে। তুমিও তাইক বৰ মৰম কৰা।’

মিচেছ ফুকনে চাহ কাপলৈ হাত মেলিও হাতখন পিচুৱাই আনিলে। থতমত খালে। শিল পৰা কপৌৰ দৰে জুপুকা মাৰি ৰ’ল। বুকুৰ ধপধপনিটো বাঢ়ি গ’ল। দীঘলীয়াকৈ উশাহ টানিলে। মনতে ভাবিলে- কথাটো মিচেছ চৌধুৰীয়ে জানি কলেনে নে নেজানি ক’লে? কি কৰা যায় এতিয়া? সঁচা কথাটো কৈ দিলে নিজৰ মান সন্মান নোহোৱা হ’ব। আনহাতে আসৈ মাতিলেও মিচেছ চৌধুৰীয়ে এদিন নিশ্চয় জানিব। ইতিমধ্যে চৌধুৰীয়ে যদি জানি গৈছে? এনে স্থলত.... ? নাই নাই সঁচা কথা কৈ দিয়াই ভাল।

‘মোৰে শপত বাইদেউ, আপুনি আনৰ আগত নকব। কথা এটা কও।’

‘ইচ্ ৰাম, তুমি কি কব খুজিছা? তুমি ইমান চিৰিয়াচ হৈ গ’লা? মই তোমাৰ কাম কৰা ছোৱালীজনীৰ কথাহে

কৈছিলো। মই মাথো কৈছিলো যে তাইৰ ওপৰত নিৰ্ভৰ কৰি তুমি সুন্দৰকৈ চলিব পাৰা আৰু সেইকাৰণে তুমি তাইক মৰমো কৰা।'

সেমেকি উঠা চকুহালৰ কোন দুটা পিন্ধি থকা শাৰীখনৰ আচলেৰে টুকি ফুকনীয়ে ক'লে-

'তাইক মই তাইৰ ঘৰলৈ পঠাই দিলো।'

'পঠাই দিলা কিয়?'

'ফুকননী নিমাত।'

'তাই কিবা টকা পইচা অথবা অলংকাৰ পাতি চুৰ কৰিছে নেকি?'

'নহয় বাইদেউ? সেইবোৰ একো নহয়।'

'তেনেহ'লে? কি কাৰণত তাইক পঠাই দিলা?'

'মই তাইক মৰম কৰাৰ সুবিধা লৈ মিষ্টাৰ ফুকনেও তাইক মৰম কৰিবলৈ ধৰিলে।'

'তুমি ভুল কৰা নাইতো।', - মিচেছ চৌধুৰীয়ে ক'লে।

'দুয়োজনকে মই অসংযত অৱস্থাত দেখা পাইছো।', - মিচেছ ফুকনৰ উত্তৰ।

হুমনিয়াহ এটা পেলাই মিচেছ চৌধুৰীয়ে ক'লে-

"ছোৱালীজনীক পঠিয়াই দি ভালেই কৰিছা। এতিয়াৰ পৰা তুমি ঘৰখন, কিৎচেনখন নিজে চম্ভালি লোৱা। সকলো

# আকাংক্ষাৰ কক্ষচ্যুতি

ৰাতিপুৱা ঠিক চাৰে পাঁচটা বজাৰ লগে লগে পঢ়া টেবুলৰ ওপৰত থকা ঘড়ীটোৰ এলাৰ্মটোৱে যেন এটা দৈত্যৰ দৰে শব্দ কৰি জিতুক সাৰ পোৱাই দিলে। লগে লগে সি কাতিহৈ এখন কাণ গাৰুটোৰে আৰু সিখন কাণ হাতেৰে হেঁচা মাৰি ধৰি তাক আক্ৰমণ কৰা এলাৰ্মৰ শব্দটোৰ পৰা নিজকে ৰক্ষা কৰিবলৈ চেষ্টা চলালে। নাই সি যেন ব্যৰ্থ হ'ল। এটা সময়ত সি বিছনাৰ পৰা উঠি গৈ এলাৰ্মটো বন্ধ কৰি পুনৰ বিচনাত বাগৰ দিলে। চকু দুটা মুদি সি ভাবিবলৈ ধৰিলে –

আকৌ এটা কষ্টৰ দিন আহি পৰিল তাৰ। উঃ বৰ অসহ্য। বিষাদৰ কলা ডাৱৰে তাক আৱৰি পেলালে।

সি অনুভৱ কৰিলে যে তাক যেন এটা গড়ালৰ ভিতৰত চিৰিয়াখানাৰ জন্তুৰ দৰে আৱদ্ধ কৰি ৰখা হৈছে, দৰ্শকৰ মনোৰঞ্জনৰ কাৰণে। বাহিৰৰ পৰা বিধে বিধে খাদ্যসম্ভাৰ খুৱাই তাক নোদোকা কৰা হৈছে যাতে প্ৰতি পলকতে দৰ্শকৰ পৰা বাঃ বাঃ পায়। কিন্তু সি পিঞ্জৰাবদ্ধ হ'বলৈ ভাল নাপায়, নাপায় নহয় নোৱাৰে। তাক লাগে স্বাধীনতা, এখন মুকলি আকাশ, অকণমান শান্তি। কোনোপধ্যেই সি বন্দীত্ব মানি লব নোৱাৰে।

আঠুৱাখন নোকোচোৱাকৈ জিতু বিছনাৰ পৰা উঠিল। টুথব্ৰাচপাত হাতত লৈ সি গৈ বাথৰুমত সোমাল। ঠিক ছয় বজাৰ লগে লগে পঢ়া টেবুলত বহিব লাগিব, প্ৰতিপালকৰ আদেশ। সি না কৰিব নোৱাৰে।

যোৱা দুটা বছৰ ধৰি মাক-দেউতাকে বজাই থকা একেখন ৰেকৰ্ডকে শুনি শুনি জিতু অস্থিৰ হৈ পৰিছে। প্ৰবল উন্মাদনাই তাক জোকাৰি যায়। কিন্তু তাৰ সেই অস্থিৰতাৰ, উন্মাদনাৰ বহিঃপ্ৰকাশ ঘটা নাই। ভূ-গৰ্ভৰ উত্তপ্ত গলিত পদাৰ্থবোৰক ওপৰৰ টান খোলাটোৱে হেঁচি ৰখাৰ দৰে সি

তাৰ অস্থিৰ অৱস্থাটোক হেঁচি ৰাখি আছে। কিন্তু সি আজি পৰা নাই। অস্থিৰতাবোৰে যেন কোনোবা সুৰুঙাৰে বিস্ফোৰণ ঘটাব বিচাৰিছে।

জিতুৰ ভাল নামটো জিতুমণি শৰ্মা। সংক্ষেপে জিতু বুলি মাতে। চহৰৰ এখন নাম কৰা স্কুলৰ ছাত্ৰ সি। চোকা বুদ্ধিৰ ল'ৰা। বুদ্ধি অনুযায়ী সি ভালকৈ নপঢ়ে। তথাপি পৰীক্ষাবোৰত সি ষাঠিৰ পৰা সত্তৰ শতাংশ নম্বৰ পায়। শ্ৰেণীত ছাৰ-বাইদেউসকলে যিবোৰ শিকায় সেইখিনিয়ে তাৰ পঢ়া। ঘৰত নপঢ়ে যদিও হোমওৱাৰ্কখিনি কৰে।

জিতুৱে যে ঘৰত নপঢ়ে সেইটোৱে হ'ল মাক-দেউতাকৰ অশান্তিৰ কাৰণ। এটাই মাত্ৰ ল'ৰা। বুদ্ধিতো চোকা। গতিকে ভালদৰে পঢ়া-শুনা কৰিলে ভৱিষ্যতে সি ডাঙৰ মানুহ হ'ব পাৰিব। সকলো সন্তানৰ মাক-দেউতাকে তেনেদৰে আকাংক্ষা কৰে। জিতুৰ মাক-দেউতাকেও কৰিছে। সেই কাৰণে হাল টনা বলধৰ টিকাত খুচি থকাৰ দৰে জিতুৰ মাক-দেউতাকেও তাক অনবৰতে খুচি থাকে। পঢ়-পঢ়-পঢ়। তেতিয়া জিতুৰ মনত বেজাৰ লাগে। তাৰ ভাৱ হয় তাৰ মুকলি মনটোক যেন পিঞ্জৰাবদ্ধ কৰা হৈছে। তেতিয়া তাৰ প্ৰতিবাদ কৰিবলৈ মন যায়। কিন্তু সি সাহস

গোটাব নোৱাৰে। সি নিৰৱহে থাকে।

জিতুৱে এই বছৰ মেট্ৰিক পৰীক্ষা দিব। পৰীক্ষালৈ একমাহ সাত দিন আছে। স্কুলত পাঠদান কাৰ্য সম্পূৰ্ণ হোৱা কাৰণে ছাত্ৰ-ছাত্ৰীসকলক ঘৰত পঢ়িবলৈ ‘ষ্টাডি-লিভ’ দিয়া হৈছে। আৰু সেইটোৱেই হৈছে জিতুৰ ডাঙৰ অশান্তিৰ কাৰণ। পিঞ্জৰাবদ্ধ হৈ থকাটো সি সহ্য কৰিব নোৱাৰে। সি মুকলি আকাশৰ তলত মুক্তভাবে বিচৰণ কৰিব খোজে। ঘৰত সোমাই থাকি একেৰাহে পঢ়া টেবুলত বহি থাকিব লগা হৈছে। মাকে তাৰ লগত ঘড়ীৰ কাইটৰ লগে লগে অনবৰতে লাগি থাকে। খন্তেকৰ বাবেও তাক ঘৰৰ বাহিৰলৈ ওলাবলৈ নিদিয়ে। কাৰণ তাৰ পঢ়া-শুনা ক্ষতি হ’ব। স্কুল খোলা থকা সময়বোৰ হাঁহি-ধেমালিৰ মাজেদি পাৰ কৰিছিল। এতিয়া এটা দিন জিতুৰ কাৰণে এটা বছৰ যেন লগা হ’ল।

মুখ ধুই উঠি জিতুৱে গতানুগতিকভাৱে তাৰ পঢ়া টেবুলত বহিল। ইংলিচৰ কিতাপখন মেলি লৈ সি আকাশ-পাতাল ভাবিবলৈ ধৰিলে। কিতাপখন মেলি থৈ মাকক দেখুৱাব বিচাৰিছে যে সি একান্তবাধ্য ছাত্ৰ। আচলতে সি অন্য কথা মনত পাগুলি আছে।

সাতটামান বজাত থাল এখনত মাখন লগোৱা দুখন ব্ৰেড, এটা সিজোৱা কণী, এটা মালভোগ কল আৰু এগিলাচ

গাখীৰ লৈ জিতুৰ মাকে তাৰ পঢ়া টেবুলত সেইবোৰ থৈ ক'লে, "ৰাতি কেইটা বজালৈ পঢ়িলি?" জিতুৱে কোনো উত্তৰ নিদি এবাৰ মাকৰ চকুলৈ আৰু এবাৰ সজাই অনা খাদ্য-সম্ভাৰলৈ চাই মাথো এটা হুমনিয়াহ পেলালে। মাক আঁতৰি যোৱাৰ পিছতো ভালেমান পৰলৈকে খোৱা বস্তুবোৰ সি নুচুলে।

এনেদৰে সদায় মাকে ৰাতিপুৱাৰ ব্ৰেকফাষ্ট তাৰ পঢ়া টেবুলত আনি দিয়ে। সেইবোৰ খাই থকাৰ মাজত জিতুৱে পঢ়িও থাকিব পাৰিব। ডাইনিং টেবুললৈ মাতি নিলে অযথা পঢ়া সময় নষ্ট হ'ব বুলি তাৰ মাকে ভাবে। এঘাৰটামান বজাত আকৌ চাওমিন একপ্লেট আৰু হৰলিক্স এগিলাচ দি যায় হি। এটামান বজাত ভাত খাবলৈ দি দুইঘন্টা শুবলৈ দিয়ে। চাৰিবজাৰ পৰা আকৌ পঢ়িবলৈ দিয়ে। এনেদৰে নিশা বাৰবজালৈ মাক জিতুৰ লগত লাগি থাকে। তেওঁৰ এটাই আশা যে লৰাটোৱে পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হ'ব লাগে।

জিতুৰ ওচৰলৈ তাঁত বাটি কাঢ়ি থাকোতে মাকে কিবা নহয় কিবা উদাহৰণ দি তাক বেচিকৈ পঢ়িবলৈ উদগনি দিয়াৰ চেষ্টা কৰে। মাকে তাক কয়, "পঢ়া কিবা নুবুজিলে দেউতাৰক সুধিবি। নহ'লে ভট্ট ছাৰক ফোন কৰিবি। বলেন

মামাৰ ল'ৰা সিদ্ধাৰ্থই মেট্ৰিকত ষ্টেণ্ড কৰি মেডিকেল পঢ়িছে-দিল্লীত। ৰাণী পেহীয়েৰৰ ছোৱালী জিন্টিয়ে বোলে নিতৌ ওঠৰ ঘন্টাকৈ পঢ়ে। তয়ো গুৱাহাটীৰ বাহিৰত মেডিকেল বা ইঞ্জিনিয়াৰিং কলেজত পঢ়িব লাগিব।"

মাক আঁতৰি যোৱাৰ পাছত জিতুৱে বিছনাত দীঘল দি পৰি চকু দুটা মুদি থাকে। ভিতৰি ভিতৰি তাৰ অন্তৰখন জ্বলি পকি উঠে। সি ভাবে- "পঢ় পঢ় পঢ়। কেৱল পঢ়। উঃ অসহ্য। খাওতে বহোতে-উঠোতে-শোওঁতে কেৱল পঢ়? ডাক্তৰ হ'বি, ইঞ্জিনিয়াৰ হ'বি। সকলো মানুহে ডাক্তৰ ইঞ্জিনিয়াৰ হৈ খাইছে নেকি? অলপমান যদি শান্তিত থাকিব পাৰিলোহেঁতেন।"

জিতুৱে কবিতা লিখি ভাল পায়। ক্লাচ ফাইভৰ পৰা সি কবিতা লিখি আহিছে। প্ৰকৃতিৰ বৈচিত্ৰময় জগতৰ সৃষ্টিৰাজিকলৈ, সাধাৰণ মানুহৰ সুখ-দুখক লৈ সি কবিতা লিখে। বিভিন্ন আলোচনীত আৰু দুই এখন বাতৰি কাকতত জিতুৰ কবিতা প্ৰকাশ পাইছে। লগৰ ল'ৰা-ছোৱালীয়ে তাক 'কবি' বুলি জোকায়। তাৰ কবিতা পঢ়ি শিক্ষক-শিক্ষয়ত্ৰীসকেল প্ৰশংসা কৰে। তেতিয়া আনন্দত তাৰ মনটো নাচি উঠে। সি লিখাৰ প্ৰেৰণা পায়। প্ৰকাশ পোৱা কবিতা কেইটামান জিতুৱে মাক-দেউতাককো দেখুৱাইছিল। কিন্তু

তেওঁলোকৰ পৰা প্ৰশংসা পোৱা দূৰৰে কথা বৰঞ্চ দেউতাকে তাক কৈছিল- "কবিতা লিখি টকা ঘটিব নোৱাৰিবি। জীৱনত ভালদৰে চলিবলৈ হ'লে প্ৰচুৰ টকাৰ দৰকাৰ। টকা থাকিলে মান, সন্মান, আভিজাত্য সকলো কিনিব পাৰি। কবি হৈ মেল-মিটিং কৰি ঘূৰি ফুৰোঁতে তোৰ ফিটা চিঙা চেণ্ডেলযোৰ ভাল কৰি লবলৈও তোৰ পইচা নহ'ব। গতিকে এইবোৰে বাজে চিন্তা বাদ দি মন দি পঢ়- ডাক্তৰ হ'ব লাগিব।"

জিতুক লৈ কেতিয়াবা মাক-দেউতাকৰ মাজত কাজিয়া লাগে। দেউতাকে পাকঘৰলৈ চোচা লৈ মাকক তৰ্জন-গৰ্জন কৰে। "তোমাৰ কাৰণে ল'ৰা নষ্ট হৈছে। তোমাৰ লাই পাই সি মুৰত উঠিছে। পঢ়া-শুনা নকৰা হৈছে।"

মাক-দেউতাকৰ কাজিয়াবোৰ জিতুৱে শুনা পায়। সি তেতিয়া ভাবে যে গৃহকন্দলৰ মুলতে সি জগৰীয়া। মুখ খুলি প্ৰতিবাদ কৰিবলৈ তাৰ মান যায়। কিন্তু নোৱাৰে। সি তেতিয়া জুপুকামাৰি থাকে।

জিতুৰমতে দেউতাকে তাক যেন এটা বিসদৃশ প্ৰাণীলৈ ৰূপান্তৰিত কৰিবলৈ খুজিছে । সেই প্ৰাণীটো দেখাত যদিও মানুহৰ আকৃতিৰ তাৰ মুখত ভাটৌ চৰাইৰ দৰে এটা ঠোট আৰু পিচ পিনে বান্দৰৰ দৰে এডাল দীঘল নেজ থাকিব।

জিতুৱে দেউতাকে বিচৰা প্ৰাণীটো কেতিয়াও হ'ব নোখোজে। ভাটৌ চৰাইৰ দৰে মুখস্থ গাই বান্দৰৰ নেজৰ দৰে ডিগ্ৰী কিছুমান তাৰ নামটোৰ পিচত বহুৱাবলৈ তাৰ মুঠেই মন নাযায়। তাৰ মন যায় এজন কবি হ'বলৈ ।

অলপ সময় পিচত মাকে দ্বিতীয় পৰ্বৰ খাদ্য-সম্ভাৰ লৈ তাৰ ওচৰলৈ আহিব জিতুৱে ভাবিলে। থালখন টেবুলত থৈ তাৰ মুৰ গৰম কৰা ৰেকৰ্ডখন আকৌ বজাব। "ৰাতি কেইঘণ্টা পঢ়িলি? পঢ়াৰ কথাবোৰ ভালকৈ মনত ৰাখিবি। ভালকৈ পঢ়। তই ডাক্তৰ হ'ব লাগিব। পৰীক্ষালৈ বেছি দিন নাই।"

জিতুৱে কথাবোৰ ভাবি থাকোতে অফিচলৈ ওলাই যোৱাৰ আগমুহূৰ্ত্তত দেউতাকে আহি তাৰ পঢ়া টেবুলৰ ওচৰত থিয় হৈ ক'বলৈ ধৰিলে, "টিউশ্বন মাষ্টৰে দিয়া নোটবোৰ মুখস্থ হ'লনে? Maths কেইবাৰ Practice কৰিছ? এটা কথা কিন্তু কৈ দিছো যে প্ৰথম দহজনৰ ভিতৰত তোৰ নাম নাথাকিলেও বিশজনৰ ভিতৰত থাকিব লাগিব। খবৰৰ কাগজত তোৰ ফটো চপা হ'ব লাগিব।"

জিতুক কথাবোৰ কৈ দেউতাক অফিচলৈ ওলাই গ'ল। জিতুৰ কাৰণে হৰলিক্স তৈয়াৰ কৰিবলৈ মাক পাকঘৰত ব্যস্ত। জিতু গৈ বাথৰুমত সোমাল।

পিচদিনা খবৰৰ কাগজত তাৰ ফটো চপা হ'ল। ফটোখনৰ ওপৰত লিখা আছিল, "মেধাৱী ছাত্ৰৰ আত্মহত্যা।"

ফটোৰ তলত লিখা আছিল - 'বেংকৰ প্ৰথম শ্ৰেণীৰ বিষয়া শৰৎ চন্দ্ৰ শৰ্মাৰ একমাত্ৰ পুত্ৰ জিতুমণি শৰ্মাই চিপজৰীলৈ আত্মহত্যা কৰিছে। মেধাৱী ছাত্ৰ জিতুমণি শৰ্মাৰ আত্মহত্যাৰ প্ৰকৃত তথ্য এই বাতৰি লিখা পৰলৈ জানিব পৰা নাই। পুলিচৰ অনুসন্ধান অব্যাহত আছে।'



# মৃত্যু অহা বাটেদি

ড্ৰয়িংৰুমত বহি কিতাপখনৰ দুটামান পৃষ্ঠা পঢ়াৰ পিছত থানেশ্বৰ ডেকাৰ আৰু পঢ়াৰ মন নহ'ল। চকুৰ পৰা চচমাযোৰে খুলি পিন্ধি থকা গেঞ্জীটোৰে মচি মচি অন্যমনস্ক হৈ খিৰিকীখনেৰে বাহিৰলৈ চাই পঠিয়ালে। আকাশখনত মেঘবোৰে চেকুৰা-চেকুৰিকৈ গোটমাৰি লৰা-ধপৰা কৰি আছে। সেইবোৰৰ ছাঁ-পোহৰৰ জাহাজ একোখন ঠাইডোখৰৰ ওপৰেদি সময়ে সময়ে পাৰ হৈ গৈছে।

দিনৰ বাৰমান বাজিব পাৰে বুলি ডেকাই অনুমান কৰি ল'লে। ড্ৰয়িংৰুমৰ বেৰৰ ঘড়ীটো যোৱা ৰাতিৰ পৰা বন্ধ হৈ আছে। সম্ভৱ বেটাৰীটোত সঞ্চিত হৈ থকা শক্তিবোৰ শেষ হৈ গৈছে। সকলোবোৰ বস্তুৰ ভিতৰতে শক্তি কিছুমানক সঞ্চিত কৰি থোৱা হয়। কালক্ৰমত সেইবোৰ শেষ হৈ যায়,

একোটা নির্দিষ্ট সময়ৰ মূৰত। কাৰণ জন্ম হ'লে এদিন মৃত্যু হ'বই।

বহি থকাৰ পৰা উঠি গৈ থানেশ্বৰ ডেকাই নতুনকৈ সাজি থকা ঘৰটোৰ অসম্পূৰ্ণ অংশবোৰ চাবলৈ ধৰিলে। ৰাজমিস্ত্ৰীকেইটাও আজি নাহিল। 'অসম বন্ধ' বুলি ভয় খালে হ'বলা। অৱসৰ পোৱাৰ পিছত গ্ৰেচুইটী আৰু প্ৰভিডেন্ট ফাণ্ডৰ টকাকেইটাৰে বৰ্তমানৰ থকা ঘৰটোৰ কিনাৰেদি সুন্দৰকৈ অসম আৰ্হিৰ সৰু ঘৰ এটা সজাৰ বহুদিনীয়া কল্পনা আছিল ডেকাৰ। আগৰ ঘৰটোত থাকিব নোৱৰা অৱস্থা হৈছে। গুৱাহাটীৰ কৃত্ৰিম বানপানীত তল গৈ গৈ বেৰৰ তলৰ অংশবোৰ চুক ভেকুলীৰ পিঠিৰ দৰে হৈছে। নতুন ঘৰটোৰ কামখিনি সোনকালে শেষ হোৱা হ'লে ভাল আছিল। ডেকাই ভাবিলে।

পুনৰ উভতি আহি ড্ৰয়িংৰুমত বহি কিতাপখন আকৌ মেলি ল'লে। কিতাপখনৰ আধাপঢ়া পৃষ্ঠাটো চিনাক্ত কৰিবলৈ তাত সুমুৱাই ৰখা যাদৱ দাসৰ শ্ৰাদ্ধলৈ নিমন্ত্ৰণ কৰা চিঠিখন মেলি সেইখনত আকৌ এবাৰ চকু ফুৰালে। চিঠিখনত ছপোৱা দাসৰ ফটোখনত তেজাল মুখ এখন ডেকাই দেখিবলৈ পালে।

যাদৱ দাস ঢুকাবৰ সাত দিন হ'ল। ৰাতি ল'ৰা-

ছোৱালীৰ লগত ফুৰ্ত্তিৰে ভাত-পানী খাই শুই আছিল। পুৱা সাৰ নাপালে। নাপালে মানে চিৰদিনৰ কাৰণে চকু মুদিলে। কিমান যে শক্তিশালী চেহেৰাৰ আছিল মানুহজন। ভাবিলে আচৰিত লাগে। আমাৰ দৰে চাৰিজন মানুহৰ ভাত অকলে খাব পাৰিছিল। এবাৰ যাড়গৰু এটাক, ঠেংকেইখন জুতিলৈ, কান্ধত তুলি লৈছিল কাৰণে মানুহে যাদৱক 'বাঘ' বুলি উপনাম দিছিল। তেনে থুলন্তৰ মানুহ এজন একো বেমাৰ আজাৰ নোহোৱাকৈ মৰি থাকিল।

ডেকাই কিতাপখনৰ পৃষ্ঠা এটা পঢ়িলে যদিও একো কথা মনত নোসোমাল। মৰা মানুহবোৰৰ কথাই ডেকাৰ মনত খুন্দিয়াবলৈ ধৰিলে। মৃদুপবন বৰুৱাৰ ল'ৰা সৌৰভ। বিয়াৰ দুদিন আগতে ঢুকাল। একো অসুখ-বিসুখ নাছিল। সুন্দৰ স্বাস্থ্যৰ হৃষ্ট-পুষ্ট ল'ৰা। বৰ অমায়িক স্বভাৱৰ আছিল। আৰু এবছৰ আগত, নহয় এবছৰ হোৱা নাই ন-দহ মাহমান হ'ব, বিদ্যাপুৰৰ বসন্ত উকীলৰ ছোৱালী ৰত্না। গুৱাহাটী মেডিকেল কলেজৰ ফ'ৰ্থইয়েৰৰ ছাত্ৰী। ক্লাচৰ পৰা আহি আবেলি পৰত হোষ্টেলৰ বিছনাত যি বাগৰ দিলে আৰু উঠি নবহিল। অনন্তকালৰ বাবে শুলে।

বহুতো মৰা মানুহৰ নাম থানেশ্বৰ ডেকাৰ মনলৈ আহিবলৈ ধৰিলে। তেওঁৰ তলৰ আৰু ওপৰৰ বহুবোৰ মানুহ

মৰিল। কথাবোৰ যিমানে তেওঁৰ মনলৈ আহিবলৈ ধৰিলে সিমানে তেওঁৰ উদাস উদাস লগা হ'ল। মনটো গধুৰ হ'ল। বুকুখন ভাৰি ভাৰি লাগিল।

ৰাতি ডেকাই ভাত কেইগৰাহ ভালকৈ খাব নোৱাৰিলে। কাঁহীখনৰ আধামান ভাত খাই উঠি বিছনাত পৰিল। ডেকাৰ মনটো কিবা কাৰণত ভাৰাক্ৰান্ত হৈ পৰা বুলি ঘৈণীয়েক মীৰাই বুজি পাইছিল যদিও ৰাতিখন মুখফুটাই কিবা এটা কোৱাৰ সাহস গোটাব নোৱাৰিলে। গভীৰ চিন্তা একোটাই মূৰত ধৰিলে ডেকাৰ আচৰণ তেনেকুৱা হয়। সেই সময়ত কোনোবাই কিবা ক'লে ভেকাহি মাৰি উঠে। কিছুপৰ পিছত সকলো ঠিক হৈ যায়।

ৰাতি ডেকাৰ ভাল টোপনি নাহিল। ইবাগৰ সিবাগৰ কৰোঁতে ৰাতি পুৱাল। পুৱাৰ ভাগৰ নিত্য কৰ্ম কৰি গা-পা ধুই ডেকাই গোসাঁই সেৱা কৰিলে। কাপোৰযোৰ সলাই চাহৰ টেবুলত বহিল। চাহ খাই থাকোতে ঘৈণীয়েকক ক'লে, 'এল আই চিৰ পলিছি আৰু এন এছ চিকেইখন ৰখা ফাইলটো মোক উলিয়াই দিবা।' গহীন সুৰত ডেকাই কোৱা কথাকেইষাৰে মীৰাৰ অন্তৰত এটা মৃদু কঁপনি তুলিলে।

ডেকা গৈ এল আই চি অফিচ পালে। আগতে কোনোদিনে যোৱা নাছিল। প্ৰয়োজনো নাছিল। তীৰ্থ মাষ্টৰে

কুটুৰি কুটুৰি পলিচি তিনিখন কৰাই দিছিল। দুখনৰ টকা ইতিমধ্যে পাইছে। তিনিবছৰ পিছত বাকীখন মেচুওৰ্ড কৰিব। কিন্তু পলিছিখনত নমিনীৰ নাম নাছিল। উক্ত বিষয়ৰ কাম কৰা টেবুলৰ চকীত গাভৰু ছোৱালী এজনী বহি আছিল। এখন মৰম লগা মুখ। ডেকাক বহিবলৈ দি ছোৱালীজনীয়ে আগ্ৰহেৰে ক'লে, 'কওকচোন আংকোল, কি কাম আছিল।' পলিচিখনত নমিনেশ্বন নথকাৰ কথা কওঁতে ছোৱালীজনীয়ে পলিচিৰ নম্বৰটো কম্পিউটাৰত টিপি চাই "মীৰা ডেকা নহয়, জানো?" বুলি ডেকাক সুধিলে।

ডেকাই 'হয়' বুলি কোৱাৰ পিছতে ছোৱালীজনীয়ে ক'লে, "নমিনেশ্বন কৰা আছে।" ধন্যবাদ জনাই ডেকাই অফিচৰ পৰা ওলাই আহিল।

এইবাৰ ডেকা গৈ পালে চাবপোষ্ট অফিচতো। এন এছ চিকেইখনত নমিনেশ্বন কৰা হোৱা নাছিল। কামবোৰ শেষ কৰোতে দুইমান বাজিল। ঘৰলৈ দুমাইল বাট। দুমাইল বাট খোজ কঢ়াতো ডেকাৰ বাবে সাধাৰণ কথা। কিন্তু আজি খোজ কাঢ়িব খুজিও তেওঁ থমকি ৰ'ল। তেওঁৰ বুকুখন বিষোৱা যেন অনুভৱ কৰিলে। বুকুত হাত এখন থৈ কলিজাৰ স্পন্দন অনুভৱ কৰিলে। ঠিকেই থকা যেন লাগিল। ৰিক্সা এখনত উঠি ডেকা ঘৰ পালে। সন্ধিয়া পৰত

ডেকাই বাহিৰলৈ ওলাই যোৱা কাপোৰযোৰ পিন্ধাত মীৰাই সুধিলে, ‘ক’ৰবালৈ ওলাই যায় নেকি?’

‘ওঁ। ডাক্তৰৰ ওচৰৰ পৰা আহো ৰবা।’

‘চাহ খাই যাওক।’

‘আহি খাম দিয়া।’

ডাক্তৰজন ডেকা ল’ৰা। চাকৰি নকৰি নিজাকৈ চেম্বাৰ খুলি প্ৰাইভেট প্ৰেকটিছ কৰে। বহুতৰ মতে ভাল ডাক্তৰ। ডেকাই সেই বিষয়ে নাজানে। কাৰণ বেমাৰ দেখুৱাবলৈ ডেকাই ডাক্তৰৰ ওচৰলৈ মুঠেই যাব লগা হোৱা নাছিল। কিন্তু অফিচৰ পৰা চুটি লোৱা সম্পৰ্কত দুবাৰমান চাৰ্টিফিকেট বিচাৰি গৈছিল।

‘আহক খুৰা। বহক। এইবাৰ আপোনাক কি কামত চাৰ্টিফিকেট লগা হ’ল? আপুনিটো কেতিয়াবাই অৱসৰ পালে।’

‘নহয় হে ডাক্তৰ, মোক এবাৰ পৰীক্ষা কৰি চাই দিয়াচোন।’

‘খুৰা, আপোনাক দেখিলেই বুজিব পাৰি যে আপোনাৰ কোনো অসুখ থাকিব নালাগে।’

“মোৰ বুকুৰ ঢপ ঢপনিটো মাজে মাজে বাঢ়ি যোৱা যেন লাগে। বিযোৱা যেনো পাওঁ। ৰাতি ভাল টোপনি নহয়।

খাবলৈ মন নাযায়।”

ডাক্তৰে ব্লাডপ্ৰেচাৰ পৰীক্ষা কৰিলে। নৰ্মেল পালে। হাৰ্ট বিট্ নৰ্মেল পালে। শেষত ক'লে,-

‘আপোনাৰ একো এব্‌নৰ্মেলিটী নাই। তথাপি ব্লাড এক্‌জামিনেশ্বেন, বুকুৰ এখন এক্সৰে আৰু এটা আল্ট্ৰা ছ'নগ্ৰাফী কৰক। মই লিখি দিছো। টোপনি অহা বড়িকেইটামানো লিখি দিছো। ৰাতি শোৱাৰ আগত এটাকৈ খাব।’

ৰাতি ডেকাৰ প্ৰথম অৱস্থাতে টোপনি আহিছিল যদিও মাজৰাতি ৰাস্তাৰে পাৰ হৈ যোৱা ট্ৰাক দুখনমানৰ শব্দত টোপনি ভাঙি গ'ল। মৃত মানুহবোৰৰ কথা তেওঁৰ মনলৈ আহিবলৈ ধৰিলে। এদিনৰ পিছত ব্লাড ৰিপৰ্ট আহিল, এক্সৰে ৰিপ'ৰ্ট আহিল, চ'নগ্ৰাফীৰ ৰিপ'ৰ্ট আহিল। ডাক্তৰে সেইবোৰ চালে। হাৰ্ট নৰ্মেল, লিভাৰ নৰ্মেল, পেনক্ৰিয়াছ নৰ্মেল, কিডনী নৰ্মেল। আনটো পৰীক্ষাত ব্লাড চুগাৰ, ব্লাড প্ৰেচাৰ সকলোবোৰ নৰ্মেল। ডাক্তৰে হাঁহি মাৰি ডেকাক ক'লে-

‘মই আগতেই কৈছো নহয় খুৰা, যে আপোনাৰ কোনো বেমাৰ নাই। আপোনাৰ শৰীৰৰ সকলো ফান্‌চন্ নৰ্মেল হৈ আছে।’ ম্লান হাঁহি এটা মাৰি ডেকাই ডাক্তৰক

ক'লে-

"সুন্দৰ চেহেৰাৰ যাদৱ দাস ভাতখাই উঠি বিছনাত শুই থাকোতে ঢুকাল, সৌৰভ বৰুৱা- সুঠাম ডেকা ল'ৰাটো বিয়াৰ দুদিন আগত মৰিল। মেডিকেলৰ ষ্টুডেন্ট ৰত্না বোলা ছোৱালীজনী শুই থাকোতে সিপুৰী পালে, 95 বছৰীয়া কাশীৰাম চৌধুৰী চকীত বহি থাকোতে ঢলি পৰিল। এই মৃত মানুহবোৰৰ শৰীৰবোৰো নৰ্মেল আছিল। মোৰ শৰীৰটোও নৰ্মেল বুলিয়ে তুমি ক'লা। নৰ্মেল হৈ থকা শৰীৰ একোটাৰ পৰাও যিকোনো মুহূৰ্ততে প্ৰাণবায়ু উৰি যাব পাৰে। নহয় নে ডাক্তৰ?"

দিন বাগৰৰ লগে লগে থানেশ্বৰ ডেকাই অনুভৱ কৰিবলৈ ধৰিলে যেন তেওঁৰ বুকুখন কিছুমান পোকে কামুৰি ফুটা কৰি পেলাইছে। অনবৰতে ধৰফৰাই থাকে। একো বস্তুকে খাবলৈ মন নোযোৱা হ'ল। ডেকাই বিছনাখন নেৰা হ'ল। ক্ষীণাই যাবলৈ ধৰিলে।

দিল্লীত চাকৰি কৰি থকা পুতেকলৈ মীৰাই ফোন কৰি দেউতাকৰ বিষয়ে সকলো কথা জনালে। উত্তৰত সি মাকক ক'লে-

"মা, মোৰ অফিচৰ ঢেৰ কাম পৰি আছে। দিনৰ ন বজাৰ পৰা ৰাতি ন বজালৈকে অফিচত খাটিব লাগে, ছুটী

নিদিয়ে। মই দেউতাৰ বেংক একাউন্টত টকা জমা কৰি দিম। এখন ভাল হাস্পাতালত দেউতাক ভৰ্তি কৰাবা।”

মীৰাৰ অনুনয়-বিনয় সত্বেও ডেকাই হাস্পাতাললৈ যাবলৈ মান্তি নহ’ল। তেওঁ মীৰাক ক’লে- ডাক্তৰে কৈছে মোৰ কোনো বেমাৰ নাই। মোৰ শৰীৰটো নৰ্মেল হৈ আছে। গতিকে মোক কি চিকিৎসা কৰিব? বুজিছা মীৰা, নৰ্মেল শৰীৰ একোটাও....। বাকীখিনি কথা ডেকাই মীৰাক শুনাব নোৱাৰিলে। লাহে লাহে আকৌ ক’লে-

‘কেইদিনমান এনেকৈয়ে তোমাৰ ওচৰতে থাকো দিয়া। তোমাৰতো কোনো লগ নাই।’

মীৰাই চকুপানী মচিলে। তেওঁৰ কপালৰ ৰঙা ফোটটো আৰু শিৰৰ সেন্দুৰীয়া আলিটোলৈ ডেকাৰ চকু গ’ল। ‘ইমান ধুনীয়া মীৰাৰ মুখমণ্ডল যদি সদায় এনেকৈয়ে থাকিলেহেঁতেন।’- শুই শুই ডেকাই ভাবিলে।

এমাহ পিছত থানেশ্বৰ ডেকা ঢুকাল। ঢুকোৱাৰ দুদিনমান আগত ঘৈণীয়েকক কৈছিল, ‘ল’ৰা-বোৱাৰী ওচৰত থকা হ’লে ভাল আছিল। তথাপি তোমাৰ অসুবিধা নহ’ব। এল আই চি আৰু পোষ্ট অফিচৰ পৰা তুমি টকা পাবা। মই সকলো ঠিক কৰি থৈছো।’



# বহুৱাৰ নাটক

এতিয়াৰ পৰা প্ৰায় পাঁচ ছয় দশকমান আগলৈকে মানুহৰ চলন-ফুৰন, কথা-বতৰা, সাজ-পোচাক, স্বভাৱ-চৰিত্ৰত সৰলতা আৰু আন্তৰিকতাই প্ৰকাশ পাইছিল। এতিয়া নাই। যান্ত্ৰিক সভ্যতাৰ আধুনিক ফোপোলা স্বৰূপটোহে এতিয়া সৰ্বত্ৰ বিৰাজমান। মৰম-চেনেহ, চলন-ফুৰণ, পোচাক-পৰিচ্ছদ সকলোতে কৃত্ৰিমতাই বিৰাজ কৰিছে।

তেতিয়াৰ সময়ত ঘৰত পিন্ধি থকা কাপোৰ যোৰেৰে ওচৰে পাজৰে ফুৰা হৈছিল। সেইটো কোনো লাজৰ কথা নাছিল। এক কথাত ঘৰুৱা সাজযোৰৰ পৰিসৰ সেই সময়ত বহল আছিল। সময়ৰ গতিত সেই সাজযোৰ মাত্ৰ শোৱনীকোঠাৰ ভিতৰতে আৱদ্ধ হৈ থাকিল। তাৰ পৰা মানুহ এজনে ড্ৰয়িং ৰুমলৈকে ওলাই আহিবলৈ ভাল পোচাক

এযোৰ লগা হ'ল। অকল টাউন চহৰতে নহয়, গাঁৱে-ভূয়ে সকলোতে।

বৰ্ণনা কৰিবলৈ ওলোৱা ঠাইডোখৰত সত্তৰ আশী বছৰৰ আগৰ মানুহ দুজনমান ফাগুন চ'ত মাহত পাত সৰি ৰিক্ত হোৱা আহত গছৰ দৰে এতিয়াও আছে। ঠাইখন হৈছে গুৱাহাটীৰ পাণবজাৰ। ঠাইখন তেওঁলোকৰ মনত নিজা, ঘৰুৱা। বাট-পথ, দোকান-পোহৰ, গছ-গছনিবোৰ তেওঁলোকৰ অতি আপোন। তেওঁলোকে এতিয়াও ঘৰুৱা সাজযোৰকে পিন্ধি ঠাইখনত ঘূৰা-পকা কৰে, বজাৰ-সমাৰ কৰে, ঘৰুৱা ভাবে অহা যোৱা কৰে। যান্ত্ৰিক আৰু পাশ্চাত্য সভ্যতাৰ ধুমুহাই তেওঁলোকৰ ঘাই শিপা উঘালিব পৰা নাই।

ৰত্ন বৰুৱাও সেইসকল ব্যক্তিৰ অন্যতম। বয়স বাসত্তৰ বছৰ। দেখাত সিমান নহয় যেন লাগে। তেজগোড়া বগা মুখমণ্ডল। জোঙা নাকৰ তলত একোচা মোটা পকা গোফ। অনবৰতে তামোল চোবাই থাকে কাৰণে ওঠ দুটা ধুনীয়াকৈ ৰঙাহৈ থাকে। বগা গোফকোচাৰ তলত ৰঙা ওঠযুৰিয়ে সৌন্দৰ্য্যৰ ৰহন চৰায়। আঠুৰ সামান্য তললৈ ওলমি থকা এখন সাধাৰণ ধূতি আৰু গাত এটা ফটোৱা চোলা। ভৰিত দুডাল ফিটাৰ এযোৰ সাধাৰণ চেণ্ডেল। যোৱা পাচটা দশক পানবজাৰৰ ৰাণীবাৰীত জীৱন অতিবাহিত কৰি

সেইযোৰ সাজেৰে তেওঁ পানবজাৰ, উজান বজাৰ, ফাঁচী বজাৰ, লাখটকীয়া, কমাৰপট্টি আদি ঠাইবোৰত ঘূৰি ফুৰে।

ৰত্ন বৰুৱাই বাস কৰা ঘৰটো এক কঠা মাটিৰ ওপৰত আছে। তিনিটা কোঠালীযুক্ত অসম আৰ্হিৰ টিনপাত লগোৱা ঘৰটো পূৰ্বতে এজন বঙালী মানুহৰ আছিল। 1960 চনৰ ভাষা আন্দোলনৰ সময়ত কম দামতে বৰুৱাক ঘৰ মাটি বিক্ৰী কৰি মানুহজন কলিকতালৈ গুচি যায়। সদায় দিনৰ দুটামান বজাত ভাত সাজ খাই উঠি বৰুৱা এপাক ওলাই যায়। সেই অভ্যাসটো তেওঁ চাকৰিৰ পৰা অৱসৰ পোৱাৰ পাচত হৈছে। নিৰ্দিষ্ট পথটোৰে বাট বুলি গৈ "মহামায়া কেবিন" ৰ ওচৰ পায়। আজিও গৈ সেই ঠাইত উপস্থিত হ'ল। কেবিনখনৰ বাৰান্দাত (বৰ্তমান ফুটপাথ) জয়ন্তৰ তামোল-পানৰ দোকানৰ আগত থিয় দিলে।

জয়ন্তৰ তামোল-পানৰ দোকান মানে তাত প্ৰধানকৈ তামোল-পাণ, খিলিপাণ, চাধা, বিড়ি, চিগাৰেটৰ উপৰিও কলম, পেঞ্চিল, লেফাফা আৰু বহুতো কিবা কিবি পোৱা যায়। মহামায়া কেবিন বোলা চাহ-দোকানখনৰ পকীবেৰত গজাল দুটাৰ ওপৰত ৰচী এডাল টানি বাতৰি কাকত, আলোচনী কেইবাখনো জয়ন্তই ওলোমাই থৈছে। দুই এজন গ্ৰাহকে ৰেভিনিউ টিকট বিচাৰিও জয়ন্তৰ ওচৰলৈ আহে।

দাম কিন্তু দুটকাকৈ লয় ।জয়ন্তক “তামোল এখন দে” বুলি কৈ বৰুৱাই এটকীয়া মুদ্ৰাটো ষ্ট্ৰীলৰ দাগ পৰা প্লেটখনৰ ওপৰত পেলাই দিলে। ইতিমধ্যে জয়ন্তই আন এজন গ্ৰাহকৰ বাবে খিলিপাণ বনাবলৈ পান পাতত খয়েৰ ঘহি আছিল। জয়ন্তই বৰুৱাৰ চকুলৈ চাই হাঁহি এটা মাৰি সম্ভাষণ জনালে। মুদ্ৰাটো আৰু প্লেটখনৰ মিলনত যেন এটা সুৰ বাজি উঠিল। খিলিপাণখন বনাওতে সময় লাগিব কাৰণে জয়ন্তই আগতে এপাত পাণত সৰহকৈ চূণ সানি তাতে পাতচাধা অলপ থৈ তাৰ ওপৰত ডাঙৰ তামোল এখনেৰে প্লেটখনত লৈ বৰুৱালৈ আগবঢ়াই দি ক'লে- “খুৰা, খাওক।” বাসত্তৰ বছৰীয়া বৰুৱাই তামোলখন গুৰি কৰি চোবাই চোবাই ৰাস্তাৰ পিনে চাই থাকিল। খিলিপাণৰ গ্ৰাহকজন যোৱাৰ পাচত জয়ন্তই বৰুৱাক সুধিলে-

‘খুৰা যোৱাকালি আপুনি অহা নাইযে? ক'ৰবালৈ গৈছিল নেকি?’

জয়ন্তৰ প্ৰশ্নটোৰ উত্তৰ বৰুৱাই লগে লগে নিদি হাত এখন দাঙি প্ৰশ্নটো গ্ৰহণ কৰিলে। লগে লগে সোঁহাতৰ তৰ্জনী আঙুলিত ৰাখি থোৱা চূণকণ জিভাখনেৰে চেলেকি সামান্য আতৰিগৈ আন আন মানুহে পিক্ পেলোৱা ঠাইখিনিত তামোলখনৰ পিক পেলাই উভতি আহি জয়ন্তক ক'লে-

'সৰভোগলৈ গৈছিলো অ'।'

'কিয় গৈছিল?'

'গৈছিলো আৰু কিবা এটা বিচাৰি।'

'পালেনে?'

'নাপালো।'

পিন্ধি থকা ধূতিখনৰ আচলেৰে চচমাযোৰ এবাৰ মচিলৈ থিয় হৈ থকা ঠাইৰ পৰাই ভড়ালী ব্ৰাদাৰ্চৰ দোকানৰ আগলৈকে লুকথ্ৰ' কৰি ক্ৰমান্বয়ে দৃষ্টি পিচুৱাই আনি শ্বেখ্ ব্ৰাদাৰ্চৰ পৰা পুলিচ পইন্ট পাৰ কৰাই কটন কলেজলৈ লৈ গ'ল। নাই, আজিও বৰুৱাৰ চকুত নপৰিল।

লাহে লাহে তেওঁ আনপিনে খোজ পেলালে। গৈ থাকোতে তেওঁ ভাবি থাকিল-

"একো সন্ধান নাপালো। বহুতবোৰ ঠাইলৈ খবৰ পঠিয়ালো। একো উত্তৰ নাহিল। অৱশ্যে দুটামান ঠাইৰ পৰা উত্তৰ পাবলৈ এতিয়াও বাকী আছে। অগত্যা যদি বিচাৰি উলিয়াব নোৱাৰো চেচ্ মেচ্ মই ভাবি থোৱা কামটোকে কৰিব লাগিব।"

ৰত্ন বৰুৱাৰ ল'ৰা-ছোৱালী তিনিজন। ডাঙৰ ল'ৰা অভিজিৎ এজন ডাক্তৰ। চাৰ্জন। তাৰ বিয়া বৰুৱাই পাতি দিছে। বৰ্তমান সি আমেৰিকাৰ নিউজাৰ্চীৰ বাসিন্দা। তাৰ

তলত বৰ্ণালী। তাইক উত্তৰ গুৱাহাটীৰ কনক বৰুৱাৰ ল'ৰা হিমন্তজ্যোতিৰ লগত বিয়া দিছে। সি ইঞ্জিনিয়াৰ। সিহঁত হাল থাকে অষ্ট্ৰেলিয়াত আৰু পেটমোচা তিনি নম্বৰ সন্তান বিভৱজিতে এম, বি, এ শেষ কৰি দিল্লীত এল. জি. কোম্পানীত সোমাইছে। তাৰ বিয়াখন পাতি দিব পাৰিলে বৰুৱা "মুক্তিত নিস্পৃহ" হৈ থাকিব পাৰে।

ল'ৰাবোৰক যোল্ল-সোতৰ আৰু ছোৱালীবোৰক চৈধ্য-পোন্ধৰ বছৰমানৰ পৰাই (কাৰোবাৰ ক্ষেত্ৰত আগতীয়াও হোৱা দেখা যায়) যৌৱন নামৰ ভাইৰাচ্‌টোৱে আক্ৰমণ কৰে। মনবোৰ উগুল থুগুল লাগে। ব'হাগ মাহৰ নতুন বৰষুণজাকৰ পাচত গছ লতিকাৰ কোমল কুঁহিপাতৰ দৰে প্ৰেমে গজালি মেলে। থালীত জীয়াই ৰখা মাগুৰ মাছ কেইটা হঠাতে লৰাই দিলে গিৰ্‌গিৰাই উঠাৰ দৰে দেহ-মনবোৰ জপিয়াবলৈ ধৰে। এইবোৰ প্ৰকৃতিৰ নিয়ম। চিৰন্তন সত্য কথা। তথাপি সমাজৰ বান্ধোনে  চঞ্চল মনবোৰক দমাই ৰাখে। তেনেস্থলত কোমল ধাননিৰ কাষত এৰাল দিয়া গৰুৱে এৰাল চিঙি কেঁচা ধানৰ গছবোৰ খোৱাৰ দৰে কোনো কোনো ল'ৰা-ছোৱালীয়ে এৰাল চিঙে। সেইটোও সত্য কথা।

বৰুৱাৰ ল'ৰা-ছোৱালীহঁতে প্ৰেমৰ কাইটত বিন্ধা

খাইয়ো সেই বিষ-বেদনা নীৰবে সহ্য কৰি আছিল যদিও বৰুৱাই নাজানে। “তহতে ভালকৈ পঢ়িব লাগিব” বুলি শাসনৰ সুৰত বৰুৱাই কোৱা ধৰণেৰে সিহঁতে ভালদৰে পঢ়া শুনা কৰিছিল। ল’ৰা ছোৱালীয়ে ভালমতে পঢ়া শুনা কৰি ভাল চাকৰি কৰিলে সকলো মাক-দেউতাকৰে ভাল লাগে। বৰুৱাৰো লাগিছে।

একোটা সময়ত বৰুৱা গহীন হৈ পৰে। “এটা ল’ৰা অন্ততঃ লগত থকাহেঁতেন,” বৰুৱাই ভাবে। সেই বিষয়ে তেওঁ কাৰো আগত আনকি ঘৈণীয়েকৰ আগতো মুখ ফুটাই একো নকয়। তেতিয়া তেওঁৰ মনটোক পাতল ক’লা মেঘ এচটাই আৱৰি ধৰে। পিচ মুহুৰ্ত্ততে আকৌ “কি আহে কি যায়? সিহঁতৰ ভালেই ভাল” বুলি হাঁহি এটা মাৰি ভাববোৰ উৰুৱাই দিয়ে।

নাট্যকাৰ পৰিচালক আৰু অভিনেতা ৰত্ন বৰুৱাই তেওঁ তেওঁৰ সন্তানকলৈ ৰচনা কৰা নাটকখনৰ দুটা দৃশ্যৰ সফল পৰিচালনা আৰু অভিনয় শেষ কৰিলে। কিন্তু তৃতীয় আৰু অন্তিম দৃশ্যটোত বৰুৱাৰ খেলি মেলি লাগি আছে। পৰিচালক সকলে সাধাৰণতে যেনে ধৰণেৰে দৃশ্য এটা উপস্থাপন কৰিব বিচাৰে বৰুৱায়ো একেই ৰীতি অৱলম্বন কৰি নাটকখনৰ আঁৰকাপোৰ পেলাব বিচাৰিছিল। কিন্তু সেইটো

হৈ নুঠিল। সেয়েহে অন্তিম দৃশ্যটো এটা অগতানুগতিক কিন্তু নাটকীয় পদ্ধতিৰে সমাপন কৰাৰ কথা ভাবি আছে। তাত মানুহৰ কটু সমালোচনা থাকিব। সিমানেই নহয় "বুঢ়া হৈছোটো মগজুৰ বিকৃতি ঘটিছে" বুলি বহুত মানুহে কটুক্তি কৰিব আৰু কিবা কিবি কব পাৰে। কিন্তু বৰুৱাই তেনে কথালৈ কেৰেপ নকৰে। তেওঁৰ কাম তেওঁ কৰি যাব।

প্ৰশাসনিক যন্ত্ৰটোৰ সৈতে সাঙোৰ খাই থকা দুৰ্নীতিবোৰক বাতৰি কাকত, দূৰদৰ্শন আৰু অন্যান্য প্ৰচাৰ মাধ্যমবোৰে সমালোচনা কৰি মহাভাৰতৰ ভীষ্মদেৱৰ শৰীৰক থকা সৰকা কৰাৰ দৰে দুৰ্নীতিগ্ৰস্ত লোকসকলক থকা সৰকা নকৰে জানো? কিন্তু দুৰ্নীতি পৰায়ণ মন্ত্ৰী, আমোলা, বিষয়া, কেৰাণী, পিয়নসকলে ভাবে, "সংবাদ মাধ্যমৰ কাম বাতৰি পৰিৱেশন কৰা, পাঠক বা শ্ৰোতাৰ কাম পঢ়া বা শুনা আৰু আমাৰ কাম যেনেদৰে আনক ঠগি আছো তাক চলাই থকা। অৰ্থাৎ সকলোৱে চলি থকা।" দুৰ্নীতিগ্ৰস্ত মানুহবোৰেই সমালোচনাক ভয় নকৰে যেতিয়া বৰুৱাই কিয় কৰিব। তেওঁৰ কোনো দুৰ্নীতি নাই। তেওঁ নাটকৰ মানুহ। শিল্পী মানুহ।

বহুত মানুহে ঘৰ ভাড়া দিবৰ বাবে To-let লিখি ঘৰৰ সন্মুখত ফলক এখন ওলোমাই থয়। বৰুৱাই সেইটো

পচন্দ নকৰে। ভাৰাতীয়াজন কেনে ধৰণৰ মানুহ? চিনা জনা নাই। আলফা-চালফা, অথবা কোনোবা ঠগ প্ৰৱঞ্চকো হব পাৰে। অচিনাকি মানুহক ঘৰ-ভাড়া দিয়াটো সমীচিন নহয়।

বৰুৱাৰ সমস্যাটো ঘৰ ভাড়া দিয়াক লৈ নহয়। তেওঁৰ সমস্যাটো নাটকখনৰ শেষ দৃশ্যটোকলৈহে। অভিনেত্ৰী বিচাৰি বাতৰি কাকতত বিজ্ঞাপন এটা দিব পাৰিলেহেঁতেন কিন্তু বৰুৱাই নিদিয়ে। তাৰ দ্বাৰা অভিনেত্ৰী গৰাকীৰ প্ৰকৃত তথ্য নিৰূপন কৰিব নোৱাৰি। To-let ওলোমাই ঘৰভাড়া দিয়াৰ দৰে কথা।

অইন দিনাৰ দৰে সেইদিনাও একে সময়তে তামোল চোবাই চোবাই “মহামায়া কেবিন”ৰ কাষৰ ফুটপাথত থিয় হৈ বৰুৱাই নিৰ্দিষ্ট ঠাইখনলৈ চাই চাই ভাবিছে –

চাক্ষুস দৃষ্টিৰে পচন্দৰ লগত মিলিযোৱা ধৰণৰ হ’লে তেওঁ ছোৱালীজনীৰ পাচ লব। খোজ দাঙি দি ছোৱালীজনীক অভাৰটেক্ কৰিব। দুখোজমান আগবাঢ়ি গৈ তেওঁৰ হাতত থকা চচমাৰ খালী পেকেটতো ছোৱালীজনীয়ে দেখা পোৱাকৈ এনে কায়দাত ৰাস্তাত পেলাই দিব যেন তেওঁৰ অসাৱধানতাৰ কাৰণে সেইটো পৰি গ’ল। তেতিয়া ছোৱালীজনীয়ে নিশ্চয় সেইটো বুটলি বেগাই আগবাঢ়ি গৈ পাচফালৰ পৰা মাত দিব, “আঙ্কল আপোনাৰ জেপৰ পৰা

এইটো পৰি গৈছে” তাৰ পিছত ছোৱালীজনীয়ে চচমাৰ কেচ্‌টো বৰুৱালৈ আগবঢ়াব। “থেঙ্ক ইউ মাই চাইল্ড” বুলি কৈ বৰুৱাই ছোৱালীজনীৰ নাম, দেউতাকৰ নাম-ঠিকনা, ঘৰখনৰ কোনে ক’ত কি কৰি আছে জানি লব। মুঠতে ছোৱালীজনীৰ সম্পূৰ্ণ বায়ডাটা সংগ্ৰহ কৰিব। তাৰ পাচত পৰৱৰ্ত্তী কাৰ্যসূচী হাতত লোৱা হব।

“হেই বৰুৱা দেখোন? দুপৰীয়াখন ইয়াত অকলে অকলে কি কৰি আছা?” পাচফালৰ পৰা হাত এখন বৰুৱাৰ কান্ধৰ ওপৰত উঠিল। বৰুৱাই ঘূৰি চালে। “আৰে, বুজৰবৰুৱা? আৰে ভাই বহুদিনৰ মুৰত লগ পালো। ভাল নে তোমাৰ?”

ৰত্ন বৰুৱা আৰু ৰামেশ্বৰ বুজৰবৰুৱাই এটা সময়ত ডিষ্ট্ৰিক লাইব্ৰেৰীত নাটক কৰিছিল। বুজৰবৰুৱা ৰত্ন বৰুৱাতকৈ দুবছৰ মানে ডাঙৰ যদিও সমনীয়াৰ দৰে ব্যৱহাৰ কৰে। গণেশ গগৈৰ “শকুনিৰ প্ৰতিশোধ” নাটকত বৰুৱাই কৃষ্ণ আৰু বুজৰে কৰ্ণৰ ভাও লৈছিল।

হঠাৎ বৰুৱাই কৈ উঠিল, “বুজৰ, যোৱা কেইদিনমানৰ পৰা এনে সময়ত ইয়ালৈ বিশেষকৈ কটন কলেজ খোলা থকা সময়ত পাক এটা মাৰো। কিয় জানানে?”

“ক’লেহে জানিম। মইতো দৈবজ্ঞ নহও তোমাৰ

পেটৰ ভাব বুজিবলৈ।" বুজৰে ক'লে। বৰুৱাই মুখখন বুজৰৰ কাণৰ কাষলৈ নি ফুচফুচাই ক'লে, "ছোৱালী চাবলৈ আহোহে।" বুজৰে চকুহাল ভেটফুলৰ দৰে বহলকৈ মেলি মুখমণ্ডলত বিকৃত ভংগী এটা তুলি ক'লে-

'কি কলা? ছোৱালী চাবলৈ ইয়ালৈ আহা? এই বয়সত? হেৰা ল'ৰা ছোৱালীক বিয়া দিলা। নাতি নাতিনী পালা। এতিয়া ভীমৰতিখন কৰিবলৈ তোমাৰ পৰকিতি লৰিল নেকি?"

"আঃ ৰবাচোন" বৰুৱাই বুজৰক ক'লে,

"আচলতে কি জানা? মোৰ সৰু ল'ৰাটোৰ কাৰণে ছোৱালী এজনী বিচাৰি আছো। মানে মোৰ বোৱাৰী।"



# বৃত্তৰ ভিতৰত

নগৰখনৰ মূল বজাৰ অঞ্চলৰ পৰা দুই কিল'মিটাৰমান আঁতৰত সমীৰে, মানে সমীৰ হাজৰিকাই ঘৰ ভাড়া কৰি আছে। তাৰেপৰা তাৰ অফিচলৈ এক কিল'মিটাৰৰ বাট। অফিচলৈ সাধাৰণতে সি বাইকেৰে অহা-যোৱা কৰে যদিও বৰষুণ বতৰত বাট বুলে। সি থকা তিনিটা ৰুমৰ ঘৰটো আৰু মালিকৰ ঘৰ একোটা কম্পাউণ্ডতে। মালিক থকা ঘৰটো যথেষ্ট ডাঙৰ। সৰু-বৰ আঠটামান ৰুম। পিছে সেই প্ৰকাণ্ড ঘৰটোত বুঢ়া-বুঢ়ীহাল আৰু এজনী কাম কৰা তিৰোতাহে থাকে। ল'ৰা-ছোৱালী মুঠতে চাৰিটা। আটাইবোৰৰে বিয়া হৈছে। চাকৰি সূত্ৰে আৰু বৈবাহিক সুত্ৰে সকলোবোৰ বাহিৰত থাকে। বিহু বা পূজাৰ সময়ত আটায়ে লগ লাগে। ঘৰটোৰ ৰুমবোৰ পূৰ্ণ হৈ যায়। তাত হাঁহিয়ে বিৰাজ কৰে।

খৰালিৰ সময়ত অঞ্চলটোত দুই-তিনিমাহমান পানীৰ

নাটনি হয়। কুৱাবোৰ শুকাই যায়। পানী কিনিব লাগে। সেই কাৰণে সমীৰে এই ঘৰটো এৰি দি অন্য ঠাইত ঘৰ বিচৰাৰ কথা মাজে-সময়ে ভাবে। কিন্তু দুটা কাৰণত সি ঘৰটো এৰিব পৰা নাই। প্ৰথম কাৰণ হ'ল তাৰ ল'ৰা অৰিন্দম। দ্বিতীয় কাৰণ ঘৰৰ মালিক ভূপেন দত্ত।

সিহঁত থকা ঘৰটোৰ নিচেই ওচৰতে ইংৰাজী মাধ্যমৰ স্কুল এখন আছে। তাতে অৰিন্দমে ক্লাছ থ্ৰিত পঢ়ে। ওচৰ কাৰণে তাক স্কুললৈ অনা-নিয়া কৰাত সহজ হয়। দ্বিতীয়তে ঘৰৰ মালিক ভূপেন দত্তক সংগীবিহীন কৰি এৰি যাবলৈ সমীৰৰ মন নাযায়। দত্ত এজন অত্যন্ত ভাল মানুহ। তেওঁ সমীৰহঁতক নিজৰ পৰিয়ালৰে মানুহ যেন দেখে। তদুপৰি অৰিন্দম হ'ল বুঢ়াৰ খেলৰ লগৰীয়া। তেওঁ তাক জন্মৰ পৰাই পাইছে। সেইটো ঘৰতে সিহঁত আঠ বছৰ আছে। আঠ বছৰৰ ভিতৰত দত্তই এবাৰহে ঘৰভাৰা বঢ়াইছে। বঢ়াইছে মানে সমীৰে নিজে বঢ়াই দিছে। ঘৰ ভাড়া লোৱাৰ চাৰি বছৰমান পাছত এদিন সমীৰে মালিকক কৈছিল-

"খুৰা, মই ঘৰ ভাড়ালোৱাৰ চাৰি বছৰ হৈ গ'ল। অথচ এতিয়ালৈকে ভাড়া বঢ়াই দিয়াৰ কথা আপুনি মোক কোৱা নাই? আন মালিকে বছৰৰ মূৰত একোবাৰ ভাড়া বঢ়াই দিয়ে। পাৰিলে ছয় মাহৰ মূৰতো বঢ়াব খোজে।"

মালিক দত্তই খোলা হাঁহি মাৰি কৈছিল-

“ভাড়া বঢ়াব খোজা নেকি? দিব খুজিছা যদি নামমাত্ৰ কিবা এটা দিবা। নিয়ম এটা ৰক্ষা কৰা হ'ব। আৰু নিদিলেও মই বেয়া নাপাও। আচলতে টকাৰ লোভত মই ঘৰ ভাড়া দিয়া নাই। চাকৰিৰ পৰা অৱসৰ পাওঁতে যি পইচা পাইছিলো তাৰে আধামান বেংকত এতিয়াও আছে। পেঞ্চনৰ টকাৰে আমাৰ তিনিটা মানুহৰ আৰামত চলি যায়। ল'ৰা-ছোৱালীক দিবতো নালাগে। ডাঙৰ অট্টালিকা সজাৰ আকাংক্ষাও মোৰ নাই। আৰুনো কেইটা বছৰ পৃথিৱীত আছোঁ। টিকেট কাটি নামনিমুৱা ট্ৰেইনলৈ বাট চাই আছো। মোক আচলতে জীৱনৰ এইখিনি সময়ত কথাপতা লগ লাগে। দিনটোৰ ভাগত অৰিন্দমৰ লগত খেলি আৰু ৰাতি তোমাৰ সৈতে কথাপাতি দিনবোৰ মোৰ ভালেই কাটি গৈছে।”

এনে ধৰণৰ কথাত ঘৰ বদলোৱা চিন্তাটো সমীৰৰ মনৰ পৰা আঁতৰি যায়। দত্তক সমীৰে এজন দেৱতুল্য মানুহ বুলি জ্ঞান কৰে।

অফিচৰ পৰা আহি হাত-ভৰি ধুই উঠি সমীৰ হাজৰিকাই শোৱনিকোঠাৰ পালেংখনত ওপৰমুৱাকৈ দীঘলদি পৰি ঘূৰি থকা চিলিংফেনখনৰ পিনে নিৰৱচ্ছিন্নভাবে চাই আছে। এটা নিৰ্দিষ্ট বৃত্তৰ ভিতৰত, নিৰ্দিষ্ট কক্ষপথত

ফেনখন ঘূৰি আছে। সেই বৃত্তৰ বাহিৰলৈ ওলাই যোৱা নাই অথবা যাবলৈ দিয়া হোৱা নাই। কক্ষপথৰ পৰা বিচ্ছিন্ন হৈ বৃত্তৰ বাহিৰলৈ ওলাই গ'লে সংঘাত হ'ব। সমীৰ আৰু মধুচন্দায়ো সুকীয়া সুকীয়া সাংসাৰিক জীৱন-বাটত নিৰ্দিষ্ট বৃত্তৰ ভিতৰত নিৰ্দিষ্ট কক্ষপথত থাকিব লাগিব। কক্ষচ্যুত হৈ গতিপথ সলনি হ'লে সংসাৰ যাত্ৰাত ঘূণে ধৰিব। ফেনখনলৈ চাই চাই সমীৰে কথাবোৰ ভাবি আছে।

সমীৰহঁত থকা ঘৰটোৰ মুখামুখিকৈ ৰাস্তাটোৰ সিটো পাৰে ডাঙৰ এপাৰ্টমেন্ট এটা আছে। ৰাস্তাটোৰ দাঁতিৰ পিনে থকা তৃতীয় মহলাৰ দুটা ফ্লেট বিক্ৰী হোৱা নাছিল। বিল্ডাৰৰ লগত কথা-বতৰা হৈ তাৰে এটা সমীৰে কিনি লোৱাৰ সিদ্ধান্ত লৈছিল। লোনৰ কাৰণে বেংকৰ লগত যোগাযোগ কৰি আছিল। সেইটোৰে কাষৰ ফ্লেটটো দুমাহমান আগতে কোনোবাই নগদ টকাৰে কিনি ল'লে।

কিছুদিন পাছত সমীৰে জানিব পাৰিলে যে মধুচন্দা, গিৰিয়েক মাধৱ বৈশ্য আৰু অৰিন্দমৰ বয়সৰ তেওঁলোকৰ ল'ৰা এটা সেই ফ্লেটটোৰ বাসিন্দা তথা মালিক। মাধৱ বৈশ্য এজন ইঞ্জিনিয়াৰ। মধুচন্দাক যে তেনে ধৰণে লগ পাই যাব সেই কথা সমীৰে কেতিয়াও ভবা নাছিল। এঘাৰ বছৰৰ মূৰত মধুচন্দাক আকৌ এবাৰ লগ পাই সমীৰৰ যিমান

ভাল লাগিছিল, সিমানেই বেয়াও লাগিছিল তাইৰ পৰা বহু আঁতৰত থাকিবলৈ লোৱা সিদ্ধান্তটোৰ কথাত।

কথাবোৰ ভাবি থাকোতে কাৰেণ্ট নোহোৱা হ'ল। বিচনীখন হাতত লৈ সমীৰে গৈ আগফালৰ বাৰাণ্ডাত বহিল। ইতিমধ্যে ৱাইফ সুবৰ্ণাই অৰিন্দমক বাৰাণ্ডাত ইংৰাজী ৰাইমছ মুখস্থ কৰাই আছিল।

দিনটোত কিমানবাৰ যে কাৰেণ্ট যায়। বৰ খং উঠি যায় সুবৰ্ণাৰ। "কিমানবাৰ তোমাক ক'লো ইনভাৰ্টাৰ এটা কিনিবলৈ, কাণ-সাৰেই নাই।" গৰমৰ উৎপাতত অতিষ্ঠ হৈ অভিমানত সুবৰ্ণাই কথাকেইযাৰ সমীৰক শুনালে। সমীৰৰ প্ৰস্বাসত এটা গভীৰ হুমুনিয়াহ ওলাই অহা সুবৰ্ণাই শুনিবলৈ পালে।

মধুচন্দাহঁতৰ ফ্লেটত ইনভাৰ্টাৰ আছে। ঘৰখন পোহৰ হৈ আছে। খিৰিকীৰে পোহৰৰ ৰশ্মি ছিটিকি আলিবাটত পৰা নাই। ফ্লেটৰ বাৰাণ্ডাত চি-এফ্-এল্ লাইটৰ পোহৰত পাতল নীলা ৰঙৰ নাইটি পিন্ধি মধুচন্দাই মন্থৰ গতিত খোজ দি অগাদেৱা কৰি আছে। সমীৰে বহি বহি সেই দৃশ্য উপভোগ কৰিছে।

সমীৰে প্ৰথম আৰু শেষবাৰৰ কাৰণে মধুচন্দাক লগ পাইছিল তাৰ পেহীয়েকৰ ঘৰত। পেহীয়েকৰ ছোৱালী

তুলিকাৰ বিয়াত। তুলিকা সমীৰৰ সৰু ভনীয়েক। তুলিকাৰ বান্ধৱী মধুচন্দা। বিশ্ববিদ্যালয়ৰ ফাইনেল ইয়েৰৰ ছাত্ৰী। মধুচন্দা আৰু সমীৰ আহি বিয়াৰ এসপ্তাহমান আগৰ পৰা সেইখন ঘৰত চা-চিনাকি হৈছিল। সমীৰে নতুনকৈ বেংকৰ চাকৰিত সোমাইছিল। তুলিকাৰ কোনো ককায়েক নথকাত আৰু পেহাক অসুস্থ মানুহ কাৰণে বিয়াৰ যা-যোগাৰ কৰাত সহায় কৰাৰ কাৰণে সমীৰে দহ দিনৰ ছুটী লৈ বিয়াঘৰলৈ গৈছিল। মধুচন্দায়ো তুলিকাক বজাৰ-সমাৰত সহায় কৰি দিবলৈ হোষ্টেলৰ পৰা বাহিৰে বাহিৰে তুলিকাৰ সৈতে সিহঁতৰ ঘৰ পাইছিল।

তেজগোৰা মুখমণ্ডল, দীঘল ডিঙি, জোঙা নাক, ৰঙা ওঁঠ, হৰিণীৰ চকু, লিহিৰি লিহিৰি হাতৰ আঙুলিৰে মধুচন্দা সঁচাকৈয়ে এজনী মনপৰশা গাভৰু। তাইৰ সান্নিধ্যই যিকোনো মানুহকে আবেগবিহ্বল কৰিব পাৰে। আনহাতে মিঠা বৰণীয়া সমীৰৰ মুখমণ্ডলত জিলিকি উঠে পৌৰুযোচিত এটা চেহেৰা। হাঁহো হাঁহো কৰা দুটা ওঁঠ। তাৰ কণ্ঠস্বৰত আছে সন্মোহিনী যাদু। প্ৰথমতে তুলিকাই দুয়োকো চিনাকি কৰি দিছিল। "এয়া মোৰ দাদা। মহাদুষ্ট। আৰু এয়া মধুচন্দা। ভাল গান গায়।" প্ৰথম চিনাকিৰ পাছতে দুয়ো দুয়োৰে পিনে আলেঙে আলেঙে চাইছিল। মিচিকিয়াইছিল।

অপ্ৰয়োজনতো ইজনে সিজনৰ গাৰ কাষেৰে অহা-যোৱা কৰিছিল। শৰীৰৰ গোন্ধ লৈছিল।

দুদিন পাছৰ পৰা এনে হৈছিল যে য'ত মধুচন্দা তাতেই সমীৰ। য'ত সমীৰ তাতে মধুচন্দা। আগধৰি বিয়াৰ খবৰ ল'বলৈ অহা ডেকা-গাভৰুসকলৰ সিহঁতলৈ ঈৰ্ষা হৈছিল। তিনিদিন পাছত আবেলি পৰত মধুচন্দাই সমীৰৰ কাষতে বহি হাত এখন আগুৱাই দি কৈছিল, "সমীৰদা, মোৰ হাতখন এবাৰ চাই দিয়কনা। আপুনি বোলে হাতচোৱাত পাৰ্গত।" সমীৰে মধুচন্দাৰ হাতৰ তলুৱাখন পিহি পিহি কৈছিল, "হাত ৰাতিপুৱাহে চাব লাগে।"

বহুপৰ হাতখনত ধৰি থাকিয়ে সমীৰে মধুচন্দাৰ চকুলৈ চাই আছিল। তাত সি দেখা পাইছিল এখন বিশাল সমুদ্ৰ। সুগভীৰ সমুদ্ৰত সমীৰে যেন চলাইছিল এখন পালতৰা নাও। সাগৰৰ ঢৌবোৰে নাওখনক বৰকৈ কোবাইছিল। সমীৰে অনুভৱ কৰিছিল যে মধুচন্দাৰ লিৰিকি বিদাৰি থকা হাতখনৰ ধমনিত ৰক্তসঞ্চালন দ্ৰুততৰ হৈছিল। এটা ডাঙৰ ৰুমক প্লাইউডৰ বেৰাৰে দুভাগ কৰা হৈছিল। তাৰে এটা ৰুমত সমীৰ আৰু আনটোত মধুচন্দা আছিল। ৰাতি দুটামান বজালৈ সিহঁতৰ কোনোজনৰে চকুত টোপনিৰ ভাব নাছিল। জুই একুৰাই সিহঁতৰ দেহ-মনবোৰ পুৰি নিছিল।

বহু চেষ্টা কৰিও সমীৰে তাৰ দেহত জ্বলি থকা জুইকুৰা নুমাব পৰা নাছিল। শৰীৰত জ্বলা জুইৰ পৰা পৰিত্ৰাণ বিচাৰি দুয়ো বিশাল সমুদ্ৰত জাপ দি গভীৰৰ পৰা গভীৰতালৈ বুৰ গৈছিল। সাগৰৰ তলিত সিহঁতে মানিক বুটলিছিল। দেহ-মন শাঁত পৰিছিল। বিয়াৰ আগদিনা ৰাতিলৈকে সিহঁতে তেনেদৰে অমৃতকুম্ভ বিচাৰি ফুৰিছিল।

বিয়াখনৰ দুদিন পাছত সকলো ঘৰাঘৰি গুচি গৈছিল। মধুচন্দা আৰু সমীৰেও নিজ নিজ ঠাইলৈ উভতি গৈছিল। সিহঁতৰ মাজত সম্পৰ্কটোৱে পৰৱৰ্তী দিনবোৰত কোনো গভীৰ ৰেখাপাত কৰা নাছিল। ট্ৰেইনৰ ভিতৰতে চা-চিনাকি হোৱা দুজন মানুহ দুটা ষ্টেশ্যনত নামি যোৱাৰ দৰে ঘটনা আছিল। দুবছৰ পাছত সমীৰে এখন চিঠি পাইছিল মধুচন্দাৰ পৰা। তাইৰ বিয়ালৈ সমীৰক নিমন্ত্ৰণ জনাইছিল।

মধুচন্দাৰ বিয়াৰ ছমাহ পাছত সুবৰ্ণাৰ লগত সমীৰৰো বিয়া হৈ যায়।

ইমানপৰে একো এটা কথা নোকোৱাকৈ থকা কাৰণে মৌনতা ভাঙি সুবৰ্ণাই সমীৰক ক'লে- "কি হ'ল, মনে মনে আছা যে ? কিবা ভাবি আছা ?"

হুমুনিয়াহ এটা পেলাই আন্ধাৰৰ মাজতে লুকাই থকা পোহৰত সুবৰ্ণাৰ মুখলৈ চাই সমীৰে ক'লে- "অহা মাহত

আমি ইয়াৰ পৰা যাব লাগিব।”

সুবৰ্ণা আচৰিত হ'ল। যিজন মানুহে কৈছিল এই ঠাইডোখৰত সদায় থাকিব, অৰিন্দমৰ পঢ়াত সুবিধা হ'ব আৰু ঘৰৰ মালিক দত্ত খুৰায়ো ভাল পাব। কিন্তু হঠাৎ মানুহজনৰ মতৰ সলনি হ'ল কিয়? সুবৰ্ণাই ক'লে-

“পানীৰ অসুবিধাৰ কাৰণে?”

“নহয়, নহয়? পানীৰ কাৰণে নহয়।”

“তেনেহ'লে কিহৰ কাৰণে?”

অন্যপিনে মুখ ঘূৰাই সমীৰে ক'লে-

“মোক ছিলঙলৈ বদলি কৰিছে।”

সমীৰে মিছাকৈ ক'লে। আচলতে সি নিজে ট্ৰেন্সফাৰ বিচাৰি দৰ্খাস্ত দিছে। অহা মাহত কামটো হ'ব বুলি তাক জনাইছে। এইবাৰ সুবৰ্ণাই সুধিলে-

“ফ্লেটটো যে কিনিব খুজিছা?”

“নাই নিকিনো।”

“সুবিধাটো পাইছা যেতিয়া সেইটো কিনি থোৱা ভাল হ'ব। ঠাই টুকুৰাও ভাল আছিল।”

এইবাৰ সমীৰে আকৌ মিছাকৈ কথা সজাই সুবৰ্ণাক ক'লে-

“এপাৰ্টমেন্টৰ বিল্ডাৰজন মোৰ চিনাকি মানুহ।

প্ৰথম অৱস্থাত ফ্লেটটো মোক বিক্ৰি কৰিব খুজিছিল যদিও দুদিনমান পাছত তেওঁ মোক আচল কথাটো কৈছিল।”

“হাজৰিকা ফ্লেটটো আপোনাক বিক্ৰি কৰিম বুলি পটক্কৈ কৈ পেলালো যদিও পাছত চিন্তা কৰিলো। আপোনাক সঁচা কথাটো কওঁ। চিনাকি মানুহ। নহ'লে মোৰ বেয়া লাগিব। সেইটো আপুনি কিনিব নালাগে। কেইটামান ফ্লেটত ৰাজমিস্ত্ৰীয়ে ফাংফুং কৰিছে। তাৰ ভিতৰত আপুনি ল'ব খোজাটোও আছে। ক্ৰেক হোৱাৰ সম্ভাৱনা বেছি।’

ৰাতিপুৱাৰ ভাগত সমীৰে ল'ৰাটোক স্কুলত থ'বলৈ যায়। মধুচন্দাহঁতৰ ল'ৰাটোকো একেখন স্কুলতে নামভৰ্তি কৰাইছে। মধুচন্দাই তাক অনা-নিয়া কৰে। মধুচন্দাই প্ৰথম অৱস্থাত নেদেখাৰ ভাও জুৰি সমীৰৰ আঁৰে আঁৰে ফুৰিছিল। তাই দেখুৱাব বিচাৰিছিল যে এইখন ঠাইত তাই নতুন বাসিন্দা। বহুতকে চিনি নাপায়। তাইৰ তেনে ধৰণৰ আচৰণটোক এদিন সমীৰে আঁতৰাই পেলাইছিল যিদিনাখন সি তাইক বাটত আগভেটা দি কৈছিল-

“তুমি মোক সঁচাকৈয়ে পাহৰি গৈছা? নে পাহৰাৰ অভিনয় কৰিছা?”

মধুচন্দাই থতমত খাই কিছুপৰ আনপিনে চকু ঘূৰাই মনে মনে আছিল। পাছত সমীৰৰ চকুৰ পিনে নোচোৱাকৈ

কৈছিল-

“ইমানৰ পাছতো জানো পাহৰি যাব পাৰি?”

“তেনেহ’লে মোৰ পৰা আঁতৰি ফুৰিছা কিয়? এঘাৰ বছৰৰ মূৰত তোমাক পুনৰ লগ পাইছোঁ। বৰ ভাল লাগিছে, জানা?”

“ভাল মোৰো লাগিছে। কিন্তু......”

“কিন্তু কি?”

“এতিয়া মোক নিজকে কিবা অপৰাধী যেন লাগে। তেতিয়া ভয় হয়। কলিতে বৰলে বিন্ধা কোমোৰা এটা ডাঙৰ হোৱাৰ পাছতো সেই চিনটো থাকি যায়। অতীতৰ সেই চিনটোক মোৰ এটুকুৰা ঘা যেন লাগে। মাজে সময়ে খজুৱাই থাকে।”

সিহঁতে কথাপতা ঠাইডোখৰ ৰাস্তাৰ ওপৰতে আছিল। অকণমান আঁতৰত থকা আঁহত গছ এজোপাৰ তললৈ সমীৰে মধুচন্দাক লৈ গ’ল। সি কথা আৰম্ভ কৰিলে-

“মধুচন্দা, তুমি যে ক’লা যে পুৰণা স্মৃতিয়ে তোমাক আমনি কৰে। কিয় কৰে? জীৱনত ঘটি থকা বহুতো ঘটনাৰ ভিতৰত সেইটোও এটা ঘটনা। ঘটনা ঘটে। তাৰ সমাধানো আছে।”

সি পিন্ধি থকা লংপেন্টটো আঁঠুলৈ কোঁচাই লৈ

ক'লে-

"এই চোৰা দুবছৰ আগতে এক্‌চিডেন্ট এটাত মোৰ ভৰিখন ভাগিছিল। অপাৰেশ্যন কৰা চিনবোৰ দেখিছা? সেইবুলি সেই দুৰ্ঘটনাটোৰ কথা মই ভাবি থকা নাই। মনত আছে। থাকিবই। এটা নিয়ম। তোমাৰ মোৰ মাজতো এক্‌চিডেন্ট এটা ঘটি গৈছিল। হে যোৱা ঘটনা এটাক যিহেতু নোহোৱা কৰিব নোৱাৰি সেই বিষয়ে গুৰুত্ব দিব নালাগে।"

সমীৰৰ যুক্তিৰ প্ৰতিবাদ কৰি মধুচন্দাই ক'লে-

"তোমালোক মতা মানুহবোৰে নাৰীৰ হৃদয়ৰ নিভৃত কোণত থকা সৰলতা, কোমলতা আৰু পবিত্ৰতাক সম্পূৰ্ণভাৱে হৃদয়ংগম কৰিব নোৱাৰা। মোৰ স্বামীৰ সৰলতা দেখি নিজকে অপবিত্ৰ যেন লাগে।" মধুচন্দাক সমীৰে এনেদৰে বুজালে -

"তুমি এটা কথা ভাবি লোৱা যে বিয়াৰ আগৰ অৱস্থাটো আৰু বিয়াৰ পাছৰ অৱস্থাটো দুটা ভিন্ন পথ। আগতে আমি আকাশৰ তলত উৰি ফুৰা মুক্ত বিহংগমৰ দৰে আছিলো। এতিয়া সঁজাত বন্দী। গতিকে আগৰ অৱস্থাটো মনত পেলাই হা-হুমুনিয়াহ পেলাই থাকিলে নহ'ব। আগতে আমি বৃত্তৰ পৰিধিৰ বাহিৰত আছিলো। এতিয়া বৃত্তৰ ভিতৰত আছোঁ। সেই বৃত্তৰ পৰিধিৰ ভিতৰত আমি আমাৰ জীৱনৰ

কক্ষপথত নিৰ্দিষ্ট ভাৱে চলিব লাগিব। তেতিয়া স্থিতিস্থাপক অৱস্থাটোক পৰিকল্পিতভাৱে পৰিচালনা কৰা হ'ব।"

ক্ষন্তেক পৰ মনে মনে থাকি সমীৰে আকৌ কৈ গ'ল-

"সেয়েহে মই ভাবিছোঁ যে তুমি আৰু মই পৰস্পৰে পৰস্পৰৰ পৰা আঁতৰি থকাটো শ্ৰেয়।"

হুমুনিয়াহ এটা কাঢ়ি আকৌ ক'লে-

"তোমালোকৰ কাষত থকা ফ্লেটটো মই কিনা কথা আছিল। নিকিনো। মোৰ চাকৰিটোও ছিলঙলৈ ট্ৰেন্সফাৰ কৰিবলৈ দৰ্খাস্ত কৰিছোঁ।"

সমীৰৰ কথাবোৰ শুনি মধুচন্দাই আবেগিক হৈ ক'লে-

"সমীৰদা, আপুনি ফ্লেট কিয় নিকিনিব? কিনক। আমি দুয়োজনে একেলগে থাকিও আমাৰ পুৰণা স্মৃতিবোৰ পাহৰিবলৈ মনৰ দুৱাৰ-খিৰিকীবোৰ বন্ধ কৰি ৰাখিব নোৱাৰিম নে?"

ঈষৎ হাঁহি এটা মাৰি সমীৰে ক'লে-

"তোমাৰ কথাটো সুকীয়া। কিন্তু মই আজি এই মুহুৰ্তত 'পাৰিম' বুলি ক'লেও ভৱিষ্যতৰ কেইটামান দিনলৈকে সেই "পাৰিম"টোৱে কেনে ৰূপ লয় সেই কথাটো এতিয়াই কোৱা টান।"

মধুচন্দাৰ হাত এখন সমীৰৰ দুয়োখন হাতৰ মাজত লৈ সি ক'লে-

"তোমাক ভালপাওঁ কাৰণে, তোমাৰ মংগল কামনা কৰোঁ কাৰণে মই তোমাৰ পৰা আঁতৰত থাকিব খুজিছোঁ মধুচন্দা।"

মধুচন্দাৰ চকুহাল চলচলীয়া হৈ পৰিছিল।

বিজুলীসোঁতৰ প্ৰবাহ পুনৰ আৰম্ভ হ'ল। সমীৰৰ চিন্তাৰ সোঁতৰ যতি পৰিল। তাৰ কাষৰ পৰা উঠি গৈ সুবৰ্ণাই ল'ৰাটোক পঢ়া মেজত হোমৱৰ্ক কৰাবলৈ ধৰিলে। সমীৰৰ মনলৈ আহিল-বিজুলীসোঁতৰ দৰে মানুহৰ জীৱন-প্ৰবাহতো পোহৰ আৰু আন্ধাৰৰ লুকাভাকু চলে। কেতিয়াবা পোহৰ ভাল লাগে। কেতিয়াবা আন্ধাৰ...।

এমাহৰ পাছত সপৰিয়ালে সমীৰ ছিলঙলৈ গুচি গৈছিল।



# সমীকৰণ

পি. এ. জনৰ অনুমতি লৈ স্নেহলতা গৈ ডিভিজনেল মেনেজাৰৰ কক্ষত সোমাল। হাতত এখন প্ৰ-পত্ৰ। বিশ্ববিদ্যালয়ত জমা দিব লাগে। গৱেষণা কৰাৰ অনুমতি বিচাৰি বিশ্ববিদ্যালয়লৈ দৰ্খাস্ত কৰা এখন প্ৰ-পত্ৰ। স্নেহলতাৰ ইংৰাজী সাহিত্যৰ ওপৰত গৱেষণা কৰাৰ মন। স্নেহলতা যিহেতু এগৰাকী চাকৰি কৰা বিষয়া, তেওঁৰ ওপৰৱালা বিষয়াই গৱেষণা কৰাত আপত্তি নাই বুলি অনুমতি দিব লাগে।

কোম্পানীটোৰ ডিভিজনেল মেনেজাৰ হিচাপে পদোন্নতি লৈ গুৱাহাটীলৈ বদলি হোৱা ভাস্কৰ বৰুৱাৰ বেছিদিন হোৱা নাই। আনহাতে স্নেহলতাও একেটা কোম্পানীৰে ধুবুৰী শাখাৰ পৰা জ্যেষ্ঠ প্ৰশাসনিক বিষয়া হিচপে পদোন্নতি লাভ কৰি গুৱাহাটীৰ মাণ্ডলিক কাৰ্যালয়ত যোগদান কৰাৰ মাত্ৰ ডেৰমাহ মানহে হৈছে। ভাস্কৰ বৰুৱাৰ সৈতে এতিয়ালৈকে চা-চিনাকি হোৱাৰ স্নেহলতাৰ সুযোগ মিলা নাই।

স্নেহলতাই আগবঢ়াই দিয়া কাগজখন চাই ভাস্কৰ বৰুৱাই জানিব পাৰিলে যে স্নেহলতা এগৰাকী উচ্চশিক্ষিতা মহিলা, বি এ, বি এছ চি, এম এ (ইংৰাজী)।

“ফৰ্মখন আজি থৈ যাওক। দুদিনমান পিছত আহক”- স্নেহলতাৰ মুখৰ পিনে নোচোৱাকৈ ফাইলত ব্যস্ত হৈ থকা বৰুৱাই ক'লে।

কাতৰ দৃষ্টিৰে বৰুৱাৰ মুখলৈ চাই স্নেহলতাই ক'লে,- “ইউনিভাৰছিটীত ফৰ্ম ছাবমিট কৰা শেষ তাৰিখলৈকে মাত্ৰ তিনি দিনহে বাকী আছে ছাৰ।”

ফাইলৰ ওপৰতে চকু ৰাখি বৰুৱাই ক'লে,- “ঠিক আছে, কাইলৈ আহক। আগবেলা নাহিব।” ধন্যবাদ জনাই স্নেহলতা মেনেজাৰৰ চেম্বাৰৰ পৰা ওলাই আহিল।

অফিচ ছুটীৰ পিছত কোৱাৰ্টাৰলৈ ওভতাৰ পথত স্নেহলতাই বৰুৱাৰ কথাকে ভাবি ভাবি বাট বুলি থাকিল।

মানুহজনৰ বয়স পঞ্চল্লিশ-পঞ্চাশৰ ভিতৰত হ'ব লাগে। চকুত বাইফোকেল চছমা। প্লাছ পাৱাৰটো বহুত বেছি যেন লাগে। চকুহাল দেখি তীক্ষ্ণ বুদ্ধিৰ আভাস পোৱা যায়। চকুৰ বগাখিনি সামান্য ৰঙচুৱা। যেন বহুদিন টোপনি অহা নাই। এটা সুগঠিত পুৰুষোচিত চেহেৰা। টিপ্ টিপ্ পোছাকযোৰেৰে আদহীয়া অথচ ডেকা ডেকা লগা মানুহজনৰ সাংসাৰিক জীৱনৰ বিষয়ে স্নেহলতাই একো

নাজানে। জনাৰ প্ৰয়োজনো নাই। ভাস্কৰ বৰুৱা এজন আত্মগৰ্বী মানুহ বুলি স্নেহলতাই ধাৰণা কৰিলে। আজি বৰুৱাৰ ব্যৱহাৰত স্নেহলতা অলপ যেন আহত হ'ল। তাইৰ ৰূপ আছে। যৌৱন আছে। সুগঠিত এটা লাহি শৰীৰ আছে। এতিয়ালৈকে তাই যিমানবোৰ মতা মানুহৰ সান্নিধ্যলৈ আহিছে প্ৰত্যেকেই যেন এবাৰ হ'লেও তাইৰ ওচৰ চাপিব খোজে। আগধৰি মাত এষাৰ লগাই কথা পাতিব খোজে। তাইতকৈ কম বয়সৰ ডেকা ল'ৰাৰ পৰা ষাঠিৰ ঊৰ্দ্ধৰ বয়সৰ মানুহেও ঘন্টাৰ পিছত ঘন্টা ধৰি তাইৰ লগত সময় পাৰ কৰিব বিচাৰে। সেইটো তাইৰ আত্মগৌৰৱ। কিন্তু আজি তাই হাৰ মানিলে। এজন দাম্ভিক পুৰুষে তাইৰ ৰূপ-যৌৱনৰ প্ৰতি অনাসক্তি প্ৰদৰ্শন কৰি তাইৰ আত্মগৌৰৱক আহত কৰিলে।

পিছদিনা স্নেহলতাই মাৰ্জিত অথচ আকৰ্ষিত বেশভূষাৰে অফিচলৈ আহিল। আবেলি পৰত বৰুৱা ছাৰক লগ ধৰিব লাগিব। শাৰী আৰু ব্লাউজৰ লগত মিলি যোৱাকৈ হাতৰ-কাণৰ অলংকাৰবোৰ পিন্ধিছে। পাতল ৰঙীণ শাৰীখন নিতম্বৰ ওপৰেদি টানকৈ মেৰিয়াই লৈ কঁকালত গুজি লৈছে। ব্লাউজটো বাহু দুটাৰ পৰা বুকুৰ ওখ অংশলৈকে লিপিটখাই পৰিছে। ব্লাউজ আৰু কঁকালত গুঁজি লোৱা শাৰীখনৰ মাজত থকা নাভিমণ্ডলক শাৰীখনে ঢাকি ৰাখিছে যদিও পাতল শাৰীখন ভেদ কৰি কোমল নাভিমণ্ডল প্ৰকট

হৈ পৰিছে। মুঠ কথাত চাই চাই হেঁপাহ নপলোৱা নিৰ্মল পানীৰ পুখুৰী এটাৰ মাজত চৰি ফুৰা স্নেহলতা যেন এজনী ৰাজহংসলৈ ৰূপান্তৰিত হৈছে।

"মে' আই কাম ইন ছাৰ?" অনুমতিলৈ অপেক্ষা নকৰি স্নেহলতাই ভাস্কৰ বৰুৱাৰ ৰুমত প্ৰৱেশ কৰিলে। ফাইলৰ পৰা ক্ষন্তেকৰ বাবে মূৰ দাঙি স্নেহলতালৈ চাই হাতৰ আঙুলিৰ ইংগিতেৰে বৰুৱাই স্নেহলতাক বহিবলৈ দিলে। বৰুৱা আকৌ ফাইলত মগ্ন হৈ পৰিল।

কিছু সময়ৰ কাৰণে কোঠাটোত নিস্তব্ধতাই কোলাহল লগালে। বৰুৱাৰ মনোযোগ আকৰ্ষণ কৰিবলৈ স্নেহলতাই এটা মৃদু গলখেকাৰি মাৰিলে। আকৌ নিস্তব্ধতা। বৰুৱা ফাইলত নিমগ্ন। দহ মিনিটমান পাৰ হৈ গ'ল। স্নেহলতাই বিৰক্তিবোধ কৰিলে। তাইৰ উপস্থিতিক বৰুৱাই যেন গ্ৰাহ্য কৰা নাই। তাইক যেন উপলুঙা কৰিছে।

অৱশেষত তাই অনুনয়ৰ সুৰত ক'লে- 'ছাৰ, আপুনি দিয়া সময়মতে মই আহিছো।'

এইবাৰ কলমটো ফাইলৰ মাজত থৈ বৰুৱাই মূৰ তুলি স্নেহলতাৰ চকুলৈ ক্ষন্তেকপৰ চালে। আগদিনা স্নেহলতাই দি থৈ যোৱা ফৰ্মখন হাতত লৈ সেইখনৰ ওপৰত কিছু পৰ চকু ৰাখি পুনৰায় টেবুলৰ ওপৰত থৈ বৰুৱাই চছমাযোৰ চকুৰ পৰা খুলি ফাইলটোৰ ওপৰত থ'লে। এক গভীৰ

চিন্তাত নিমগ্ন মানুহৰ দৰে কাষত থকা পেপাৰ ৱেইটটো সোঁহাতেৰে টেবুলত ঘূৰাই ঘূৰাই স্নেহলতাৰ চকুলৈ নোচোৱাকৈ বৰুৱাই ক'বলৈ ধৰিলে,- “ডক্টৰেট ডিগ্ৰীটো নথকাকৈ বহুত বেছি দৰমহা এইটো কোম্পানীৰ পৰা আপুনি পাই আছে। বৰ্তমানৰ চাকৰিটো এৰি দি কোনোবা কলেজত অধ্যাপনা কৰিলেও বৰ্তমানতকৈ কম দৰমহা পাব। তদুপৰি কোম্পানীটোত অন্য বহুতো সা-সুবিধা আপুনি পাই আছে। গতিকে কোম্পানীৰ চাকৰি এৰি দি আপুনি কলেজত চাকৰি কৰিবলৈ নিশ্চয় নাযায়। তেনেস্থলত আপোনাৰ নামটোৰ আগত “ড°” আখৰটো বহুৱাই লোৱাৰ অভিলাষৰ কাৰণটো হয়তো এনেধৰণৰ যে আপুনি এগৰাকী বিশেষ শিক্ষিতা মহিলা হিচাপে সমাজত চিনাকি দিব বিচাৰে।”

এইবাৰ পেপাৰ ৱেটটো নিৰ্দিষ্ট স্থানত থৈ বৰুৱাই স্নেহলতাৰ উকা কপালখনলৈ চালে। কিছুপৰ চাই থকাৰ পিছত এটা ম্লান হাঁহি মাৰি বৰুৱাই আকৌ ক'লে,- “আপোনাৰ সৌন্দৰ্য আছে। বয়স আছে। এটা সুন্দৰ শৰীৰ আছে। গৱেষণাৰ কামত সময়বোৰ নষ্ট নকৰি আপুনি সংসাৰ জীৱনত ভৰি দিয়াটো ভাল বুলি মই ভাবো।” আগতে চহী কৰি ৰখা ফৰ্মখন স্নেহলতালৈ ঠেলি দি বৰুৱাই পুনৰ ক'লে,- “কি কৰে সেইটো আপোনাৰ কথা। মই মাত্ৰ মোৰ ভাবটো প্ৰকাশ কৰিলো। এতিয়া যাওক, মোৰ বহুত কাম আছে।”

ড° প্ৰতুল মহন্তৰ তত্ত্বাৱধানত স্নেহলতাই গৱেষণাৰ কাম আৰম্ভ কৰি দিলে। গৱেষণাৰ কামত সোমাই পৰিল যদিও অফিচৰ কৰ্তব্য নিয়াৰিকৈ পালন কৰি থাকিল।

ড° প্ৰতুল মহন্ত এসময়ত যে ভাস্কৰ বৰুৱাৰ কলেজীয়া সহপাঠী আছিল স্নেহলতাই সেই কথা জনা নাছিল।

এদিন বৰুৱাই ড° প্ৰতুল মহন্তৰ পৰা এখন চিঠি পালে। তাত লিখা আছিল,- "স্নেহলতাই আচলতে তাইৰ জীৱনৰ বাকীছোৱা সময়ত নিজকে ব্যস্ত ৰাখিব খোজে। তাইলৈ বেয়া লাগে। তাই বৈধব্য জীৱন পাৰ কৰিছে। এইখন বিশ্ববিদ্যালয়ৰে প্ৰবক্তা ড° হিতেশ ডেকাৰ লগত তাইৰ বিয়া হৈছিল। "চিকাগো বিশ্ববিদ্যালয়"ৰ ছেমিনাৰ এখনত যোগ দিবলৈ ড° ডেকাও গৈছিল। প্ৰায় তিনি বছৰৰ আগতে। উভতি আহোঁতে বিমান দুৰ্ঘটনাত ডেকাই মৃত্যুবৰণ কৰিছিল.... গৱেষণাৰ কাৰণে তাইক সুবিধাকণ দিয়া কাৰণে আপোনাক ধন্যবাদ জনালোঁ।"

দহ দিনৰ পিছত। মেনেজাৰ বৰুৱাই স্নেহলতাক তেওঁৰ চেম্বাৰলৈ মতাই নিলে। ৰিছাৰ্চৰ কথা দুই-এটা সোধাৰ পিছত বৰুৱাই স্নেহলতাক ক'লে,- "অহা বুধবাৰে আবেলি চাৰি বজাৰ পিছত আপুনি অকলে আহি মোক লগ কৰিব। প্লীজ, না নকৰিব।" কথাষাৰত স্নেহলতাই আচৰিত

হোৱাই নহয়, শংকিতও হ'ল। কুণ্ডলী পকাই শুই থকা অজগৰ সাপটোৱে তাৰ জিভাদুখন উলিয়াই যেন চিকাৰ ধৰিবলৈ ৰৈ আছে। তেনেকুৱা অনুভৱ হ'ল স্নেহলতাৰ।

নিৰ্ধাৰিত দিন আৰু সময়মতে অতি সতৰ্কতাৰে স্নেহলতা গৈ বৰুৱাৰ চেম্বাৰত সোমাল। কৌতুহলী দৃষ্টিৰে এ চি লগোৱা কোঠাটো এবাৰ নিৰীক্ষণ কৰিলে। বৰুৱাৰ মুখলৈ চাই পঠিয়ালে। মূৰৰ চুলিবোৰ আউল-বাউল হৈ আছে। যেন এজাক ধুমুহাই গছ এজোপাৰ ডাল-পাতবোৰ মোহাৰি থৈ গৈছে। নেকটাইডালৰ গাঁঠিটো তললৈ নমাই থৈছে। পিন্ধি থকা চোলাটোৰ ওপৰৰ দুটা বুটাম খোলা আছে। স্নেহলতাৰ মনত বিস্ময় আৰু কৌতুহলৰ ভাব জাগ্ৰত হ'ল। লগে লগে ফুৰ্ফুৰীয়া গোন্ধ এটা স্নেহলতাৰ নাকত লাগিল। কলেজত পঢ়ি থাকোঁতে লেবৰেটৰীত কেমেষ্ট্ৰীৰ প্ৰেক্‌টিকেল ক্লাছ কৰোতে পোৱা এলকহলৰ গোন্ধৰ দৰে গোন্ধটো। তাৰ মানে বৰুৱাই চেম্বাৰতে মদ খাইছে। তাই সচকিত হৈ পৰিল। যিকোনো মূহূৰ্ততে ঘটিব পৰা বিপদৰ সম্ভাৱনালৈ লক্ষ্য কৰি তাই আত্মৰক্ষাৰ উপায় বিচাৰিবলৈ ধৰিলে। ভদ্ৰতাৰ খাতিৰত তাই বাহিৰলৈ ওলাই যাবও নোৱাৰে। ক্ষন্তেক পিছতে তাই সাহস পালে। তাই বহি থকা চকীখনৰ কাষত সৰু টিপয় এখনৰ ওপৰত সজাই থোৱা পিতলৰ ডাঙৰ ফুলদানীটো আৱিস্কাৰ কৰিলে। অস্থিৰতা

আঁতৰিল।

সাধাৰণতে অল্পভাষী ভাস্কৰ বৰুৱাই স্নেহলতাক প্ৰয়োজনতকৈ বেছি কথা ক'বলৈ ধৰিলে,- "মিছেছ স্নেহলতা শইকীয়া, মই আজি আপোনাৰ ওচৰত হাৰ মানি গ'লো। মই ভাবিছিলো যে মোৰ ভিতৰৰ 'মই'টোক সদায় খোলা এটাৰ ভিতৰত আবদ্ধ কৰি থ'ম, শামুক এটাৰ দৰে। আনৰ আগত আত্মপ্ৰকাশ নকৰো।"

ড্ৰয়াৰৰ পৰা আধা খালী মদৰ গিলাচটো উলিয়াই চিপ এটা মাৰি ক্ষন্তেকলৈ ভাব সলনি কৰি হঁহাৰ দৰে বৰুৱাই ক'লে,- "আপুনি চাগে ভয় খাইছে। মদৰ গোন্ধ পইছে। ভয় নকৰিব। মই আপোনাৰ কোনো ক্ষতি কৰিব খোজা নাই। মদ মই সদায় খাওঁ। আনদিনা ৰাতি খাওঁ, আজি দিনতে খাইছো। এই কাৰণে খাইছো যে নাখালে মই মোৰ মনৰ কথাবোৰ আপোনাৰ আগত ব্যক্ত কৰিব নোৱাৰিম। আপোনাৰ ব্যক্তিগত জীৱনৰ কথাবোৰ জনাৰ পিছত মোৰ গাম্ভীৰ্যৰ পৰ্দাখন আঁতৰাই আপোনাৰ ওচৰত ধৰা দিব খুজিছো। কি কাৰণে জানে? আপুনিও মোৰ দৰে বুকুৰ মাজত কাঁইট এডাল লৈ কষ্ট পাই আছে।"

কি ক'ব বিচাৰিছে মানুহজনে ? স্নেহলতাই ভাবিলে। তাইৰ কি কথা জানে ? ড° হিতেশ ডেকাৰ লগত বিয়া হোৱা, হিতেশৰ দুৰ্ঘটনাত মৃত্যু হোৱা - এইবোৰ কথা

যদি জানে তেন্তে কোনে ক'লে সেইবোৰ কথা তেওঁক। বৰুৱা মানুহজন যদি অবিবাহিত হৈ আছে অথবা বিপত্নীক হৈছে তেন্তে তাইক বিয়াৰ প্ৰস্তাৱ দিব নেকি? অসম্ভৱ। হ'ব নোৱাৰে। হিতেশৰ স্মৃতিক বুকুত সাবটিয়ে তাই বাকী জীৱনটো অতিবাহিত কৰিব। দ্বিতীয়বাৰ বিয়াত নবহো বুলি তাই শপত খাইছে।

বৰুৱাই ড্ৰয়াৰত থকা কিতাপ এখনৰ মাজৰ পৰা দুখন ফটো উলিয়ালে। এখন ফটো স্নেহলতাতকৈও ধুনীয়া গাভৰু এজনীৰ। আনখন সেই গাভৰুজনীৰ লগত যুগ্মভাৱে তোলা বৰুৱাৰ ফটো। ফটো দুখন উলিয়াই স্নেহলতাক দেখুৱালে। স্নেহলতাই ফটো দুখন বৰুৱাৰ হাতৰ পৰা আনি চাবলৈ ধৰিলে। সঁচাকৈয়ে এজনী মৰমলগা তাইতকৈও ধুনীয়া গাভৰু। বৰুৱাই গিলাচটো উলিয়াই এঢোক খালে আৰু স্নেহলতাক ক'লে,- "আজিৰ তাৰিখত আমাৰ বিয়া হৈছিল। আমি ইজনে সিজনক প্ৰাণভৰি ভাল পাইছিলো।"

চছমাযোৰ চকুৰ পৰা তুলি লৈ ৰুমালেৰে চকুহাল মচি কঁপা কঁপা মাতেৰে বৰুৱাই পুনৰ ক'লে,- "তেওঁ মোক এৰি থৈ গুচি গ'ল। আমাৰ বিয়াৰ ডেৰ মাহ পিছত তেওঁ এদিন দুপৰীয়া অকলে বজাৰলৈ গৈছিল। উগ্ৰপন্থীৰ বোমা বিস্ফোৰণত আন বহুজনৰ লগতে তেওঁৰ দেহটো টুকুৰা টুকুৰ হৈ গ'ল। শৰীৰৰ কোনো অংশ এটাকো বিচাৰি পোৱা

নগ'ল।"

নিজক সুস্থিৰ কৰি লৈ বৰুৱাই আকৌ ক'লে,- "ড° প্ৰতুল মহন্ত, যাৰ তত্ত্বাৱধানত আপুনি গৱেষণাৰ কাম আৰম্ভ কৰিছে, তেখেত মোৰ ক্লাছফ্ৰেণ্ড- কলেজীয়া বন্ধু। আপোনাৰ বিষয়ে মহন্তই মোক সকলো কথা কৈছে। সেই কাৰণে আজি এনেধৰণে সমবেদনা জনাবলৈ আপোনাক মাতিছিলো। বেয়া নাপাব।"

স্নেহলতাৰ চকুহালত পানীৰ তিৰবিৰণি জিলিকিছিল। বৰুৱাক কি বুলি সান্ত্বনা দিব তাই ভাবি পোৱা নাছিল। মাথোঁ কৈছিল,- "মদ কমকৈ খাব, নহ'লে শৰীৰৰ ক্ষতি হ'ব।"

ট্ৰেজিক নাটক এখন চাই উঠি ভাবাক্ৰান্ত মন এটা লৈ ঘৰলৈ ওভতাৰ দৰে স্নেহলতাই বৰুৱাৰ চেম্বাৰৰ পৰা ওলাই গৈছিল। ক্ষন্তেক পিছতে বৰুৱাই স্নেহলতাক কিবা এটা ক'বলৈ বুলি বাহিৰলৈ ওলাই আহিছিল। ইতিমধ্যে তাই বহুদূৰ আঁতৰি গৈছিল।



# আত্মগ্লানি

মোৰ মাতটো খোনা, অৰ্থাৎ মই বকৰা। কথা কওঁতে কথাবোৰ মাজে মাজে বজি যায়। তেতিয়া কাণ-মূৰ জোকাৰি, গলৰ শিৰা-উপশিৰাবোৰ ফুলাই মুখেৰে ফেন বাহিৰ কৰি বক্‌বকাই থাকিব লাগে। অৱশ্যে আগতকৈ বক্‌বকনিৰ পৰিমাণটো বহুত কমিছে যদিও অলপ-অলপ ৰৈ গৈছে। বহুতো চিকিৎসা কৰাৰ পাচতো হাপানি বেমাৰটো ৰৈ যোৱাৰ দৰে।

খোনা মাতটোৱে মোৰ আচল নামটো তলত পেলাই থৈছিল। মানুহবোৰে মোক নবীন বুলি নামাতি ‘বক্‌ৰা’ বুলি মাতিছিল। দাদা বা দেউতাহঁতৰ বয়সৰ মানুহে তেনেদৰে মাতিলে পেটে পেটে বেয়া পাও যদিও খং নুঠে। কিন্তু লাজ পাও। মুখফুটাই একো কবওঁ নোৱাৰো। কিন্তু মোতকৈ বয়সত সৰু পোৱালীহতে যেতিয়া মোক ‘বক্‌ৰা’ বুলি

জোকায় তেতিয়া মোৰ ভীষণ খং উঠে।

এল পি স্কুলৰ পৰা হাইস্কুলত উঠিলো। বিভিন্ন ঠাইৰ পৰা অহা লগৰ সহপাঠিসকলৰ লগত বক্‌বকাই কথা পাতিব লগা হোৱাত মই লাজ পোৱা হলো। সেয়ে মই কথা কমকৈ কোৱা আৰম্ভ কৰিলো। কিন্তু লগৰ ল'ৰাবোৰে মই বক্‌বকাই কথাকোৱা শুনি সিহঁতে আনন্দ পায় কাৰণে মোৰ লগত বেচিকৈহে কথা পতিব খোজে।

যিয়েই নহওক বক্‌বকাই থাকি নৱম শ্ৰেণী পালো। ভূৱনেশ্বৰ শৰ্মা ছাৰৰ সান্নিধ্যলৈ আহিলো। তেখেত আছিল আমাৰ শ্ৰেণী শিক্ষক। অসমীয়া পদ্য পঢ়ায়। ব'গা ধুতি আৰু ব'গা পাঞ্জাবী পিন্ধা শুৱনি মানুহজন বৰ মৰমীয়াল আছিল। তেখেতে পাঞ্জাৱী চোলাটোৰ তলৰ জেপখনত তামোল-পাণৰ টেমা এটা লৈ ফুৰিছিল কাৰণে চোলাটোৰ এটাফাল বেকা হৈ ওলমি আছিল। আমাক পদ্য পঢ়োৱাৰ সময়তো টেমাটোৰ পৰা তামোল-পাণ উলিয়াই দুই এখন চোবাইছিল।

শৰ্মা ছাৰে হাজিৰা বহিত ৰোল নম্বৰবোৰ মাতি যায়। তেতিয়া আমি “ইয়েচ ছাৰ” বুলি কৈ উপস্থিতিৰ উমান দিব লাগে। ছাৰে ৰোল নম্বৰ তিনি বুলি উচ্চাৰণ কৰাৰ লগে লগে মোৰ গাৰ কপনি উঠে। মোৰ ৰোল নম্বৰ হ'ল চাৰি। “ছাৰে কয় ৰোল নং চাৰি” আৰু মই ই ই ই ই কৈ চাৰিবাৰ

মান গলৰ শিৰা ফুলাই মুৰৰ কপনি তোলাৰ পাচতহে “য়েচ ছাৰ”টো মুখেৰে ওলায়।

এনেকৈ কিছুদিন যোৱাৰ পিছত ছাৰে কি ভাবিলে জানো; তেখেতে ৰোল নং তিনি বুলি উচ্চাৰণ কৰাৰ পিচত মোৰ মুখলৈ চাই হাতেৰে নামাতিবলৈ ইচাৰা দি “ৰোল নং পাচ” বুলি মাতে।

এনেদৰে এক মাহমান পাৰ হ’ল। হঠাৎ এদিন ছাৰে মাতি দিলে, “ৰোল নং চাৰি।” ময়ো আগৰ দৰে ই ই ই ই কৈ বক্‌বকাই থাকিলো। মোৰ কাষতে বহা তিনি ৰোল নম্বৰৰ ছাত্ৰ হোমেশ্বৰে মোৰ পিঠিত তাৰ হাতেৰে বিৰাট জোৰেৰে চাপৰ এটা মাৰিলে। লগে লগে মোৰ মুখৰপৰা “ইয়েচ ছাৰ” কথাষাৰ বাহিৰ হৈ আহিল।

হোমেশ্বৰৰ ওপৰত মোৰ ভীষণ খং উঠিল। ই ই ই কৈ থাকোতে বেঙুপাৰ্টিৰ হৰ্ণেট বজোৱা মানুহকেইজনৰ দৰে মোৰ গলধনৰ শিৰা উপশিৰাবোৰ ফুলি উঠি মুখেৰে ফেন ওলোৱাৰ লগতে মূৰৰ কপনিত থৰকাচুটি হেৰাইছে। কিমানযে কষ্ট পাইছো। তাৰ ওপৰতে মোৰ পিঠিত পৰিল হোমেশ্বৰৰ ঔ কিল। খঙত বিতত হৈ বহাই দিলো হোমেশ্বৰৰ গালত এটা একসেৰীয়া ঘোচা। হোমেশ্বৰেও ফেপেৰি পাতি উঠিল। শ্ৰেণীকোঠাত এটা বিশৃঙ্খল পৰিস্থিতিৰ সৃষ্টি হ’ল। শেষত শৰ্মা ছাৰে চকীৰ পৰা নামি আহি আমাৰ কাজিয়াখন

ভাঙি দি মোক ক'লে,- "আচলতে মই হোমেশ্বৰক তোমাৰ পিঠিত থপৰিয়াই দিবলৈ আগতে কৈ থৈছিলো যাতে তোমাৰ কথাবোৰ নবজি সলসলীয়াকৈ ওলাই আহিব পাৰে। কিন্তু তেওঁ দৰ্কাৰিতকৈ যোৰকৈ থাপ্পৰটো মাৰিলে।"

বহুতো কবিৰাজী দৰব খাই আৰোগ্য নোপোৱাৰ পাচত ছাৰে যেন মোক মকৰধ্বজ এপালিহে খুৱালে। তেতিয়াৰে পৰা যিজনে মোৰ ওচৰতে বহে মই বক্‌বকাই থাকিলে মোৰ পিঠিখনত ঢকা একোটা মাৰিবলৈ কোৱা হ'লো। ছাৰৰ মকৰধ্বজে কাম দিয়া যেন লাগিল। কেইমাহমানৰ পিচত মোৰ বক্‌বকোৱা বেমাৰটোৱে কিছু পৰিমাণে শাম কাটিলে যদিও অন্য এটা ৰোগে দেখা দিলে।

মোৰ পিঠিখন প্ৰথমতে বিষাই থকা হ'ল। তাৰ পিচত পিঠিখন ক'লা পৰিল। শেষত খোচানি এচাৰি দালৰ খোচ খাই খাই হালবোৱা গৰু হালৰ টিকাৰ চালখনৰ দৰে মোৰো পিঠিৰ চালখন দাঠ আৰু সংবেদনহীন হৈ পৰিল।

বি এটো পাচ কৰিলো। ভালকৈ নহলেও বেয়াকৈও নহয়। Distinction পালো 57 শতাংশ নম্বৰ লৈ। বহুতো শুভাকাংশীয়ে একেলগে ইংৰাজীত এম এটো পঢ়িবলৈ পৰামৰ্শ দিছিল। মোৰো মন আছিল। কিন্তু দেউতাৰ নজনীয়া পৰিয়ালটোৰ আৰ্থিক দুৰাৱস্থা দেখি মোৰ এম এ পঢ়াৰ আশাটো বাদ দিলো।

দেউতা আছিল এম ভি স্কুলৰ হেড পণ্ডিত। যিটো সময়ত মই বি এ পাচ কৰিছিলো সেই সময়ত দেউতাৰ বেতন আছিল মাহেকত ষাঠি টকা। সেইখিনি সামান্য উপাৰ্জনেৰে দেউতাই ঘৰখনক পোহ পাল দিয়াৰ উপৰিও আমাৰ পঢ়া খৰচ দিব লাগে।

বাতৰিকাকতত বিজ্ঞাপন চাই চাই বহুতো বিভাগলৈ চাকৰি বিচাৰি দৰ্খাস্ত পঠালো। কেইবাখনো স্কুল আৰু ব্যক্তিগত প্ৰতিষ্ঠানৰ পৰা সাক্ষাতৰ বাবে চিঠি পাইছিলো যদিও ঘৰৰ পৰা চাকৰি কৰা ঠাইৰ দূৰত্ব বেচি হোৱা কাৰণে দেউতাই আপত্তি কৰিছিল। শেষত গুৱাহাটীস্থিত ৰাষ্ট্ৰীয়কৃত অনুষ্ঠান এটাৰ পৰা লিখিত পৰীক্ষাৰ বাবে Calling letter এখন পালো। চাকৰিত মকৰল হ'লে গুৱাহাটীত হব।

লিখিত পৰীক্ষাত পাচ কৰিলো। মৌখিক সাক্ষাতৰ বাবে চিঠি পালো। তেতিয়াহে যেন মোৰ শৰীৰত মেলেৰীয়া জ্বৰৰ কপনিটো উঠিবলৈ ধৰিলে।

ভালকৈ কথা কব নোৱাৰা বকৰা মানুহক জানো চাকৰি দিব ? সেই কথাটো ভাবি আকৌ পিঠিত ঔকিল খোৱা ঔষধ পালি আৰম্ভ কৰিলো। কিন্তু বিশেষ improvement নহল। মৃত মানুহ এজনৰ শৰীৰটো চিতাত জ্বলাই ছাই কৰি পেলোৱাৰ পিচতো কিছু অংশ পোৰা নোযোৱাকৈ ৰৈ

যোৱাৰ দৰে মোৰ খোনা মাতটোৰো অলপ বৈ গ'ল।

চাকৰিৰ সাক্ষাত লোৱা কাৰ্যালয়লৈ গৈ সময়মতে উপস্থিত হ'লো। মোৰ চকু কপালত উঠিল। প্ৰায় একহাজাৰ মান ল'ৰা-ছোৱালীয়ে হাতে হাতে ফাইল অথবা বেগ একোটালৈ বৈ আছে। বাৰে বাৰে হাতৰ ঘড়ীবোৰলৈ চাইছে।

বিজ্ঞাপন মতে খালি পদ মাত্ৰ বাৰটা। তাৰ ভিতৰত SC, ST, OBC আদিৰ বাবে নিৰ্দিষ্ট সংৰক্ষিত কোটা আছেই। গতিকে সাধাৰণ শ্ৰেণীৰ প্ৰাৰ্থীৰ বাবে মাত্ৰ পাচ-ছয়টামান পদহে খালি থাকিব।

"নাই, নহব।" মই ভাবিলো। এনেয়ে মই বক্ৰা। তাতে ইমানবোৰ চাকৰিপ্ৰাৰ্থী। চাকৰিটো নাপাম বুলি মই প্ৰায় খাটাং হ'লো। সময় নষ্ট নকৰি ঘৰলৈ উভতিবলৈ খোজ পেলালো।

মেইন গেটখনৰ ওচৰ পাইছো। দেখিলো ল'ৰা এজনে হাতত ফাইল এটা লৈ খোৰা ভৰি এখনেৰে লেকেচিয়াই সোমাই আহিছে।

মোৰ বক্ৰ সুৰধ্বণীৰে তেওঁক সুধিলো, "আ-আ-আপুনিও কে-কে-কেণ্ডিডেট্ নেকি? তেওঁ হয় বুলি জনালে। কথা পাতি তেওঁৰ পৰা জানিব পাৰিলো যে সৰুতে "প'লিও" ৰোগত আক্ৰান্ত হৈ তেওঁৰ সোঁ ভৰিখন নিশকতীয়া হৈছে।

ল'ৰাজন কাৰ্যালয়ৰ অভিমুখে গমন কৰিলে। তেওঁ যোৱাৰ পিনে চাই চাই মই সাগৰৰ মাজত যেন খোৱা পানী এটুপি বিচাৰি পালো। লেঙেৰা ভৰি এখনেৰে যদি ইন্টাৰভিউ দিব পাৰে তেন্তে লেঙেৰা মাতটোৰে মই কিয় নোৱাৰিম? মোৰ মনত সাহস জন্মিল।

পুনৰ উভতি আহিলো। সাক্ষাতৰ বাবে সাজু হৈ ৰ'লো।

ডেৰ ঘন্টামান অপেক্ষাৰ অন্তত সাক্ষাত কক্ষৰ দুৱাৰখন মেলি চাকৰি প্ৰাৰ্থীবোৰলৈ চাই মানুহ এজনে চিঞৰি মাতিলে,- "নবীন বৰুৱা?"

কিবা এটা শিহৰণে মোৰ শৰীৰটো জোকাৰি দিলে। সংশয়, উৎকণ্ঠা আৰু ভয়তে মোৰ ডিঙিটো শুকাই গৈছিল। ভৰিদুখনেও মোক জোকাৰি দিছিল চাগে।

জীৱনত প্ৰথমবাৰৰ কাৰণে চাকৰিৰ বাবে সাক্ষাতকাৰীৰ সন্মুখত থিয় হৈছো। মোৰ কাৰণে অতি সাংঘাতিক কথা. তাতোকৈ সাংঘাতিক মোৰ খোনা মাতটো। ভয় নালাগিবনে?

সাক্ষাতকাৰী সকলৰ সন্মুখৰ চকীত মোক বহিবলৈ কোৱা হ'ল। কুচিমুচি চকীখনত বহিলো। মোৰ সন্মুখত চাৰিজন মানুহ বহি আছে। আঠটা চকুৱে মোৰ পিনে একেলগে চাইছে। তেওঁলোকৰ মুখত হাঁহি-মাত নাই।

সকলোৰে সন্মুখত একোটাকৈ ফাইল। মোৰ এনে ভাব হ'ল যে চক্ৰবেহুৰ মাজত সুমুৱাইলৈ অভিমন্যুক আক্ৰমণ কৰাৰ দৰে মানুহ চাৰিজনে মোৰ ওপৰত আক্ৰমণ চলাব। মই নাৰ্ভাচ হোৱা বুলি জানিব পাৰি বোধহয় এজন অফিচাৰে তেখেতৰ কাষত থকা পানীৰ গিলাচটো মোলৈ আগবঢ়াই দিলে। একে শোহাই পানী গিলাচ শেষ কৰি হাত এখনেৰে মুখখন মচিলো।

পানী গিলাচ খোৱাৰ পাচত মোৰ মগজুটো বোধকৰো অলপ সুস্থিৰ হ'ল। পটক্‌কৈ মনলৈ আহিল কাগজ এটুকুৰাত লিখি চোলাৰ ওপৰৰ জেপত লৈ যোৱা কথাটো। কাগজ টুকুৰাত লিখা আছিল- I am a stammerer. Please excuse me. অৰ্থাৎ মোৰ মাতটো খোনা তাৰ বাবে মোক ক্ষমা কৰিব।

কাগজখিলা জেপৰ পৰা উলিয়াই মোৰ মুখামুখিকৈ বহা অফিচাৰজনক দিলো। তেখেতে, তেখেতৰ কাষত বহাজনক আৰু সেইজনে আনজনক কাগজখিলা আগবঢ়ালে। হঠাৎ যেন কৰবাত বোমা এটা ফুটিব পাৰে তেনে ধৰণৰ ভয়ৰ ভাৱ এটা লৈ মই আটাইকেইজন অফিচাৰৰ চকুলৈ চাই আছো।

যিজন অফিচাৰক প্ৰথমতে কাগজখন দিছিলো তেখেতে মৰমসনা দৃষ্টিৰে মোৰ চকুলৈ চালে। এজনে মূৰটো

লৰালে। আন এজনে তলৰ ওঠটো দাতেৰে কামুৰি ধৰিলে। আৰু চতুৰ্থজনে কোনো অভিব্যক্তি প্ৰকাশ নকৰাকৈ মোৰ অৰিজিনেল চাৰ্টিফিকেট আৰু মাৰ্কশ্বিটবোৰ বিচাৰিলে।

চাকৰিটো মই পালো। মনত আনন্দ লাগিল। চাকৰি এটা পালো সেই কাৰণে নহয়- মই দেউতাক আৰ্থিকভাৱে সহায় কৰিব পাৰিম সেই কাৰণেহে।

এটা মেচত থাকি মোৰ চাকৰি জীৱন আৰম্ভ কৰিলো। শনিবাৰে সন্ধিয়া বাছত উঠি ঘৰলৈ যাও আৰু দেওবাৰটো ঘৰত থাকি সোমবাৰে ৰাতিপুৱা আহি অফিচ কৰো। গুৱাহাটীৰ পৰা ঘৰলৈ বাছেৰে আঢ়ৈঘণ্টাৰ বাট।

এনেদৰে মই মোৰ কৰ্মজীৱনৰ পাতনি মেলিলো। এদিন বাছত এটা অঘটন ঘটিল।

দিনৰ ডেৰ বজাত শনিবাৰে অফিচ চুটি হয়। চুটিৰ পিছত মাছখোৱাৰ বাছ আস্থানলৈ আহি ঘৰলৈ যোৱা বাছৰ টিকট কিনিলো। টিকটত চিট নম্বৰ দিয়া থাকে। চিটটো বিচাৰিলৈ বাছখনৰ মাজমানত মোৰ চিটত বহিলো। খিৰিকিৰ কাষৰ চিটটোত আগৰ পৰা যাত্ৰী এজন বহি আছিল। তেওঁৰ হাতত “বিস্ময়” আলোচনীখনৰ কপি এটা। একান্তমনে পঢ়ি আছে। কাৰোপিনে ভ্ৰুক্ষেপ নাই। আনকি মই গৈ তেওঁৰ কাষত হেঁচামাৰি বহাৰ পিচতো মোৰ পিনে এবাৰো চোৱা নাই।

মানুহজনৰ মুখৰ অবয়ৱ আৰু গাৰ চালখনৰ বৰণটো আৰু পোছাকযোৰ দেখি অনুমান কৰিব পাৰি যে তেওঁ মোৰ দৰে আৰ্থিক দৈন্যতাৰ কষ্ট অনুভৱ নকৰা বিত্তবান পৰিয়ালৰ লোক। তেওঁৰ সোঁহাতত সোণালী ৰঙৰ এটা দামী ঘড়ী আৰু চকুত মাইনাচ পাৱাৰৰ দামী ফ্ৰেমৰ এযোৰ চছমা আছে। সোঁহাতত দুটা সোণৰ আঙুঠি। এটাত নীলা ৰঙৰ বাখৰ খটোৱা। মোৰ হাতত ঘড়ী নাইবা আঙুঠি একো নাছিল।

মোৰ কাষত বহা মানুহজনৰ লগত চা-চিনাকি হৈ দুই এটা কথা পাতিবৰ মন গ'ল। কিন্তু কি বুলিনো কথা আৰম্ভ কৰো? সেই কথা মনতে ভাবি থাকিলো। তাতে তেওঁ একান্ত মনে বিস্ময়খন পঢ়ি আছে। কেতিয়ানো সাময়িকভাৱে কিতাপখন জপাই মুৰটো দাঙি অকণমান বিশ্ৰাম লয় মই সেই কথাটো লক্ষ্য কৰি আছো।

কিছুদূৰ গৈ থকাৰ পিচত সঁচাকৈয়ে তেওঁ পঢ়ি থকা পৃষ্ঠাটোৰ কোন এটাত ভাজ লগাই কিতাপ পঢ়া বন্ধ কৰিলে আৰু এঙামুৰি দি হাত দুখন ওপৰলৈ দাঙিলে। মোৰ পিনেও এবাৰ ঘূৰি চালে। মানুহজন বয়সত মোতকৈ অলপ বেছি যেন লাগিল। সেই চেগতে মোৰ বক্‌ৰা স্বৰধ্বনিৰে তেওঁক সুধিলো,- "হেৰি, আ-আ-আপোনাৰ ঘড়ীত কে-কে-কেইটা বাজিছে দিয়ক?"

মানুহজনে অলপপৰ মোৰ মুখলৈ চাই থকাৰ পিচত তেওঁ ঘড়ী পিন্ধা হাতখন মোৰ চকুৰ আগত দাঙি ধৰিলে। আৰু মিচিকিয়া হাঁহিৰে ওঠদুখন বহলকৈ টানি হাতখন আঁতৰাই নিলে।

মানুহজনৰ ব্যৱহাৰত মই ক্ষুন্ন হলো। কি আচৰিত মানুহ? ঘড়ীটো নিজে চাই সময়টোৰ বিষয়ে তেওঁ নিজমুখেৰে মোক জনাব পাৰিলেহেতেন। তেওঁ যেন বৰ অহংকাৰী মানুহ। মোক যেন তেওঁ ইন্‌চাল্ট কৰিছে। তেনে ভাৱ এটাই মোৰ অন্তৰত ক্ৰিয়া কৰিলে। তেওঁৰ অসহনীয় আচৰণ দেখি মই কথাবোৰে অন্য ধৰণে ভাবিবলৈ ল'লো।

হব পাৰে, তেও এজন ধনী মানুহ। তেওঁৰ হাতত সোণৰ আঙঠি থাকিব পাৰে আৰু মোৰ হাতত একো নাথাকিব পাৰে; তথাপি আমি দুয়োজনে এটা চিটত বহি একেখন বাছত গৈ আছো। দুয়োজনে একে সহযাত্ৰী। তেনেস্থলত মানুহজনে মুখেৰে নামাতি মোক ভেঙুচালি কৰিব কিয়? ইমান অহংকাৰ- ইমান গৰ্ব।

আকৌ ভাবিলো- মানুহজন হয়তো চালফা জাতীয় প্ৰাণী। নিশাটোৰ ভিতৰতে লাখ লাখ টকা আত্মসাৎ কৰি নিজকে দেশখনৰ সকলো সম্পত্তিৰ মালিক বুলি ভাবে। সিহঁতৰ কবলত পৰি সৰু সৰু মানুহবোৰ হাৰি যায়।

কথাবোৰ যিমানে ভাবিছো সিমানে অপমানৰ

জুইকুৰাত মই দগ্ধ হৈছো। মই সাহস গোটালো। অন্যায়ৰ প্ৰতিবাদ কৰিব লাগিব। অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ নকৰাটোও এটা অন্যায়।

ক্ৰোধ মিহলি হোৱা মোৰ খোনা মাতেৰে মই মানুহজনক ক'লো,- "আপুনি যে মোক হা-হা-হাতখন মেলি ঘ-ঘ-ঘড়ীটো দেখুৱালে, সময়টোৰ কথা মু-মু-মুখেৰে নকলে কিয়?"

মানুহজনে আগৰদৰে মিঠা হাঁহি এটা মাৰি ক'লে,- "তেতিয়া আপুনি ভা-ভা-ভাবিলেহেঁতেন যে মই আপোনাক ঠা-ঠা-ঠাট্টা কৰিছো।"

মানুহজনৰ বিৰুদ্ধে জন্মা মোৰ অহেতুক বিষাদ্‌গাৰবোৰ নিমিষতে আঁতৰি গ'ল। মানুহজনৰ ওচৰত মই লাজপোৱাই নহয় আত্মগ্লানিয়ে তেতিয়া মোক দংশন কৰিছিল।



# প্ৰতিশোধ

নলবাৰী চহৰৰ পৰা পশ্চিম দিশত হাতীজাৰা নামৰ এখন গাওঁ আছে। নলবাৰীৰ পৰা ছয়- সাত কিলোমিটাৰ মান হ'ব। গাওঁখনলৈ এতিয়াও বিজুলীৰ সৰবৰাহ হোৱা নাই। পথবোৰ কেঁচা।

দুখীয়া মানুহে গাঁৱত আৰু ধনী মানুহে টাউন চহৰত বাস কৰাতো এটা প্ৰচলিত ৰীতি। তাৰোপৰি জাত-পাত বোলা কথাটো গাঁৱবোৰত বেছি আৰু টাউন চহৰত কিছু পৰিমাণে কম। হাতীজাৰা গাঁওখনো তাৰ ব্যতিক্ৰম নহয়।

এটা কথা ঠিক যে গাঁৱৰ দুখীয়ামানুহবোৰৰ মাজতো দুই-চাৰিঘৰ ধনী মানুহো থাকে, যেনিবা চাহ-বাগিছাৰ মাজে-মাজে থকা ওখ গছ কিছুমান। হাতীজাৰা গাঁৱতো সেইদৰে আছে।

লক্ষীকান্ত দাস সেইখন গাঁৱৰ ল'ৰা। কোচ সম্প্ৰদায়ৰ মানুহ। আঠ বছৰ বয়সত সি পিতৃহাৰা হয়। বিধৱা মাকে ভদ্ৰেশ্বৰ মহাজন আৰু পঞ্চানন শৰ্মাৰ ঘৰত ধান বনা, কাপোৰ

ধোৱা কাম কৰি পেট প্ৰবৰ্ত্তোৱাৰ উপৰিও লক্ষীকান্তক স্কুলত পঢ়াইছিল। কিন্তু খাদ্যাভাব  আৰু কঠোৰ পৰিশ্ৰমৰ কাৰণে লক্ষীকান্তৰ মাকৰ ককাঁল পৰি আহিল। সপ্তম শ্ৰেণীৰ পৰা পঢ়া এৰুৱাই লক্ষীকান্তক ভদ্ৰেশ্বৰ মহাজনৰ ঘৰত চাকৰ থ'লে।

পঞ্চানন শৰ্মাৰ বস্তিটোৰ কাষতে ভদ্ৰেশ্বৰ কলিতাৰ চন পৰা বস্তিমাটি এডৰা আছে। সেই মাটিডৰাত লক্ষীকান্তই মহাজনৰ গাই গৰু কেইজনীক এৰাল দিবলৈ, দুপৰীয়া পানী খুৱাবলৈ আৰু সন্ধিয়াপৰত আনিবলৈ অহা-যোৱা কৰে।

যৌৱনৰ বৰযুণজাকত লহপহকৈ ফুলি উঠা পঞ্চানন শৰ্মাৰ ছোৱালী পদুমীৰ চঞ্চল চকুযুৰি আৰু খুন্দনাটোৰ দৰে শৰীৰটোৱে লক্ষীকান্তৰ মনত শিহৰণ তুলিলে। আনহাতে লক্ষীকান্তৰ সুগঠিত মুখমণ্ডল, শক্তিশালী দুটা বাহু, ভৰিৰ নোদোকা দুটা কলাফুল আৰু মৰমিয়াল চকুৰ গভীৰ চাৱনিয়ে পদুমীক ব্যাকুল কৰি তুলিলে। আঁতৰৰ পৰা আলেঙে আলেঙে চাই দুয়ো দুয়োলৈ হাহে।

লাহে লাহে দুয়োজনে বেছি ওচৰ চাপি আহিল। পদুমীয়ে লক্ষীকান্তক “লক্ষীদা” বুলি সম্বোধন কৰা হ'ল।

পদুমী আৰু লক্ষীকান্তৰ প্ৰেম গভীৰ হ'ল। লক্ষীকান্তই ভাবিলে- “সি জানো পদুমীক পাব? সেইটো জানো সম্ভৱ

হ’ব? অভাৱ কি বস্তু পদুমীয়ে নেজানে। তাই ধনী ব্ৰাহ্মন পৰিয়ালৰ সন্তান। তেল আৰু পানী লগ নলগাৰ দৰে ধনী আৰু দুখীয়া মানুহৰ মাজতো মিল নাথাকে।”

কথাবোৰ ভাবি লক্ষীকান্তৰ কলিজাটো ক’লা পৰি যায়। ইতিমধ্যে লক্ষীকান্তই মহাজনৰ ঘৰত চাকৰ খটা কাম বাদ দিলে। বাপেকৰ দিনৰ মাটি দুই বিঘা চহ কৰি খেতি কৰাৰ কথা ভাবিলে। গৰুহালৰ অভাৱত মৰকীয়া হাল বাই খেতি আৰম্ভ কৰিলে। সি পদুমীক পোৱাৰ আশা বাদ দিছিল যদিও পদুমীয়ে তাৰ লগ এৰা নাছিল।

লক্ষীকান্তৰ মাক দিনক-দিনে দুৰ্বল হৈ যাবলৈ ধৰিলে। নানা বেমাৰত আক্ৰান্ত হোৱা মাকক চহৰলৈ নি চিকিৎসা কৰিবলৈ লক্ষীকান্তৰ ধন নাই। একেখন গাওঁৰে গেন্ধেলী বুঢ়ীয়ে মাকক জৰাফুকা কৰি থকাৰ অন্তত এদিন মাক সিফলীয়া হ’ল।

ফুল ফুলিলে গোন্ধ ওলায়। লক্ষীকান্ত আৰু পদুমীৰ মাজৰ সম্পৰ্কটোও অহুকানে-পহুকানে এদিন জনাজাত হৈ পৰিল। কথাটো পঞ্চানন শৰ্মাৰ কাণত পৰিল। লক্ষীকান্ত, শৰ্মাৰ হাতৰ মলি। ৰাতিটোৰ ভিতৰতে তাক নিখোজ কৰি দিব পাৰে। কিন্তু তেনে কৰিলে কথাবোৰ বেচিকৈ প্ৰচাৰ হ’ব বুলি ভাবি তলে তলে পদুমীলৈ দৰা বিচৰাত লাগিল।

"প্ৰেমত ফুলে শতদল, প্ৰেমত ঘূৰে ভূমণ্ডল।" এদিন ৰাতি পদুমীৰ সৈতে লক্ষীকান্ত গাৱৰ পৰা অন্তৰ্দ্ধান হ'ল। পঞ্চানন শৰ্মাৰ ঘৰত হুৰা-দুৰা লাগিল। নৈষ্ঠিক কুলিন ব্ৰাহ্মন পৰিয়ালত ক'লা ছাই পৰিল।

পদুমীকলৈ লক্ষীকান্ত গৈ উজনী অসম পালে। কোনোবা এটা কাৰাখানাত কাম কৰি পেট প্ৰবৰ্তালে। কিন্তু কামৰূপীয়া ঢেকেৰি ভাষাকোৱা লক্ষীকান্ত আৰু পদুমীয়ে উজনীয়া মানুহখিনিৰ লগত ভালকৈ মিলা মিচা কৰিবলৈ টান পালে।

দুই বছৰ মানৰ মুৰত সিঁহতহাল পুনৰ নিজৰ গাৱলৈ ঘুৰি আহিল। খবৰ পাই পঞ্চানন শৰ্মাই খেদি আহিল। লক্ষীকান্তক গালি শপনি দিয়াৰ পাচত তাক পুলিচক গতাই দিব খুজিলে। কিন্তু লক্ষীকান্তৰ ঔৰসে পদুমীৰ গৰ্ভত স্থিতিলৈ পাচমহীয়া ভ্ৰুণৰ সৃষ্টি হোৱা কথাটো জানি দুখ মনেৰে শৰ্মা আঁতৰি গ'ল। পদুমীৰ গৰ্ভত থকা অংকুৰণটোৱে যেন ক'লে

"ধনী আৰু দুখীয়াৰ, বামুণ আৰু শুদিৰৰ তেজ মিলি মোৰ জন্ম হ'ব। মই ধনী-দুখীয়া, বামুন-শুদিৰ একো নহও। মই মানুহ হ'ম।"

যথা সময়ত পদুমীয়ে ছোৱালী এজনীৰ জন্ম দিলে। তাইৰ নাম থলে লিলিমাই। লিলিমাইৰ জন্মৰ ডেৰ বছৰ

পাচতে আনজনী ছোৱালী সোনমাইৰ জন্ম হ'ল।

পদুমীৰ প্ৰায়ে অসুখ হৈ থকা হ'ল। লক্ষীকান্তৰ চিন্তা বাঢ়িল। বহুতো ভাবি চিন্তি সি গৈ ভদ্ৰেশ্বৰ মহাজনৰ ওচৰ চাপিল।

"মহাজন দেউতা, আপুনি মোৰ এক বিঘামাটি বন্ধকত ৰাখি দুই হাজাৰ টকা ধাৰলৈ দিয়ক।"

মহাজনে ভাবিলে-

"লক্ষীকান্তৰ একবিঘা মাটিত খোপনি পুতিব পাৰিলে বাকী মাটিবোৰো অনায়সে গ্ৰাস কৰিব পাৰিব।"

দলিল এখনত লক্ষীকান্তৰ চহীলৈ মহাজনে তাক টকা দুই হাজাৰ দিলে।

কেইটামান বছৰে বাগৰ সলালে। লিলিমাই ওঠৰ বছৰ পাৰ হ'ল। সৰুমাই তাইতকৈ ডেৰ বছৰে সৰু। বেমাৰে পদুমীক তৰপিয়াই থেকেচি থাকিল। মানুহজনী শুকাই ক্ষীণাই চেপেটা লাগিল। লক্ষীকান্তই পদুমীক গুৱাহাটীলৈ নি ডাঙৰ ডাক্তৰক দেখুৱাবলৈ মন কৰিলে।

সি পুনৰ ভদ্ৰকান্ত মহাজনক ধৰিলে। বস্তিটোৰ তিনিকঠা মাটিৰ বাহিৰে সকলোবোৰ মাটি বন্ধকত থৈ লক্ষীকান্তই মহাজনৰ পৰা টকা ল'লে।

গুৱাহাটীলৈ নি পদুমীৰ চিকিৎসা কৰা হ'ল যদিও

পদুমী সুস্থ হৈ নুঠিল। ডাক্তৰৰ মতে মানসিক কষ্টৰ কাৰণে বিভিন্ন ৰোগে পদুমীক আক্ৰমণ কৰিছে। এক বছৰমান ঔষধখোৱাৰ লগতে গাখীৰ, কল, কণী আদি খাই থাকিব লাগিব। ডাক্তৰৰ উপদেশ।

তিনিমাহৰ মুৰত পদুমীয়ে চিৰদিনলৈ চকু মুদিলে। লিলিমাই আৰু সোনমায়ে হিয়াঢাকুৰি কান্দিলে। লক্ষীকান্তৰ চকুপানী নোলাল। তাৰ চকুপানীবোৰ কেতিয়াবাই শুকাই গোট মাৰিছে।

ৰাতিপুৱাতে জক্‌ৰা-পন্টা যিহ'কে পায় ভাত এককাহী তেল নিমখ আৰু জলকীয়াৰে খাই উঠি লক্ষীকান্ত টাউনলৈ যায়। দিনৰ দিনটো হাজিৰা কাম কৰি নিশা আঠটামান বজাত ঘৰ আহি পায়। লিলিমাইহতে ৰন্ধা গৰম ভাত এসাজ তিনিওজনে মিলি খায়।

লাহে লাহে লক্ষীকান্তই দুই পইচা সাচিব পৰা হ'ল। টাউনৰ বৰুৱা বাবুৱে তাক মৰম কৰে। তেওঁ বেংকত লক্ষীকান্তৰ এটা একাউন্ট খুলি দিলে। এশ টকামান হ'লে লক্ষীকান্তই বৰুৱা বাবুক টকা খিনি দিয়ে। বৰুৱাই লক্ষীকান্তৰ একাউন্টত জমা কৰে।

লিলিমাই এইবাৰ মেট্ৰিক পৰীক্ষা দিব। সোনমাই ক্লাচ নাইন পাইছে। বয়সত সৰু যদিও লিলিমাইতকৈ সোনমাইৰ

দেহাটোতহে যৌৱনটোৱে যেন খোপনি পুতিছে। তাই অলপ চঞ্চল স্বভাৱৰ। ভদ্রেশ্বৰ মহাজনৰ পেটমোচা লৰা হলধৰে সেই চঞ্চলতাৰ সুযোগ ল'লে। সোনমাইক সি তাৰ কামনাৰ বলি সজাবলৈ চেষ্টা চলাই থাকিল।

সেই দিনটো আছিল শনিবাৰ। লক্ষীকান্তৰো জন্ম বাৰ। আৰু সেই দিনটোতে লক্ষীকান্তৰ জীৱনে নতুন মোৰ লৈছিল।

পূৱ আকাশত ৰাতিপুৱাৰ ৰঙাবেলিটো দুই হাতমান ওপৰলৈ উঠিছে। মোনা এখনৰ ভিতৰত দাখন সোমাইলৈ লক্ষীকান্তই টাউনলৈ বাট বুলিছে। সোনকালে গৈ পাব লাগে। সি খোজ দাঙি দিছে। আজি কামটো যেনে তেনে শেষ কৰিব লাগিব। ঠিকাৰ কাম। আজিকালি সি ঠিকাত কাম কৰে। তাত অলপ লাভ হয়। তাৰ কামটোৰ কাৰণে আন দুজন কামলাক সি হাজিৰাত লগাইছে।

লক্ষীকান্তই কামটো শেষ কৰি মালিকৰ পৰা পুৰা পেমেন্ট পালে। আন দুজন কামলাক সিহতৰ ভাগৰ পইচা দি উঠি তাৰ হাতত থকা নোটকেইখন ওঠৰ থু লগাই আকৌ এবাৰ গন্তি কৰি তাৰ দিনটোৰ ভাগৰবোৰ পলুৱালে। প্রচণ্ড গৰমত শীতল বতাহ এজাকে গা-মন জুৰ পেলোৱাৰ দৰে টকা কেইটাই তাৰ দেহৰ ক্লান্তি আঁতৰাই মনটোক শান্তিৰে

ভৰাই দিলে।

লক্ষীকান্ত গৈ বজাৰখনত সোমাল। পঠা ছাগলীৰ মাংস আধা কিলো, আলু এক কিলো আৰু পিয়াজ আধা কিলো কিনিলে। ছোৱালী দুজনীক বহুদিন সি মাংস খুৱাব পৰা নাই। আজি হাতত সৰহকৈ টকা আছে, সেয়ে কিনিলে। সিহঁতে মাংস খাবলৈ বৰ ভাল পায়। পাবই। উঠন বয়সত সকলো মানুহৰে দাঁতবোৰে কৰ্কৰাই থাকে। জোৰ বেচি থাকে। বয়স বঢ়াৰ লগে লগে দাঁতৰ জোৰ কমি যায়। তেতিয়া মাংসও এলাগি হয়।

ৰাতি আঠটামান বজাত লক্ষীকান্তই ঘৰ আহি পালে। চোতালত থিয় হৈ সি অনুমান কৰিলে যে ঘৰটোৰ ভিতৰখন আন্ধাৰ আৰু নিস্তব্ধতাই আগুৰি আছে। চোতালৰ পৰা সি মাতিলে–

"লিলিমাই অ'– অ' সৰুমাই?"

একো সঁহাৰি নাপাই নিজকে কোৱাৰ দৰে ক'লে–

"এই ৰাতিখন কলৈনো গ'ল ছোৱালী দুজনী?"

সি আগবাঢ়ি গ'ল। বাহৰ দুৱাৰখন আধামেলা হৈ আছে। দিয়াচলাইৰ কাঠিৰে ঠাইখন পোহৰাই লৈ সি ভিতৰলৈ সোমাই গ'ল। বিচনাৰ খুৰাটোৰ কাষত মাটিত

থকা কেৰাচিনৰ চাকিটো জ্বলাই সি চাৰিওপিনে চকু ঘূৰালে। লিলিমাইহঁত শোৱা শেতেলিখনৰ বিচনাৰ চাদৰখন কোচমোচ খাই আছে। তাৰ ওপৰত এটুকুৰা কাগজ তাৰ চকুত পৰিল। চাকিটোৰ পোহৰত কাগজখন মেলি ধৰিলে। তাত লিখা আছিল-

"পিতাই, আজি দুপৰীয়া মহাজনৰ ল'ৰা হলধৰৰ লগত সোণমাই পলাই গ'ল। মই বাধা দি ৰাখিব নোৱাৰিলো। কান্দি কান্দি ভাগৰি পৰি কেতিয়া টোপনি গ'লো গমকে নাপালো। সাৰ পাই দেখো মোৰ মুখত সোপা দি মহাজনে মোক গবামাৰি ধৰিছে। সি মোৰ দেহাটো অশুচি কৰিলে। তোক মই মুখ দেখুৱাব নোৱাৰো। মই ঘৰৰ পৰা ওলাই গ'লো। ক'লৈ যাও, কি কৰো নাজানো। মোক ক্ষমা কৰিবি পিতাই।"

বিদ্যুৎপৃষ্ট শৰীৰৰ দৰে লক্ষীকান্ত কপিবলৈ ধৰিলে। চাকিটোৰ শলিতাডাললৈ চাই থাকি দুয়োখন হাতেৰে সজোৰে তাৰ মুৰটো চেপিধৰি চকুদুটা মুদি দিলে।

পদুমীৰ মৃত্যুৰ পাচত শুকাই জৰ্জৰীয়া হোৱা লক্ষীকান্তৰ কলিজাটো যেন হঠাৎ দুফাল হৈ গ'ল।

"ভদ্ৰকান্ত" বুলি সিংহৰ দৰে গৰ্জন কৰি সি ঘৰৰ বাহিৰলৈ ওলাই আহিল। মোনাখনৰ পৰা দাখন উলিয়াই

কাঠিৰ বাহৰখুটা এটা একেঘাপে দুছোৱা কৰিলে। খুটাটো ফালি খৰি কৰিলে। খৰিখিনিৰে সি চোতালত একুৰা জুই ধৰিলে। সেই জুইত ছাগলীৰ মাংসবোৰ জাপি দিলে। কেচা মাংসৰ পোৰা গেছটোৱে যেন ঠাইখনক এখন শ্মশানলৈ সলনি কৰিলে।

তাৰ চকুহাল জ্বলি উঠিল। চকুৰ পৰা যেন জুই ওলাবলৈ ধৰিলে। তাৰ চকুৰ জুই আৰু চোতালৰ জুইকুৰা মিলি যেন একাকাৰ হৈ পৰিল। যেন অগ্ন্যুৎপাত বৰষিব।

এটা ভয়ানক কলিজা কপোৱা আট্টহাস্য কৰি উন্মুক্ত দাখন হাতত লৈ দুৰ্বাৰ গতিত সি ওলাই গ'ল।

অতি সতৰ্কতাৰে চৰাঘৰটো পাৰ হৈ মহাজনে হিচাপ-নিকাচ কৰা কোঠালীটোৰ ওচৰত লক্ষীকান্ত উপস্থিত হ'ল। আধামেলা খিৰিকীখনেৰে সি চাই পঠালে। মহাজনে তলমুৰকৈ কিবা লিখি আছে। তৰিৎ বেগেৰে দৰ্জাখন ঠেলি সি দাখন ওপৰলৈ তুলিলে। মহাজনে ভয়ানক চিঞৰ মাৰি "লক্ষীকা" বুলি উচ্চাৰণ কৰাৰ লগে লগে তেওঁৰ ছিন্নশিৰ মাটিত চিটিকি পৰিল।

লক্ষীকান্তৰ চকুহাল পকা আঙঠাৰ দৰে হ'ল। মুখমণ্ডলৰ মাংসপেশীবোৰ ক্ৰোধৰ দাবানলত কঁপি উঠিল। ছাগলীৰ পোৰামাংসৰ গোন্ধটো তাৰ নাকত যেন আকৌ

এবাৰ লাগিল।

তেজলগা দাখন মোনাত ভৰাইলৈ লক্ষীকান্তই থানা অভিমুখে খোজ পেলালে। আগতকৈ সি স্বাভাৱিক হৈ পৰিল। সি ভাবিলে আইনমতে তাৰ যি শাস্তি হয় হৈ থাকক। কিন্তু তাৰ মতে সি এটা ভাল কাম কৰিছে। আনে কৰিবলৈ ভয়কৰা ভুত-পিশাচে আশ্ৰয় লোৱা প্ৰকাণ্ড বটগছজোপা যেন সি অকলে বগৰাই দিলে। এতিয়াৰ পৰা গাঁৱৰ দুখীয়ামানুহবোৰ শান্তিত থাকিব পাৰিব।

সি যেন তীৰ্থযাত্ৰা কৰিবলৈ ওলাইছে। তেনে ভাব হ'ল তাৰ।



# ছমিধৰৰ গল্প প্ৰকাশ

এক অনাবিল আনন্দই মোৰ মনটো ভৰাই পেলালে। দিনৰ এঘাৰটামান বজাত বাতৰি কাকতৰ কাৰ্যালয়ৰপৰা এটা টেলিফোন ক'ল পালো। অহাকালি দেওবৰীয়া কাকতৰ সংখ্যাটোত মোৰ গল্পটো হেনো প্ৰকাশ পাব। উল্লেখ্য যে লেখাটোৰ তলত মোৰ ফোন নম্বৰটো লিখি দিছিলো।

আনন্দত মোৰ হিয়া ফাটি যাঁও লাগিছে। আজিলৈকে বাতৰি কাকতত মোৰ গল্প প্ৰকাশ পোৱা নাই। এইটোৱে হ'ব মোৰ প্ৰথম প্ৰকাশ। গতিকে আনন্দ লাগিবৰে কথা। তাতে জকাইচুকীয়া বাতৰিকাকত নহয়। একেদিনাই তিনিখন ঠাইৰ পৰা প্ৰকাশ পোৱা কাকতখনৰ শদিয়াৰ পৰা ধুবুৰীলৈ ভীষণ চাহিদা। তেনেকুৱা বাতৰিকাকত এখনত মোৰ গল্প প্ৰকাশ পোৱাটো মোৰ বাবে অকল আনন্দৰ কথাই নহয় গৌৰৱৰো বিষয়।

গল্পটো হাততলৈ যিদিনাখন কাকতখনৰ সম্পাদকৰ

ওচৰলৈ গৈ আছিলো সেইদিনা লাজ, ভয়, সংকোচে মোক নাৰ্ভাচ কৰি দিছিল। গল্পটোৰ প্ৰথম কেইশাৰীমান বাক্য পঢ়ি উঠি সম্পাদকজনে যদি কৈ দিয়ে, "নহব। এনে ধৰণৰ অৰ্থব্যঞ্জক নথকা, বিষয়বস্তু আৰু ভাষাৰ সাৱলীলতা নথকা লেখা আমাৰ কাকতত প্ৰকাশ কৰাত অসুবিধা আছে।" তেতিয়া অৱমানণাত অপমানিত হোৱা বুলি ভাবি কষ্ট পাব লাগিব।

কিন্তু ঘটনাটো ঘটিছিল অন্য ধৰণে। গল্পটোৰ পাণ্ডুলিপিটো সম্পাদকৰ হাতত তুলি দিয়াৰ পিচত তেখেতে পৃষ্ঠাকেইটা কিছুপৰ তল-ওপৰকৈ চাই উঠি মোৰ পিনে চাই মিচিকিয়া হাঁহি এটা মাৰি কৈছিল-

"আপুনি বোধকৰো ইয়াৰ আগতে প্ৰেচলৈ কোনো লেখা পঠোৱা নাই?"

"হয় ছাৰ। নাই পঠোৱা।," মই কৈছিলো।

"লেখাবোৰ স্পষ্ট আৰু পাতলকৈ কাগজৰ এটা পিঠিতহে লিখিব লাগে। আজি এইটো লৈ যাওক । মই কোৱা ধৰণে লিখি আনিব।"

নতুনকৈ লিখিমেলি গল্পটো হাততলৈ কাকতৰ কাৰ্যালয়ত এদিন উপস্থিত হ'লো। কিন্তু মোৰেই দুৰ্ভাগ্য নেকি, সম্পাদকজন সেই সময়ত উপস্থিত নাছিল। কৰ্মচাৰী এজনক সুধি Receiptionist Counter ত গল্পটো

জমা দি গুচি আহিলো। তাৰে দুইদিনমান পিচৰে পৰা কাকতখন হকাৰজনে দি যোৱাৰ পাচত প্ৰতি বৃহস্পতি আৰু দেওবাৰৰ সংখ্যাদুটাত প্ৰথম পৃষ্ঠাৰ প্ৰধান খবৰবোৰ নপঢ়ি তাৰ ভিতৰত থকা 'সাহিত্য শিতান'টো মেলিলৈ মোৰ গল্পটো বিচাৰো। কিন্তু নাপাও। এমাহ পাৰ হ'ল। দুমাহ পাৰ হ'ল। কাকতৰ পৃষ্ঠাত মোৰ গল্পটো নেদেখিলো। ক্ষোভ, হতাশা আৰু অভিমানে মোৰ অন্তৰত এটা কষ্টদায়ক ফোঁহাৰ সৃষ্টি কৰিলে। পাচলৈ কথা কিছুমান পাগুলি থকাত ফোহাটো শুকাই গৈ বেদনাবোৰ নোহোৱা হ'ল যদিও শুকনিমুৱা চালখনত খজুৱতি এটা লাগি থাকিল।

মোৰ গল্পটো কিয় প্ৰকাশ নাপালে? মোৰ হাতৰ আখৰ বেয়া কাৰণে সম্পাদকজনে গল্পটো নপঢ়াকৈয়ে আবৰ্জনা পেলোৱা বাস্কেটত পেলাই দিলে নেকি? নে গল্পটোৰ বিষয় বস্তুটো ভাল নাপালে? স্বীকাৰ কৰো যে মোৰ হাতৰ আখৰ বেয়া। কিন্তু মই কলেজত পঢ়া মেধি ছাৰৰ হাতৰ আখৰচোন মোতকৈয়ো বেয়া। তেখেতৰ লেখাবোৰ দেখোন নিয়মিয়াকৈ প্ৰকাশ পাই থাকে? আৰু গল্পৰ বিষয়বস্তু মোৰ মতে একো বেয়া নাছিল। এটা চৰিত্ৰ অংকন কৰিছো। আৰম্ভণিৰ পৰা শেষলৈকে পাঠকক Suspense ৰ মাজত ৰাখি চৰিত্ৰটোক আগবঢ়াই নিছো। চৰিত্ৰটোৰ অৰ্ন্তদণ্ডৰ

সংঘাতবোৰ নাটকীয় ভাৱে আংগিক সঞ্চালনৰ জৰিয়তে ফুটাই তোলাৰ চেষ্টা কৰিছো। আৰু সামৰণিত পাঠকৰ মনৰ Suspense আঁতৰাই এবুকু দুখৰ বোজা জাপি দিছো। ৰূঢ় বাস্তৱ সমাজৰ খাটিখোৱা মানুহৰ এটা জীয়া কাহিনী। সময়োপযোগীকৈ দুই এটা অলংকাৰিক উপমা ব্যৱহাৰ কৰি উপস্থাপন কৰা গল্পটো বিষয়বস্তুৰ ফালৰ বিচাৰ কৰিলে এটা আবৰ্জনা বুলি মোৰ মনে নকয়।

তেনেহলে মোৰ ভাষাৰ দুৰ্বলতাৰ কাৰণে গল্পটো বাচনিত নুঠিল নেকি ? হবও পাৰে। প্ৰসিদ্ধ সাহিত্যিক সকলৰ ভাষা মোৰ কলমেৰে নিগৰি নোলায়। কালিদাসৰ “নিৰস তৰোবৰ পুৰ ভাতি” মোৰ কলমত নাই, আছে বৰাহ মিহিৰৰ “শুস্কং কাষ্ঠং তিস্ততি অগ্ৰে”। মোৰ ভাষাৰ খৰাহিটোত মল মলোৱা তুলসী জহাধান নাই, আছে বৰধানৰ মোটা গুটি।

বৰ্ণ-অশুদ্ধি অথবা যুক্তাক্ষৰৰ ভুলৰ কাৰণে যদি গল্পটো প্ৰকাশ নাপালে তাত মোৰ আপত্তি কৰিব লগা নাই; যদিও প্ৰেচবোৰত Proof Reader থাকে বুলি শুনো। অসমীয়া বানানবোৰ মোৰ কাৰণে অন্ধকৰ হাতীদৰ্শনৰ দৰে কথা। শুৰডালক নেজ আৰু নেজডালক শুৰ বুলি ভুল কৰো। দুটা দুটা ই-ঈ, উ-ঊ, ট-ত, ঠ-থ, ড-দ, ঢ-ধ ইত্যাদি আখৰবোৰে বৰকৈ খেলি-মেলি লগাই দিয়ে- চুটি-চুটিকৈ

চুলি কাটি জিন্‌চ পেন্ট চার্ট পিন্ধা ছোৱালী আৰু কাণত ৰিং পিন্ধি দীঘলকৈ চুলিৰখা ল'ৰাবোৰে মতা-মাইকীৰ চিনাকিত খেলিমেলি লগোৱাৰ দৰে। আকৌ স্প, ন্ধ, ঞ্জ, জ্ঞ, এঙ, ক্র ইত্যাদি যুক্তাক্ষৰবোৰে যেতিয়া ভুমুকি মাৰে তেতিয়া ভয়তে কি কৰো কি নকৰোকৈ কিবা এটা বহাই দিউ।

মোৰ এই সমস্ত অমূলক ভ্রান্ত চিন্তাবোৰ আজিৰ খবৰটোৱে ওলট-পালট কৰি দিলে। কাকতলৈ পঠোৱা লেখা একোটা যে তিনি মাহৰ পাচতো প্রকাশ পাব পাৰে সেই জ্ঞান মোৰ নাছিল।

## — দেওবাৰ —

ৰাতিপুৱা ৰঙা বেলিটোৱে সাৰপোৱাৰ আগতে মই সাৰ পালো। আনদিনা চাৰে ছয় বজাৰ আগতে সাৰ পাও যদিও বিচনাৰ পৰা নুঠো। কাৰণ সাৰ পোৱাৰ পাচত কিছুপৰ বিচনাত চকমুদি পৰি থাকি এটা বেলেগ আমেজ পোৱা যায়। কিন্তু আজিৰ দেওবৰীয়া বাতৰি কাকতৰ সংখ্যাটোৱে কাউৰীয়ে মুখ মেলাৰ আগতে মোক বিচনাৰ পৰা তুলি দিলে।

তিনিমাহযোৱা অধীৰ অপেক্ষাৰ মুৰত বাতৰি কাকতত প্রকাশ পোৱা মোৰ প্রথম গল্পটো চপা আখৰত

পঢ়িবলৈ পাম। এখন নাম থকা কাকতত মোৰ নামটো দেখিবলৈ পাম। কি যে আনন্দ, স্ফূৰ্তি!

ঘৰখনৰ বাকীবোৰ মানুহে নাক বজাই বিচনাত সপোন দেখিছে। আৰু মই বিচনাৰ পৰা উঠি সাৰে থাকি সপোন দেখিছো।

হ'কাৰজনবা কেতিয়া আহে? মনতে ভাবিলো। আনদিনা কাকতখন বাৰান্দাত পৰি থকা দেখো। কোন সময়ত দি থৈ যায় গম নাপাওঁ। অকল ময়েই নহয় আমাৰ ঘৰৰ কোনেও নাজানে পেপাৰখন হকাৰে কোন সময়ত দিয়ে। এটা দুটা বজালৈ ৰাতি টিভি চাই বেলি এপৰলৈ ফস্তিমাৰি শুই থকাটো আমাৰ এটা ৰীতিত পৰিণত হৈছে। পাবত গজা চহৰীয়া সভ্যতাৰ ৰীতি।

যিমান সোনকালে পাৰি বাতৰি কাকতখন মোক লাগে। প্ৰথম বাৰৰ কাৰণে তাত মোৰ গল্প প্ৰকাশ পাব। আজি মোৰ কাৰণে সেইটো অতি ডাঙৰ খবৰ। কাকতখনৰ প্ৰথম পৃষ্ঠাত যদি এক ইঞ্চিতকৈ ডাঙৰ আখৰেৰে "মহাপ্ৰলয়ত পৃথিৱী ধ্বংস হব" বুলি বাতৰি এটা চপা কৰা হয় সেইটো মোৰ কাৰণে কোনো ডাঙৰ খবৰ নহয়। মই যেন জীৱনত প্ৰথমবাৰৰ কাৰণে উৰাজাহাজত উঠিবলৈ গৈ বিমানবন্দৰৰ জিৰণীকোঠাত বিমানলৈ অপেক্ষা কৰি ৰঙীণ সপোন দেখি

আছো।

গেটখুলি এখোজ দুখোজকৈ মেইন ৰাস্তালৈ আগবাঢ়িলো। হকাৰজনে হয়তো কাৰোবাৰ লগত কথাপাতি থাকিবও পাৰে। নাইবা ফুটপাথৰ ওপৰত পাষ্টিকৰ চালি দিয়া চাহ দোকানখনত চাহ খাই থাকিবও পাৰে। তেতিয়া আগবাঢ়ি গৈ পেপাৰখন নিজে লৈ আহিম।

ৰাস্তাটোৰ দুয়োপিনে চাই আছো। নাই হকাৰজনৰ দেখা দেখি নাই।

এখোজ-দুখোজকৈ বাটবুলি থাকোতে পিচপিনৰ পৰা কন্ঠস্বৰ এটা মোৰ কাণত পৰিল- “খুৰা মর্ণিংওৱাক কৰিছে নেকি?” ঘূৰি চাই দেখো এইখন ঠাইৰে এজন ডেকা ল’ৰা। মুখখন চিনাকি। নাম-ধাম নাজানো। যিয়েই নহওক ল’ৰাজনৰ মাতত মোৰ ক’লা পৰি যোৱা মনটো মাগুৰ বৰণীয়া হ’ল। মানে ভাল লাগিল। আজিকালি ডেকা-ডেকেৰীয়ে বুঢ়া মানুহক আগধৰি নামাতে। আমাৰ দৰে মানুহক তেওঁলোকে আৱৰ্জনা বুলি ভাবে নেকি? কিন্তু এই ল’ৰাটো ব্যতিক্ৰম।

“হেঃ হেঃ, মৰ্ণিংওৱাক নহয় বোপা। বাতৰিকাকত বিলোৱা হকাৰজনক বিচাৰি আছো।”

“খুৰা, আজি নিউজ পেপাৰ নিদিয়ে নহয়।”

“কিয় ? কিয় নিদিয়ে ?” বিস্ময় আৰু উত্তেজনাৰে মই লৰাজনক প্ৰশ্ন কৰিলো।

“হকাৰবোৰে ষ্ট্ৰাইক কৰিছে। তেওঁলোকৰ কমিচন বঢ়াব লাগে বোলে। আজিৰ পৰা তিনিদিন এই ষ্ট্ৰাইক চলিব।”

ল'ৰাজনৰ কথাত মোৰ লাওখোলাটোৰ ভিতৰত প্ৰচণ্ড ভুঁইকপৰ জোকাৰণি এটা অনুভৱ কৰিলো। মোৰ ঔৰসত ভূমিষ্ঠ হোৱা মোৰ প্ৰথম সন্তানটোৰ মুখখন চাবলৈ নাপালো। তাক এবাৰ চুই চোৱাৰ, এবাৰ বুকুৰ উম দিয়াৰ পৰা বঞ্চিত হ'লো। মই তাৰ জন্মদাতা পিতৃ। অথচ মই তাক দেখা নাপালো। অঃ বৰ যন্ত্ৰণাদায়ক বেদনা।

ঘৰলৈ ঘুৰি আহিলো। অস্থিৰতাত দগ্ধহৈ কি কৰো কি নকৰো ভাবত ঘৰৰ ভিতৰৰ পৰা বাৰাণ্ডালৈ অগাদেৱা কৰি আছো।

উচপিচাই থকাৰ মাজতে কথা এটা মনত পৰিল। বাতৰি কাকতৰ শেষৰ পৃষ্ঠাটোৰ নিচেই তলত সম্পাদকৰ নাম আৰু ফোন নম্বৰ যে দিয়া থাকে মই পাহৰি আছিলো। পুৰণা কাকত এখন মেলি ল'লো। এটা নহয়-দুটা ফোন নম্বৰ দিয়া আছে। লগে লগে মই কাকতৰ কাৰ্যালয়লৈ ফোন কৰিলো।

“হেল্লʼ, মই গুৱাহাটীৰ পৰা ভূমিধৰ বৰাই কৈছো। আজি বোলে হকাৰ বোৰৰ ষ্ট্ৰাইক আছে। কাকতখনৰ কঁপি এটা কেনেকৈ পাম বাৰু?”

“হয়, কঁপিটো আমাৰ কাৰ্যালয়ৰ পৰা সংগ্ৰহ কৰিব পাৰে।”

মোৰ ঘৰৰ পৰা বাতৰি কাকতৰ কাৰ্যালয়লৈ ছয় কিলোমিটাৰমান দূৰ হব। চিটিবাছ এতিয়াও চলা নাই। নহয়, বৈ থাকিব নোৱাৰি। চাইকেলখনেৰে কাকতৰ কাৰ্যালয় পালো।

কাকতখনৰ ভিতৰত থকা ‘সাহিত্য’ শিতানৰ পৃষ্ঠাটো উলিয়াই ললো। সচাঁ-সচাঁকৈয়ে মোৰ গল্পটো প্ৰকাশ পাইছে। বাঃ মোৰ ফোন নম্বৰটোও দিছে। আনন্দত মোৰ বুকুখন এহাতমান ফুলি উঠা যেন লাগিল। মোৰ গল্পও বাতৰি কাকতত স্থান পোৱা হʼল। কি কৰিম কি নকৰিম যেন লাগিল।

এ্য-হে-হে। এয়া কি কৰিলে। মই ভালকৈ চোৱাই নাছিলো। হায় হায়। মোৰ নামটো ভূমিধৰৰ সলনি হুমিধৰ কৰিলে। বহুদিনৰ অপেক্ষাত যেন পুত্ৰ সন্তান এটাৰ জন্ম হʼল- কিন্তু তাৰ ওঁঠটো ফটা।

দুপৰীয়া বাৰটামান বজাত মোৰ মোবাইল ফোনটো

বাজি উঠিল। এটা অপৰিচিত নম্বৰ দেখিলো।

"হেল্ল'।"

"আপুনি হুমিধৰ বৰানে?"

"নহয়, মানে হয়, মই হুমিধৰে কৈছো"

"আপোনাৰ গল্পটো পঢ়িলো। সুন্দৰ হৈছে- বিশেষকৈ উপস্থাপন কৰা কৌশলটো। আশাকৰো ভৱিষ্যতেওঁ আপোনাৰ গল্প পঢ়িবলৈ পাম।"

"ধন্যবাদ। চেষ্টা কৰিম।"

- আবেলি পৰত তিনিটামান বজাত আকৌ এটা ফোন পালো।

"আপুনি হুমিধৰ ছাৰ হয়নে?"

"হয়, মই হুমিধৰে কৈছো।"

"বহুদিনৰ মুৰত ভাল গল্প এটা পঢ়িলো। ছাৰ আপোনাৰ ঘৰ ক'ত?"

"গুৱাহাটীত।"

নিশা দহটামান বজালৈকে অসমৰ বিভিন্ন ঠাইৰ পৰা মোলৈ বিশজনমান পাঠকে ফোন কৰিলে। মনতে ভাবিলে- কেৰাণী ভূমিধৰ বৰাই যেন ছদ্ম নামলৈ লেখক হুমিধৰ বৰালৈ সলনি হ'ল।



# ঘাতক

জেঠৰ মাহ। ভীষণ গৰম। সন্ধিয়াৰ আগে আগে অফিচৰ পৰা ঘৰলৈ উভতিছো। ঘৰ পোৱাৰ অলপ আগতে তিনিআলিত বহা সৰু বজাৰখনৰ পৰা কেঁচা তৰকাৰী অলপ কিনি মোনাখন চাইকেলৰ হেন্দেলত ওলোমাই ঘৰ পালো। জপনাখন খুলি চাইকেলখন বাৰান্দাৰ কিনাৰত ভেজাদি থলো। তৰকাৰীৰ মোনাখন হাততলৈ বাৰান্দালৈ উঠি গলো।

ড্ৰয়িংৰুমৰ দুৱাৰখন খোলা অৱস্থাত আছে। ভিতৰত কোনোবা মানুহ বহি আছে। চিলিং ফেনখনৰ বতাহত দুৱাৰৰ পৰ্দাখনে খেলি আছে যদিও তাৰ ফাকেদি ভিতৰত থকা মানুহজনক দেখা পোৱা নাযায়। বাৰান্দাত পৰিথকা হাৱাই চেণ্ডেল দুপাতৰ অৱস্থা নাইকিয়া। পিচৰ অংশটো ক্ষয়গৈ ভৰিৰ গোৰোহা মাটিত লগা অৱস্থা পাইছে। ধুলি-বোকা লাগি অংশটোৰ অৱস্থাটো চোমালিয়াৰ দুৰ্ভীক্ষত পৰা

শিশু একোটাৰ দৰে হৈছে।

এনে ধৰণৰ চেণ্ডেল পিন্ধা মানুহজন কোন হ'ব পাৰে। মনতে ভাবিলো। মগনীয়া মানুহ নিশ্চয় নহয়। মগনীয়াই একেকোবে ড্রয়িংৰুমত গৈ বহিব নোৱাৰে। দুখীয়া মানুহ হব নিশ্চয়। ইমান দুখীয়া মানুহ মোৰ সম্পৰ্কিত মানুহবোৰৰ মাজত মই জনাত নাই। হয়তো কোনোবা নতুন মানুহ অথবা মানুহজন বৰ কৃপন।

ভিতৰলৈ সোমাই গ'লো।

"দাদা, নমস্কাৰ। বহাৰ পৰা ঠিয়হৈ মৃন্ময়ে মোক নমস্কাৰ জনালে।" মই অহাৰ উমান পাই ভিতৰৰ পৰা শ্ৰীমতী আহি মোক ক'লে-

"এওঁ বহু সময়ৰ পৰা আপোনালৈ অপেক্ষা কৰি আছে।"

মোৰ হাতৰ মোনাখন শ্ৰীমতীৰ হাতত তুলি দি মৃন্ময় বহি থকা চকীখনৰ মুখামুখিকৈ থকা চোফাটোত বহিলো। শ্ৰীমতী ভিতৰলৈ সোমাই গ'ল।

পোনে পোনে মই মৃন্ময়ৰ চকুলৈ চাই পঠিয়ালে। চকুৰ দৃষ্টিত অবহেলা আৰু শাসনৰ ৰেঙনি। সি মোৰ চাৱনিত তিষ্টিব নোৱাৰি তলমুৰ কৰিলে। দোষী দোষী ভাবত নে লাজত মই নাজানো।

মৃন্ময়ৰ অবাঞ্চিত আগমনত মোৰ সুপ্ত মনত তাৰ প্ৰতি মাৰবান্ধি থকা বিৰাগ ভাবটোৰ যেন বিস্ফোৰণ ঘটিল।

এবাৰ নহয় দুবাৰকৈ সি মোক ঠগিলে। এইবাৰো নিশ্চয় সি মোক ঠগিবলৈ আহিছে। নিজৰ চিকিৎসাৰ নামত ভালেখিনি টকা সি মোৰ পৰা সৰকালে। তেজ-মঙহৰ সম্পৰ্ক নথকা নাইবা অঙহী-বঙহীৰ ঠাল-ঠেঙুলিৰেও সি মোৰ সম্পৰ্কিত নাছিল। অচিনাকি। কিয় জানো তালৈ মোৰ মৰম সোমাইছিল। সৰু ভাইৰ দৰে তাক মৰম কৰিছিলো। ধ্বংসৰ গ্ৰাসৰ পৰা মই তাক মুক্ত কৰিবলৈ চেষ্টা কৰিছিলো। কিন্তু মোৰ সকলো প্ৰচেষ্টা ফুটুকাৰ ফেন হ'ল। চিকিৎসা কৰাৰ নামত মোৰ পৰা পইচালৈ সি মদ সোপা গিলিলে। ভাজ ধৰা কুকুৰৰ নেজ ঘিউৰে সেকাৰ পাচতো ভাজ ঠিক নোহোৱাৰ দৰে তাৰ স্বভাৱৰো পৰিবৰ্তন নহ'ল।

মৃন্ময়ৰ মুখমণ্ডলৰ পৰা মোৰ দৃষ্টি ক্ৰমে পিচলি গৈ তাৰ মলিয়ন পোচাকযোৰ পাৰ হৈ ভৰি দুখনত পৰিল। তাৰ এখন ভৰিৰ ভৰিপতাৰ গাঁঠিৰ ওপৰত লেতেৰা কাপোৰ এখন বান্ধি থোৱা আছে। ভৰিখন উখহিছে। ভৰিখনত ঘা লাগিছে বুলি অনুমান কৰিব পাৰি।

বিতৃষ্ণা দৃষ্টিৰে মৃন্ময়ৰ চকুলৈ চাই মই ক'লো-

"ভৰিখনত কি হ'ল?"

তলমুৰকৈ থাকি দোষী দোষী ভাৱত সি ক'লে -

"কেতিয়াবা কিহবাই কাটিলে হবলা। গমেই নাপালো। ঘা ডোখৰ পকিছে।"

"ডাক্তৰক দেখুওৱা নাই?"

"সেই কাৰণে আপোনাৰ ওচৰলৈ আহিছো দাদা।"

"তাৰমানে তোমাক মই আকৌ পইচা দিব লাগিব?"

খঙত মই ক'লো -

"দুবাৰকৈ তুমি মোক ঠগিছা। চিকিৎসাৰ নামত মোৰ পৰা টকা নি তুমি মদ খাইছা। মোৰ সৰলতা আৰু তোমাৰ প্ৰতি থকা মোৰ মৰমৰ সুযোগলৈ তুমি মোক প্ৰতাৰণা কৰিছা। তোমাক মই কোনো সহায় কৰিব নোৱাৰো। যোৱা।"

মৃন্ময়ে চকুচলচলীয়া কৰি পানীত ডুবিবলৈ ধৰা মানুহৰ দৰে পৰিত্ৰাণ বিচাৰি অসহায় কাতৰ কণ্ঠেৰে মোক ক'লে-

"দাদা, মোক ক্ষমা কৰক। সঁচাকৈ কৈছো এইবাৰ মই আপোনাক ফাকি নিদিউ।"

মৃন্ময়ৰ চলচলীয়া দুচকুৰ মণিবন্ধনত পুৰণি দিনবোৰৰ কথাবোৰৰ এটা গল্পৰ দৰে মই পঢ়ি গলো।

মৃন্ময়, মানে মৃন্ময় হাজৰিকা। বয়স 24/25 বছৰমান হ'ব লাগে। বগা, ধুনীয়া গোলাকৃতিৰ এখন মৰম

লগা মুখ। স্ফুৰ্ত্তিবাজ ল'ৰা। অনবৰতে তামোল চোবাই ওঠ দুটা টিক্‌টিক্‌ীয়া ৰঙা কৰি ৰাখে। চকুত আৰু মুখত সদায় মিঠা হাঁহি এটা লাগি থাকে। সি অটোৰিক্সা চলাইছিল। সেইসময়ত ময়ো অটোৰিক্সা চলাইছিলো চাকৰি পোৱাৰ আগতে। অটো চলাওতে মৃন্ময়ৰ লগত মোৰ চা-চিনাকি হৈছিল। বয়সত সি মোতকৈ ৰঞ্ঝযৰচ বছৰ মানৰ সৰু হ'ব লাগে। তেনেদৰে মৃন্ময়ৰ সৈতে মোৰ চা-চিনাকি হৈছিল যদিও তাৰ ঘৰুৱা কথা মই জনা নাছিলো।

অমায়িক আৰু মাৰ্জিতভাৱে মানুহক ব্যৱহাৰ কৰা ল'ৰাটোৱে কিন্তু পৰিমানতকৈ বেচিকৈ মদ খাইছিল। অকল ৰাতিয়েই নহয় দিনৰ ভাগতো খাইছিল। সি মোক সন্মান কৰিছিল কাৰণে মোক লুকাই চুৰকৈ মদ খাইছিল।

লাহে লাহে মৃন্ময়ৰ চেহেৰাটো বেয়াৰফালে গতি কৰিছিল। মোৰ অন্তৰত বেজাৰ লাগিছিল। তাক মই মোৰ সৰু ভাইৰদৰে মৰম কৰো। তাৰ অধঃপতন মোৰ সহ্য নহয়। সি লাজ পালেও পাওক বুলি ভাবি মই তাৰ বদ অভ্যাসটো আঁতৰ কৰিবলৈ বুজনি দিলো। এবাৰ দুবাৰ নহয় বহুবাৰ ক'লো। বুজালে সি কয়, "দাদা আজিৰ পৰা আৰু নাখাওঁ। আপোনাক কথা দিলে।" পিচদিনা দেখো আগদিনাৰ কথা পাহৰি গৈছে। আকৌ মদ খাইছে। অগত্যা উপাই নাপাই

তাক ক'লো, "মৃন্ময়, বস্তুটো যদি তুমি এৰিবই নোৱাৰা তেতিয়া হ'লে ৰাতি ভাতখোৱাৰ আগতে অলপ খাবা। ভাতখাই শুই থাকিবা। তোমাৰ ক্ষতি নহয়।" কিন্তু গালো বালো সকলো খোলাকটিৰ তাল হ'ল। তাৰ অভ্যাসৰ সলনি নহ'ল।

কিবা ক্ষোভ, অভিমান অথবা দুখত মৃন্ময়ে যে অত্যাধিক মদ্যপান কৰি তাৰ জীৱনটোক তিলতিলকৈ মৃত্যুৰ পিনে আগবঢ়াই দি গৌনভাৱে সি আত্মহত্যা কৰাৰ অভিপ্ৰায় এটা তাৰ অন্তৰত বহাই লৈছে সেই কথাৰ উমান এদিন মই পালো।

সেইদিনা মই ভাড়া এটা মাৰি আমাৰ নিৰ্দিষ্ট অটোৰি'া আস্থানলৈ উভতি আহি মোৰ অটোখন নিৰ্দিষ্ট স্থানত ৰাখিছো। মোৰ অটোখনৰ পৰা কেইখনমান অটো পাৰহৈ মৃন্ময়ৰ অটোখন দেখিলো। সি অটোখনৰ পিচৰ চিটত শুই থকাৰ পৰা বমি কৰিছে। ওচৰতে থকা অটোচালক কেইজনে সেই দৃশ্য চাই হাঁহি আছে। অবাইচ মাত মাতিছে। মই ওচৰ চাপি গ'লো। তাৰ গালে-মুখে লাগি থকা বমিবোৰ মোৰ ৰুমালখনেৰে মচি দিলো। ওচৰৰ পৰা এবটল পানী আনি তাৰ মুখখন ধুই দিলো। মুৰত পানী চটিয়াই দি কিছুপৰ তাক বিচি থাকিলো।

এবাৰ চকু মেলি সি মোৰ পিনে চালে। আধামেলা চকুৰেদি সম্ভৱ সি মোৰ মুখখনৰ চিনাকিটো পালে। নিচাৰ জালত আগ-গুৰি নোহোৱাকৈ মৃন্ময়ে মোক যিবোৰ কথা ক'লে সেইবোৰ ধুই মেলি তাৰ মূল সাৰাংশটো এনেধৰণৰ আছিল -

মৃন্ময়ৰ দেউতাকৰ নাম আছিল ৰাধাকান্ত হাজৰিকা। জন্মসূত্রে তেওঁ উজনিফালৰ মানুহ আছিল যদিও আঠাইছ বছৰ বয়সৰ পৰা তেওঁ গুৱাহাটীত ব্যৱসায় আৰম্ভ কৰিছিল। কাঠৰ ব্যৱসায়। চৰকাৰৰ বন বিভাগৰ পৰা গছ কিনি জংঘলতে কাটি ফালি গুৱাহাটীলৈ আনে। তেওঁৰ সততা আৰু ন্যার্য মূল্যায়নৰ বাবে ব্যৱসায়ত তেওঁৰ সুনাম আছিল। কালক্রমত তেওঁৰ ব্যৱসায় দোপতদোপে বাঢ়ি যাবলৈ ধৰিলে। এনেকুৱা অৱস্থা পালে যে গ্রাহকে দুই এমাহ আগতে অর্ডাৰ দিলেহে “হাজৰিকা টিম্বার্চ”ৰ পৰা কাঠ পোৱা সম্ভৱ।

ৰাধাকান্ত হাজৰিকাই তেওঁৰ ব্যৱসায়টো অকলে চম্ভালিব নোৱাৰা হ'ল। তেওঁৰ অতি বিশ্বাসী বন্ধু কুমুদ বৰুৱাক তেওঁৰ ব্যৱসায়ত জড়িত কৰালে। কুমুদ বৰুৱা হাজৰিকাতকৈ বয়সত দুই-তিনি বছৰমান সৰু আছিল।

ৰাধাকান্ত হাজৰিকাৰ পৰিয়ালটোত আছিল পত্নী হৈমন্তী, চাৰি বছৰীয়া জীয়েক জিন্টি আৰু দুই বছৰীয়া

মৃন্ময়।

রাধাকান্তই কাঠফলা কামৰ তদাৰক কৰিবলৈ একেৰাহে পোন্ধৰ বিছ দিন জংঘলৰ মাজত থাকিব লগাত পৰে।কাজেই কুমুদ বৰুৱাই জিন্টিক স্কুললৈ অনা নিয়া কৰা আৰু মৃন্ময়ক চোৱা চিতা কৰাত হৈমন্তী হাজৰিকাক সহায় কৰি দিয়ে।

হৈমন্তী আছিল এজনী সুগঠিত চালে চকুৰোৱা ধুনীয়া তিৰোতা। জিন্টি আৰু মৃন্ময়ৰ জৰিয়তে কুমুদ বৰুৱাই হৈমন্তীৰ নিচেই ওচৰ চপা বাট এটা মুকলি হৈ পৰিল। এদিন দুদিনকৈ কুমুদৰ মন ভুলোৱা চালাকি কথাৰ জালখনৰ মাজত হৈমন্তী সোমাই পৰিল। হৈমন্তীয়ে তেওঁৰ অন্তৰৰ দুৱাৰখন কুমুদলৈ খুলি দিলে। তেনেদৰে দুয়োজনে গোপন অভিসাৰত লিপ্ত হৈ পৰিল।

এদিন হৃদৰোগত আক্ৰান্ত হৈ ৰাধাকান্তই অকাল মৃত্যুক সাৱতি ললে। ইপিনে কুমুদে হৈমন্তীৰ লাৱনী দেহটোৰ পৰা মৌ আহৰণ কৰাত ব্যস্ত হৈ পৰিল। নতুন গাড়ী কিনি হৈমন্তীক লৈ চিনেমা-ৰেষ্টোৰাত ঘুৰি ফুৰাটো কুমুদৰ নিত্য কৰ্মত পৰিণত হ'ল। ফলত অক্লান্ত পৰিশ্ৰম কৰি ৰাধাকান্তই গঢ়ি তোলা ব্যৱসায়টোৰ পতন ঘটিবলৈ ধৰিলে।

জিন্টি আৰু মৃন্ময় ডাঙৰ হ'ল। সিঁহতে সকলো কথা বুজিব পৰা হ'ল। বুজি পালে সিহঁতৰ মাক আৰু কুমুদৰ মাজত থকা অবৈধ সম্পৰ্কৰ কথা। দেউতাক জীয়াই থকা সময়ৰে পৰা তেওঁলোকৰ মাজত যে সেই সম্পৰ্কটো চলি আছিল সেই কথাটো মৃন্ময়ে আন মানুহৰ পৰা জানিছিল।

কুমুদৰ প্ৰতি ক্ৰোধ আৰু মাকৰ প্ৰতি ঘৃণাই সাগৰৰ প্ৰচণ্ডটোৱে পাৰত থকা শিলবোৰক আঘাত কৰাৰ দৰে মৃন্ময়ৰ কোমল অন্তৰখনক আঘাত কৰিছিল। সি যেন মহাকবি নাট্যকাৰ চেক্সপিয়েৰৰ সৃষ্টি “হেমলেট” লৈ ৰূপান্তৰিত হৈছিল।

মৃন্ময়ৰ অন্তৰক শেল এপাতে বিন্ধি থকা সৰকা সেইদিনা কৰিছিল যিদিনা ঘৰত অকলশৰীয়া অৱস্থাত পাই কুমুদে জিন্টিক ধৰ্ষণৰ চেষ্টা চলাইছিল। নিজকে কোনোমতে বচাই সেইদিনাই জিন্টিয়ে ঘৰৰ পৰা পলাই গৈছিল। মৃন্ময় পাগলৰ দৰে হৈ পৰিছিল।

ক্ৰোধ, ঘৃণা আৰু অপমানৰ অত্যাচাৰত তিস্থিব নোৱাৰি মৃন্ময়ে মদৰ আশ্ৰয় লৈছিল। কুমুদৰ প্ৰতি ক্ৰোধ, মাকৰ প্ৰতি ঘৃণা, বায়েকৰ প্ৰতি থকা তাৰ অপৰিসীম মৰমে তাৰ অন্তৰ থানবান কৰি দিছিল। যিমানে কথাবোৰে তাৰ অন্তৰত ৰেখাপাত কৰিছিল সিমানে সি অত্যাধিক মদখাই

কথাবোৰ পাহৰিবলৈ চেষ্টা কৰিছিল।

ডালপাত, ঠাল-ঠেঙুলি নোহোৱকৈ মদৰ ৰাগীত মৃন্ময়ে মোৰ আগত প্ৰকাশ কৰা এইখিনি কথা।

ঠিক তাৰ দুদিন পাচত মই প্ৰাইভেট কোম্পানীৰ চাকৰি এটা পাই গুৱাহাটীৰ পৰা বাহিৰলৈ গৈছিলো।

তেতিয়াৰ পৰা ছয় বছৰ ধৰি মৃন্ময়ৰ লগত মোৰ দেখা সাক্ষাত হোৱা নাছিল নাইবা অইন ধৰণে যোগাযোগ নাছিল।

চাৰি মাহ পাৰ হ'ল- 'মই গুৱাহাটীলৈ বদলি হৈ আহিছো। আগতে বেলেগ ঠাইত আছিলো যদিও এইবাৰ মৃন্ময়হঁত থকা ঠাইতে ভাড়া লৈ ঘৰ এটা ললো।'

এদিন অফিচ বন্ধৰ দিনত মই মৃন্ময়ক বিচাৰি গলো। মৃন্ময়হতৰ ঘৰত বেলেগ মানুহ এঘৰকহে পালো। ঘৰৰ গৃহস্থৰ লগত কথা বতৰা পাতি জানিব পাৰিলো যে কুমুদ বৰুৱাৰ পৰা ঘৰমাটি তেওঁলোকে কিনি লৈছে। অলপ আঁতৰত থকা তৰ্জাৰ বেৰৰ ঘৰ এটালৈ আঙুলিয়াই মানুহজনে ক'লে যে মৃন্ময় এতিয়া সেইঘৰটোত ভাড়াতীয়া হিচাপে আছে।

কথাবোৰ শুনি অবুজ ৰহস্য এটাই মোক দোলা দি গ'ল।

মই গৈ মৃন্ময়ক বিচাৰি পালো। সি বিচনাতে পৰি আছিল। বিশৃংখল অৱস্থাত থকা কেঁচামাটিৰ গোন্ধৰ লগতে গেলা চুলাই মদৰ গোন্ধ এটা কোঠালিটো চানি ধৰিছিল।

মোৰ মাতত মৃন্ময় উঠি বহিল। তাৰ শৰীৰটো জহি গৈ হাড়ে চালে লাগিছিল। গোলাকাৰ মুখমণ্ডলৰ আকৃতিটো পাম যোৱা বেলুন এটাৰ দৰে হৈছিল।

মৃন্ময়ৰ পৰা জানিব পাৰিলো যে দুই বছৰ আগতে তাৰ মাকৰ মৃত্যু হৈছে। লম্পট কুমুদে ষড়যন্ত্ৰ কৰি ঘৰ মাটি আন মানুহৰ ওচৰত বিক্ৰী কৰি কৰবালৈ গুচি গৈছে।

এতিয়া মৃন্ময়ে তাৰ অটোখন আনক ভাড়ালৈ দিছে। সি নিজে চলাব নোৱাৰে। দেহত তাৰ শক্তি নাই।

“এয়া, দুয়োজনকে চাহ দিছো। খাওক।”

শ্ৰীমতীৰ কণ্ঠস্বৰত নিজকে বহি থকা চকীখনত আৱিস্কাৰ কৰিলো।

মই চাহৰ কাপটো মেজৰ পৰা তুলি লোৱাৰ আগতে মৃন্ময়ক দিয়া প্লেটখনত থকা নাস্তাখিনি সি খাই শেষ কৰিলে। নিশ্চয় ৰাতি সি মদৰ বাহিৰে গোটা বস্তু একো খোৱা নাছিল। মই মনতে ভাবিলো।

মৃন্ময়ৰ চকুলৈ চালো। মোৰ বেজাৰ লাগিল। সি মোক ফাঁকি দিয়া বুলি ভাবি অলপ আগতে মোৰ অন্তৰত

তাৰ প্ৰতি যি বিৰাগ ভাৱৰ সৃষ্টি হৈছিল এই মুহূৰ্তত সৃষ্টি হোৱা অনুৰাগৰ জোৱাৰে বিৰাগৰ আবজৰ্নাক উটুৱাই দিলে।

হাঁহি এটা মাৰি মই মৃন্ময়ক ক'লো -

"ব'লা।"

"ক'লৈ?"

"ডাক্তৰৰ ওচৰলৈ।"

সি সপোন দেখা মানুহৰ দৰে মোৰ মুখলৈ চালে আৰু মোৰ পিচে পিচে খোজ পেলালে।

মই থকা পাৰাটোতে ডাক্তৰজন থাকে। তেখেত এজন চাৰ্জ্জন। তেখেতৰ এখন নিজা ক্লিনিক আছে। মোৰ সৈতে তেখেতৰ ভাল চিনাকিও আছে। কিন্তু মৃন্ময়ৰ সৈতেও ডাক্তৰজনৰযে ভাল চিনাকি আছে, সেই কথাটো মই সিদিনাখনহে জানিছিলো, আগতে জনা নাছিলো। সম্ভৱ সেই চিনাকি মোতকৈ বেছি। মৃন্ময়ক দেখাৰ লগে-লগে ডাক্তৰে কৈছিল - "আতৈৰ আকৌ কি হ'ল?" মৃন্ময়ে বৰকৈ তামোল খাই ওঠ দুটা ৰঙা কৰি ৰাখে কাৰণে হয়তো ডাক্তৰে আতৈ সম্বোধনেৰে তাৰ লগত ধেমালি কৰিছিল।

মৃন্ময়ৰ চিকিৎসা আৰম্ভ কৰা হ'ল। তাৰ ভৰিখন পৰিস্কাৰকৈ ধুই মেলি ভিতৰত থকা পূঁজ পানীবোৰ উলিয়াই দিয়া হ'ল। মলম লগাই বেন্দেজ কৰি দিয়া হ'ল। ডাক্তৰে

সাতটা বেজি আৰু চাৰিবিধমান ঔষধ লিখি দিলে। এটা বেজি লগে লগে দিলে। বাকী ছয়টা প্ৰত্যেক দিনে এটাকৈ লৈ থাকিবলৈ দিলে।

সেইদিনটো আছিল মে' মাহৰ সাতাইশ তাৰিখ। মাহৰ শেষ। মোৰ পকেট খালি। ঔষধ, ডাক্তৰৰ ভিজিট আৰু দ্ৰেছিংৰ বাবদ খৰচ মুঠ তিনিশ দহ টকা বুলি মোক জানিবলৈ দিয়া হ'ল। দৰ্মহা পালে জুন মাহৰ প্ৰথম সপ্তাহত টকাখিনি ডাক্তৰক দিম বুলি ক'লো। ডাক্তৰ সন্মত হ'ল। ঔষধবোৰ ঠিকমতে খাবলৈ আৰু বেজি কেইটা লবলৈ পৰামৰ্শ দি মই মৃন্ময়ক বিদায় দিলো।

- পাঁচদিন পিছত -

মৃন্ময় থকা ঘৰটোৰ পৰা একফাৰ্লংমান নিলগত থকা পৰিত্যক্ত ঘৰ এটাৰ ভিতৰত মৃন্ময়ৰ মৃত দেহ উদ্ধাৰ কৰা হ'ল। অসহ্য যন্ত্ৰণাৰ পৰা মুক্ত হৈ মৃন্ময় যেন আঁতৰি গ'ল। মৃন্ময়ে মোক দিয়া শেষ প্ৰতিশ্ৰুতি মোৰ কাণত অহৰহ বাজিবলৈ ধৰিলে। "দাদা, মোক ক্ষমা কৰক। সঁচাকৈয়ে কৈছো, এইবাৰ মই আপোনাক ফাকি নিদিও।"

- উপসংহাৰ -

মৃন্ময়ৰ মৃত্যুৰ পিচত মই ডাক্তৰজনৰ ওচৰলৈ গ'লো মৃন্ময়ৰ চিকিৎসাৰ ঋণ পৰিশোধ কৰিবলৈ। মই তেখেতক

ক'লো-

"মৃন্ময় মৰিল।"

"মই জানো- আতৈ গ'ল।" হাঁহি হাঁহি ডাক্তৰে ক'লে।

মই ক'লো-

"মৃন্ময়ক চিকিৎসা কৰাৰ বাবদ আপোনাক কিমান টকা দিবলৈ বাকী আছিল?"

বহি এখনৰ পাত লুটিয়াই চাই ডাক্তৰে ক'লে-

"তিনিশ দহ টকা।"

মই টকা কেইটা লৈ ডাক্তৰলৈ হাত আগবঢ়ালো। ডাক্তৰে হাত পাতি ললে।

ঘৰলৈ ওভোতাৰ পথত বাট বুলি বুলি ভাবিলো-

ডাক্তৰজনৰ মৃন্ময়ৰ লগত মোতকৈও ভাল চিনাকি আছিল। তাৰোপৰি আমি এটা অঞ্চলৰ এটা পাৰাৰে বাসিন্দা। ডাক্তৰে অলপ পইচা অন্ততঃ ৰেহাই দিব পাৰিলেহেতেন নেকি? যেনে তেখেতৰ ভিজিটৰ টকা, ইনজেকচন পুচিং চাৰ্জ, ড্ৰেচিং চাৰ্জ আদিৰ খৰচ খিনি? টকাৰ লালসাত পৰি যান্ত্ৰিক সভ্যতাৰ মাজৰ পৰা মানবতাবোধ আঁতৰি গ'ল নেকি?

ডাক্তৰজনক মই দিয়া কাগজৰ নোট কেইখনক সেই

মুহূৰ্তত কিছুমান মূল্যহীন পুতলা নোট যেন মোৰ অনুভৱ হৈছিল।



# এটি জোনাকী পখুৱা

'সমালয়' ঘড়ীৰ দোকানখন চহৰখনৰ ভিতৰত আটাইতকৈ ডাঙৰ দোকান। এখন নির্ভৰযোগ্য দোকান হিচাপে সুনাম আছে। গ্ৰাহকৰ ভিৰ বৰ বেছি হয়, বিশেষকৈ সন্ধিয়াৰ পাছত।

কংকনাৰ মানে মোৰ শ্ৰীমতীৰ পুৰণা চাবি দিয়া হাতঘড়ীটো যোৱা কেইমাহমানৰ পৰা বিকল হৈ পৰি আছে। তিনিবাৰমান মেৰামতি কৰালো যদিও ভাল নহ'ল। বৃদ্ধ মানুহৰ বিভিন্ন ৰোগ চিকিৎসা কৰাৰ পাছতো ভাল নোহোৱাৰ দৰে ঘড়ীটোৱো অৱস্থা তেনে হৈছে। সেই কাৰণে বেটাৰীত চলা ভাল ঘড়ী এটা কিনাৰ মানসেৰে এদিন সন্ধিয়াপৰত মই

আৰু শ্ৰীমতী গৈ ‘সমালয়’ ত উপস্থিত হলোঁ।

দোকানখনৰ চেলচ্ কাউন্টাৰত গ্ৰাহকে উবুৰিখাই পৰিছে। যাগা অকনো নাই। সেয়ে ভিৰ কিছু কমক বুলি ভাবি বেৰত ওলোমাই ৰখা ৰংবিৰঙৰ আৰু বিভিন্ন ডিজাইনৰ ওৱা্ল ঘড়ীবোৰ আমি চাই আছো। অলপ পিচত ল’ৰা এজন আমাৰ ওচৰলৈ আহি ‘কি লাগিব’ বুলি সোধাত মই ‘লেডিজ্ হাতঘড়ী চাব খুজিছিলো’ বুলি ক’লো। ল’ৰাজনে কাউন্টাৰটোৰ চুক এটালৈ আমাক লৈ গ’ল। সেই ঠাইত আগৰে পৰা শকত-আৱত ভদ্ৰ মহিলা এগৰাকীয়ে ঘড়ীচাই দৰ-দাম কৰি আছিল। ল’ৰাজনে ভদ্ৰ মহিলা গৰাকীক অলপ আঁতৰি দিবলৈ কৈ সেই ফাক্টোত শ্ৰীমতীক ঠিয় কৰালে। মই শ্ৰীমতীৰ পিচপিনে বডিগাৰ্ড হৈ ৰৈ থাকিলো। কাউন্টাৰৰ মানুহজনে শ্ৰীমতীৰ আগত কেইটামান হাতঘড়ী থৈ কোনটোৰ কিমান দাম, কোনটোৰ মিনিট চেকেণ্ডৰ কাটা কেনেকুৱা, কোনটো ৰাতিজ্বলে ইত্যাদি কথা শ্ৰীমতীক বুজাই থাকিল। শ্ৰীমতীয়ে এটাৰ পিচত এটাকৈ বাওঁখন হাতত লগাই চাই ঘড়ীবোৰ লিৰিকি বিদাৰি থাকিল। মাজে

মাজে একোটা ঘড়ী মোক দেখুৱাই সোধে- চাওকচোন এইটো ভাল লাগিবনে? প্ৰতিবাৰতে মই একেটাই উত্তৰ দি থাকিলো, "অ, ভাল লাগিব"। মোৰ উত্তৰত তেওঁবোধকৰো বিৰক্ত হৈছিল। সেয়ে পাচলৈ মোক নেদেখুওৱা হ'ল।

সেই সময়ত দোকানখনৰ ভিতৰত এটা হুলস্থুলীয়া পৰিৱেশৰ সৃষ্টি হ'ল। আগতে উল্লেখ কৰা শকত মহিলাগৰাকী দোকানখনৰ পৰা ওলাই যাবলৈ ধৰোতে আমাক কাউন্টাৰলৈ লৈ যোৱা ল'ৰাজনে মহিলাগৰাকীক আগভেটি ধৰি তেওঁৰ বেগটো খুলি চাব খুজিলে। মহিলাৰ পৰিধানত দামী চেলোৱাৰ কামিজ। গলত আৰু হাতত আধা কিলোমান ওজনৰ সোণৰ অলংকাৰ। গাখীৰত সেন্দুৰ মিহলোৱা ৰঙৰ দৰে গালৰ ৰং। দুচকুত আভিজাত্যৰ প্ৰতিফলন।

মহিলাগৰাকীয়ে তৰ্জন গৰ্জন কৰি ল'ৰাজনক গালি গালাজ কৰি মাৰিবলৈ হাত দাঙিলে। বেগটোকলৈ দুয়োৰে মাজত টনা-আজোৰা চলিল। তেনেতে আদ বয়সীয়া মাগুৰ বৰণীয়া শকত মানুহ এজন ওপৰৰ পৰা নামি আহিল।

বেশভূষাৰ পৰা তেওঁ দোকানখনৰ মালিক বুলি মই ধৰি ললো। মানুহজনে একেটানতে বেগটো মহিলাৰ হাতৰ পৰা আজুৰি আনি তাৰ ভিতৰৰ পৰা সোণৰ পানী চৰোৱা চিক্‌চিকি্য়া উজ্জ্বল হাতঘড়ী এটা উলিয়াই আনিলে। ঘড়ীটো হাততলৈ বেগটো মহিলাৰ গালৈ দলিয়াই দিলে আৰু টান টান কথাৰে তাচ্ছিল্যৰ সুৰত ক'লে,- "দেখাত আপুনি সম্ভ্ৰান্ত পৰিয়ালৰ, কিন্তু ইমান নীচ কাম কৰিব পাৰে? আপোনাৰ শৰীৰত যিমানবোৰ অলংকাৰ আছে তাৰ এশ ভাগতকৈয়ো কম এই ঘড়ীটোৰ মূল্য। কিন্তু আপুনি....। পুলিচক খবৰ দিয়াৰ আগতে ওলাই যাওক ইয়াৰ পৰা।"

ধমকি খাই লাজে অপমানে ৰঙাচিঙা পৰি মানুহজনী ফোফোৱাই দোকানৰ পৰা ওলাইগৈ ওচৰতে ৰখাই থোৱা চেভৰোলেট গাড়ীখনত ধুপুচকৈ বহি পৰিল। দ্ৰাইভাৰে গাড়ীখন চলাই নিলে।

পৰিৱেশটো স্বাভাৱিক অৱস্থালৈ ঘূৰি অহাৰ পাচত শ্ৰীমতীৰ পচন্দৰ ঘড়ীটো কিনি ৰিক্সা এখনত উঠি ঘৰমুৱা হ'লো। ৰিক্সাত বহি বহি ভাবিলো ঃ ইমান টকা পইচা থকা

ধনী মানুহ হৈয়ো মানুহজনীয়ে সামান্য ঘড়ী এটা কিয় চুৰ কৰিছিল? অভাৱত নিশ্চয় নহয়। তেন্তে চৌৰ্য প্ৰবৃত্তি তেওঁৰ স্বভাৱ নেকি? নে আন কিবা? সেই প্ৰশ্নৰ উত্তৰ মনোবৈজ্ঞানিকেহে দিব পাৰিব।

এই ঘটনাটোৱে মোক বাৰ বছৰৰ আগৰ ঘটনা এটা মনলৈ আনিলে। মোৰ ভাগিনী ছোৱালী ৰুনজুনৰ বিয়াৰ জোৰণৰ দিন। ভিনদেউ ঢুকাইছে। গুৱাহাটীতে আছে যদিও বাই দেউৰ টকা পইছা তথৈবচ। মোৰ সৰুভাই নগেন আৰু মই লগলাগি বিয়াখনৰ খৰচ বহন কৰিছো। নগেন গাৱত থাকে। মই গুৱাহাটীতে থাকো। জোৰণৰ দিনাখন নগেন সপৰিয়ালে আহি পোৱাৰ কথা। কইনাৰ কাপোৰ আৰু অলংকাৰ নগেনে লৈ আহিব।

দিনৰ দহটা বাজি গ'ল। সিহত আহি পোৱা নাই। মোৰ মনটো উচ্পিচাই আছে। বাৰটামান বজাত দৰাঘৰীয়া মানুহে জোৰণলৈ আহিব। চাৰে দহ বাজিল - এঘাৰটা বাজিল নগেন আহি পোৱা নাই। নানা চিন্তাই মোক বিব্ৰত কৰি তুলিলে। কিছুসময় পাচত বিয়াৰ ৰভাতলীৰ পৰা

অলপ আতৰত মেইন ৰোডত ৰিক্সাৰ পৰা নগেনহঁতক নমা দেখিলো। মোৰ মনৰ ডাৱৰবোৰ আতৰিল।

স্বস্তিৰ নিশ্বাস পেলাই ৰভাতলীত চকি এখনত বহি চাধা পিহি পিহি কামবোৰৰ কথা ভাবি আছো। তেনেতে ঘৰৰ ভিতৰৰ পৰা কান্দোনৰ ৰোল এটা মোৰ কাণত পৰিল। দৌৰ মাৰি ভিতৰলৈ সোমাই গ'লো। আটাইবোৰ তিৰোতা মানুহে ৰুমটো ঘেৰি ধৰিছে। মই চিঞৰি নগেনক বাহিৰলৈ মাতি আনি উৎকণ্ঠাৰে তাক সুধিলো -

"ঘটনাটো কি?"

ক্ষন্তেক পৰ তলকা মাৰি থকাৰ পাচত নগেনে ক'লে,

"সমস্যা এটা হ'ল।"

"খুলি কচোন, কথাটো কি?"

"জুৰীৰ (নগেনৰ পৰিবাৰ) বেগটো হেৰাল" - নগেনে ক'লে

"ক'ত, কেনেকৈ?"

"নাজানো! বাছত অথবা ৰিক্সাত ৰৈ গ'ল।"

"চিঃ ইমান অসাৱধান হব লাগেনে? বেগত কিমান

টকা আছিল?”

“নগদ টকা বিছ হাজাৰৰ উপৰিও কইনাৰ অলংকাৰ আৰু জুৰিৰ নেকলেচডাল আছিল।” হুমুনিয়াহ কাঢ়ি নগেনে ক’লে।

মোৰ মুৰটো গৰমহৈ গ’ল। অলপ পাছতে জোৰণৰ মানুহ আহি পাব। কইনাজনীক কি পিন্ধাম? তাতে আজি দেওবাৰ, দোকান পোহাৰ বন্ধ। কি কৰো কি নকৰো অস্থিৰতাক মুৰতলৈ মই ৰাস্তাৰ পিনে আগবাঢ়িলো। সিফালৰ পৰা আহি থকা খালি ৰিক্সা এখন ৰখাই ৰিক্সাৱালা এজনে হাতত কাপোৰেৰে মেৰোৱা টোপোলা এটা লৈ মোৰ ওচৰ চাপি আহিল।

মানুহজনৰ গাৰ ৰংটো বগা আছিল যদিও ৰ’দ, বতাহৰ আচোৰখাই চালখন মলিয়ন হৈছে। দুই এজন পুলিচে ৰখাৰ দৰে তাৰ নাকৰ তলত তৰোৱাল কাট্‌ৰ মস্ত এযোৰ গোফ। কপালত ডাঙৰ এটকীয়া মুদ্ৰা এটাৰ সমান এটা ৰঙা সেন্দুৰৰ ফোট। কান্ধলৈ বৈ পৰা আধা পকা একোচা ভাজ ধৰা চুলি। চকুহালৰ মনিবন্ধন উজ্জ্বল আৰু

তীক্ষ্ণ। পিন্ধনত এখন পোন্ধমৰা গামোচা আৰু এটা লেতেৰা হাফ চাৰ্ট। মানুহজনক বুজিবলৈ মোৰ টান লাগিল। এজন ডকাইত যেনো লাগে নাইবা ভাঙৰ চিলিম হুপি থকা ভাঙুৰি যেনো লাগে।

"মালিক, হশ্লো আগে ইহাপৰ একজন বাবু, বাবুৰ মালকীন ঔৰ একটা বাৎচা হমাৰ ৰিচ্‌কাতে অহিছে।বাবুটাকে হমাক লোগকাৰাই দিবাৰ লাগে"। - ৰিক্সাৱালাটোৱে মোক ক'লে।

এনেয়ে কেঁচাঘা, তাতে আকৌ গৰমতেল। মুৰটো টিঙিচকৈ উঠিল। ইতিমধ্যে নগেনেও গহনাৰ কথাটো আলোচনা কৰিবলৈ নে আনকাৰণতে মোক বিচাৰি বাহিৰলৈ ওলাই আহিল। ৰিক্সাৱালা আৰু নগেনৰ চকুৱে চকুৱে পৰাত দুয়ো দুয়োকে বোধকৰো চিনি পালে। মেৰাই অনা কাপোৰখন গুচাই ধুনীয়া ভেনিটি বেগ এটা উলিয়াই নগেনৰ হাতত দি ৰিক্সাৱালাজনে ক'লে ঃ বাবু, এইথু হপনাৰ মালকীনৰ বিগ আছে। হমাৰ ৰিচকাতে ৰখি গহিছে।

নগেনে বেগটো খুলিচাই উত্তেজিত হৈ "পালো

পালো” বুলি চিঞৰি ভিতৰলৈ দৌৰ মাৰিলে। শিলপৰা কপৌৰ দৰে মই কিছুপৰ থৰহৈ থাকিলো। সান্নিত ঘুৰই পাই মই ৰিক্সাৱালা জনক ৰভাৰ তলত চকী এখনত বহিবলৈ দিলো। ময়ো কাষতে বহিলো। মই ক’লো-

“তুমি বেগটো খুলি চোৱা নাছিলা ?”

“ৰাম ৰাম। দুচৰা আদমিকা চামান কাহে দেখবো মালিক।”

ৰিক্সাৱালাই উত্তৰ দিলে। মই ক’লো -

“বেগটো খুলি চালে তুমি হয়তো সেইটো ঘূৰাই নিদিলাহেঁতেন। বেগটোৰ ভিতৰত প্ৰায় এক লাখ টকাৰ সোণৰ অলংকাৰ আৰু নগদ বিছ হাজাৰ টকা আছিল।”

মোৰ কথা শুনি মানুহজনে চকুমুদি হাতদুখন ওপৰলৈ তুলি তাৰ কোনোবা ইষ্টদেৱতাক প্ৰণাম কৰি অস্পষ্ট ভাষাত কিবাকিবি বিৰবিৰাবলৈ ধৰিলে। তাৰ পিচত চকুমেলি মোৰপিনে চাই একে প্ৰণামৰ ভংগীতে অতি বিনয়ী সুৰত ক’লে-

“হেই ৰাকোম কথা ভাবাটু মহাপাপ আছে মালিক। দুচৰা আদমীকা চম্পোত্তি লোভ কাৰাটু মাহাপাপ। ৰাম ৰাম।”

মানুহজনক মই এক হাজাৰ টকা বকচিছ হিচাবে যাচিলো নললে। অনুৰোধ কৰিলো, মান্তি নহ’ল। হাতত

গুজি দিলো, মোক ওভটাই দিলে। তেওঁ কলে -

"মালিক, টাকা-পাইচা, ধোন-সম্পোত্তি চোব মিছা আছে। একটা বোস্তুই হোচা - চেইটু দিল। দিল চাফ থাকিলেনা মালিক, চান্তি আছে।"

"হেৰি, ঘৰ আহি পালো। ৰিক্সাৰ পৰা নামক।"

শ্ৰীমতীৰ মাতত মই টোপনিত এটা সপোন দেখি থকাৰ পৰা সাৰপোৱা যেন লাগিল। অঞ্চলটোত ইতিমধ্যে বিজুলীৰ সোঁত বন্ধ হৈ গৈছে। চাৰিওপিনে অন্ধকাৰ। চহৰৰ ওখ ওখ অট্টালিকাবোৰ আন্ধাৰৰ গৰ্ভত সোমাই পৰিছে। সেই সময়তে ৰাস্তাৰ নলাটোৰ কচুৱনীডৰাৰ মাজৰ পৰা এটা জোনাকী পৰুৱা ওলাই আহি মোৰ চকুৰ আগেদি আন্ধাৰ ফালি পাৰ হৈ গৈছিল।



# কেচুৱাই কন্দা চাহ

বহুত দিন আগৰ কথা। মাঘ মাহৰ দ্বিতীয় সপ্তাহ। বিয়া এখনলৈ দৰাযাত্ৰী হৈ গৈছিলো। দৰাৰ ঘৰ গুৱাহাটীত আৰু কইনাৰ ঘৰ নলবাৰীৰ পিনে। এখন ভিতৰুৱা গাঁও।

বিয়াৰ দিনা কইনাঘৰত পাৰ কৰা ৰাতিটোৰ কথা লিখিবলৈ লৈছো।

হোমৰ গুৰিৰ পৰা দৰা-কইনাক ঘৰৰ ভিতৰলৈ নিলে। আমি দৰাপক্ষৰ মানুহবোৰ ৰভাৰ তলত বহি আছো যিখন বাছেৰে গৈছো সেই একেখন বাছেৰে উভতিব লাগিব। ৰভাতলীত সাংঘাতিক ঠাণ্ডা পৰিছে । তাতে মাজে মাজে দুই এজাক ফেৰফেৰীয়া বতাহে আমাক কপাই গৈছে। চাৰিওফালে মুকলি ঠাই কাৰণে বতাহে আমাক বৰকৈ

আক্ৰমণ কৰি ধৰাশায়ী কৰিছে।

তেতিয়াৰ বিয়াৰ ৰভামানে আজিকালিৰ দৰে টেন্টহাউছ বোৰে সাজি দিয়া অট্টালিকা সদৃশ আটক ধুনীয়া ৰভাৰ দৰে নহয়। কোনোফালে আৰ-বেৰ নথকা এখন চাং। বাহ অথবা কলগছৰ খুটাৰ ওপৰত বাহ বান্ধি ঘন ঘনকৈ কলপাত ওলোমাই ৰখা ৰভা। অবশ্যে তেনে ৰভা দেখিবলৈ ধুনীয়া।

ঠাণ্ডাৰ প্ৰকোপত কলপাতবোৰত নিয়ৰ জমা হৈছে। বেচিকৈ নিয়ৰ জমা হোৱাৰ পাচত সেইবোৰ পানীৰ টোপাল একোটালৈ সলনি হৈছে আৰু কলপাতে তাৰ ভৰ সহিব নোৱাৰাত তললৈ সৰি পৰিছে। যেন স্বামীৰ গৃহলৈ খোজ পেলোৱাৰ আগমুহূৰ্ত্তত নকইনাজনীয়ে নীৰৱে চকুৰ লোতক পেলাইছে ।

হামিয়াই হেকেতিয়াই ৰভাতলীত বহিথকা মানুহজাকক ফেৰফেৰীয়া বতাহে মৰমৰ হাত বুলাই যাওতে কাণ দুখন, নাকৰ জোঙা আগটো, হাত ভৰিৰ আঙুলিবোৰ তেকি পৰি ক'মা অৱস্থাৰ ৰোগী এজনৰ দৰে সংজ্ঞাহীন হৈ

পৰিছে ।

ঠিক সেই সময়ত শ্ৰীমতীলৈ মোৰ মনত পৰিছিল। মোৰ ইচ্ছাৰ বিৰুদ্ধে তেওঁ মোক জোৰ-জুলুমকৈ এৰি চাদৰখন দি পঠাইছিল। মই সেইখনৰ প্ৰয়োজন নাই বুলি ভাবি লগত আনিবলৈ অমান্তি হৈছিলো। তলত ডাঠ গেঞ্জী, তাৰ ওপৰত চাৰ্ট, আকৌ তাৰ ওপৰত শ্ৰীমতীয়ে মোটাউলেৰে গুঠিদিয়া  ফুলচুৱেটাৰটো পিন্ধাৰ পিছত মই গৰম অনুভৱ কৰিছিলো। তাৰোপৰি বাছত মানুহৰ ভিৰৰ মাজত গৰম লাগি থাকিব। সেয়ে এৰি চাদৰখন ভালুকৰ সাঙি হোৱাৰ ভয়ত সেইখন নানিবলৈ মই আপত্তি দৰ্শাইছিলো । কিন্তু শ্ৰীমতী নাচোৰ বান্দা। তেওঁ মোক ওলোটা বুজনি দিলে, “বাছত গৰম লাগিব ঠিকেই । কিন্তু ৰাতি ৰভাৰ তলত বহোতে ঠাণ্ডা পাব। সৰু লৰাৰ দৰে আপুনি অবুজন কিয় ? আপুনি পাহৰি যায় কিয় যে আপোনাৰ এজ্‌মেটিক ট্ৰাব’ল আছে। এৰি চাদৰ খন লগত নিয়ক।”

এড়ি চাদৰখন মুৰে গায়ে মেৰিয়াইলৈ ৰভাৰ তলত বহি আছো। চাদৰখনৰ আচল এটা এখন হাতেৰে ধৰি নাক

মুখ ঢাকি লৈছো। আনখন হাত আচলটো ধৰা হাতখনৰ কাষলতিত সুমুৱাই দি পানী কেচুৰাটোৰ দৰে উমলৈছো।

মোৰ নিচেই কাষৰ চকীখনত মোৰ কলেজীয়া বন্ধু অঘোৰ শৰ্মা বহিছে। সি মোৰ দৰে ঠাণ্ডা অনুভৱ কৰা নাই। সি হাফ চুৱেটাৰৰ ওপৰত কোট চোলা পিন্ধিছে। বুটাম মৰা নাই । চাৰ্টটোৰ ওপৰৰ দুটা বুটাম খুলি ৰাখিছে। এইবোৰৰ পৰা বুজা যায় যে তাৰ তেজ গৰম হৈ আছে। সি পিন্ধিথকা কোট চোলাটোৰ ভিতৰৰ জেপত তেজ গৰম কৰা দাৱাইৰ চেপেটা বটল এটা আছে। অলপ আগতে বাহিৰলৈ ওলাই গৈ এঢোক গিলি আহিছে। তাৰ প্ৰমাণ সি কথা কওতে দাৱাইৰ ফুৰফুৰীয়া গোন্ধ এটা মোৰ নাকত লাগিছে।

যিকেইজন ডেকা লৰাই কেৱল হাফচুৱেটাৰ একোটা পিন্ধি আছিল তেওঁলোকে হাতদুখন দুই কাষলতিৰ মাজত অথবা ভৰিৰ দুয়োখন কৰঙনৰ মাজত থৈ মুৰটো তললৈ বেকা কৰি ধেনুভিৰীয়া ভাজ একোটা লৈছিল।

অলপ দেৰি তেনেকৈ বহি থকাৰ পাচত মই মোৰ গলটো শুকাই যোৱা যেন অনুভৱ কৰিলো। পলমকৈ

অসময়ত ভাত খালে বোলে পিয়াহ লাগে। মানুহে কোৱা শুনো। কইনাঘৰত ভাত খাওতে বাৰটা বাজি বিছ্ মিনিট মান হৈছিল। তাৰোপৰি ভোকতে নে খকতে সচৰাচৰ খোৱাতকৈ ভাত দুগৰামান বেচিকৈ খালো। মাটি মাহৰ দাইলেৰে ৰন্ধা খাহী ছাগলীৰ মাংসৰ আঞ্জাখন বৰ সোৱাদ হৈছিল।

“একাপ গৰম ৰঙাচাহ পোৱা হ’লে।”- মনতে ভাবিলো। ৰঙাচাহ একাপ খোৱাৰ ইচ্ছাটো মই অঘোৰ শৰ্মাৰ আগত প্ৰকাশ কৰিলো। সি কেনেবাকৈ মেনেজ কৰিবও পাৰে, সেই আশাত। আমি একেলগে কলেজত পঢ়ি থকা অবস্থাত আমাৰ লগৰ আনবোৰ লৰাই বুদ্ধিৰে ঢুকি নোপোৱা কায়দা কৌশল একোটা অঘোৰে আৱিস্কাৰ কৰিছিল।

“ৰবিচোন কিবা কৰিব পাৰি নেকি চাও।” - অঘোৰে মোক কলে।

ৰভাৰ তলত কইনাঘৰৰ মানুহ নাই বুলিয়ে কব পাৰি। দুই এটা টেকেনীয়া লৰাই ইফাল সিফাল কৰি আছে যদিও দৰাপক্ষৰ মানুহৰ ওচৰ নাচাপে। মাতিলে উত্তৰ দিয়ে - ৰ’ব আহি আছো। তেনেকৈ কৈ যি এবাৰ আতৰি গ’ল দ্বিতীয়বাৰ

সি মুখ নেদেখুৱায়।

বিয়াৰ শেষত দৰাঘৰীয়া মানুহক কইনাঘৰীয়াই যেন কয়- আমি তোমালোকক এতিয়া চিনি নাপাওঁ। নাজানো, তোমালোক ক'ৰ মানুহ । কিন্তু সেই একেখিনি দৰাঘৰীয়াক কইনাঘৰৰ মানুহে কলপুলিযোৰা পাৰ হোৱাৰ পাচতে শ্ৰীকৃষ্ণই বিপ্ৰদামোদৰক আদৰি নিয়াৰ দৰে নি অভ্যৰ্থনা কৰে।

হাতৰ ঘড়ীটোলৈ চালো। তিনিটা বাজি দহ মিনিট। ৰাতিপুৱাৱলৈ বেচি পৰ নাই । মোৰ বৰকৈ হামি আহিছে। গলটো শুকাই খৰ্খৰীয়া হৈছে। ৰঙা চাহ একাপৰ চোকটো প্ৰবল হৈ উঠিছে। চোতালত কইনাঘৰীয়া মানুহ এজনো দেখিবলৈ নাই। ওচৰ চুবুৰীয়া সকল কেতিয়াবাই ঘৰা ঘৰি গৈছে। ঘৰৰ ভিতৰত মাইকী মানুহবোৰে খিল খিলাই হাঁহি থকাৰ উমান পোৱা গৈছে। সম্ভৱ দৰা-কইনাই আঙঠি লুকোৱা, পায়সৰ বাটি ঠেলা ইত্যাদি খেলবোৰ খেলি আছে। ৰান্ধনি বাড়নি সকলেও খাই বৈ দুৱাৰত দাং লগাই কৰবাত কুচি-মুচি টোপনি মাৰিছে। মাথো দৰাযাত্ৰীৰ মানুহবোৰে

মুকলি চোতালখনত ঠাণ্ডা বতাহৰ কোব খাই বহি আছে।

ঘৰৰ ভিতৰত কেচুৱা এটাই বৰকৈ কান্দিছে। কান্দি কান্দি সি উক্ মুক্াই আছে। বাহিৰৰ পৰা মই সকলো শুনি আছো। অলপ পিছত গৰম কাপোৰ এখনেৰে মেৰাই কেচুৱাটোক কোচত লৈ মানুহ এজনে ৰভাৰ তললৈ ওলাই আহিল। কেচুৱাটোক জোকাৰি জোকাৰি নচুৱাই মানুহজনে কৈছে- "মোৰ সোনটো, মইনাটো, নাকান্দিবা। সৌটো, সৌটো চোৱা" বুলি পোহৰাই থকা পেট্ৰমাক্চ লাইটটোলৈ আঙুলিয়াইছে। তথাপি কেচুৱাটোৰ কান্দোন বন্ধ হোৱা নাই। কাহি কাহি সি থৰ পৰি গৈছে।

অঘোৰে এবাৰ মোৰ পিনে চাই মানুহজনক মাতি কলে, "হেৰি, কৰবাত জুঁই একুৰা ধৰি তাৰ হাত-ভৰি কেইখনত সেক দিয়ক। আৰাম পাব। সি ঠাণ্ডা পাইছে।" অঘোৰৰ কথামতে মানুহজনে চিঞৰিলে, "ৰবেন, ঐ ৰবেন।" চৈধ্য পোন্ধৰ বছৰীয়া ল'ৰা এটা ভিতৰৰ পৰা দৌৰি আহিল। মানুহজনে তাক ক'লে, "বাৰীৰ পাচফালে থকা ঘৰটোত শুকান খৰি আছে। সৌ খিনিতে জুই একুৰা ধৰ।"

ডালিমগছ এজোপাৰ ওচৰৰ ঠাই এটুকুৰালৈ আঙুলিয়ালে। মোৰ অনুমান হ'ল যে মানুহজন কইনা ঘৰৰ মানুহ অথবা সেইখন ঘৰৰ নাড়ী-নক্ষত্ৰ চিনিপোৱা আপোন মানুহ।

দপদপকৈ জুই একুৰা জ্বলি উঠিল ।ৰভাৰ তলত নিৰ্জীৱ হৈ বহি থকা মানুহবোৰে নিজৰ নিজৰ চকীবোৰ দাঙি নি জুইৰ কাষত ঘূৰনীয়া মেজমেল পাতি বহিল । হাতৰ তলুৱাত তাপলৈ গালে মুখে লগালে। মানুহজনেও কেচুৱাটোক লৈ তাৰ হাত-ভৰি আৰু পিঠিত সেক দিবলৈ ধৰিলে। জুইৰ তাপ পাই কেচুৱাটোৱে কান্দিবলৈ এৰিছিল যদিও সি বৰকৈ কাহি আছিল ।কাহি থকাৰ মাজতে বমি কৰাৰ দৰে ঔক্ ঔক্ কৰিছিল । কিন্তু বমি কৰা নাছিল । অঘোৰে মোৰ কাষত বহি থকাৰ পৰা সকলোবোৰ চাই আছিল ।

চকীখন হাতত লৈ অঘোৰে মোক কলে, "দীনেশ, ব'ল আমিও জুইৰ ওচৰলৈ যাও।" ইমানপৰে এৰি চাদৰখনৰ উমটোৱে হাঁহ এজনীয়ে কণীক উমনি দিয়াৰ দৰে মোৰ শৰীৰটোক তপতাই ৰাখিছিল। সেইটো আতৰাবলৈ মোৰ মন নাই ।অঘোৰক কলো, "নাযাও। জুইৰ ওচৰত বহিলে

কাপোৰ লেতেৰা হ'ব।" তপৰাই অঘোৰে কলে -

"ৰঙা চাহ নেখাৱ নেকি ?" তাৰ চকুত অৰ্থপুৰ্ণ চাৱনি।

"ক'ত পাবি ?" ব্যগ্ৰভাৱে মই তাক সুধিলো।

"জুইৰ ওচৰলৈ গ'লেহে পাবি।" সি কলে। মই বেঙাৰ দৰে তাৰ চকুলৈ চালো। আমি দুয়োজনে জুইৰ ওচৰলৈ গলো। জুইৰ চাৰিওফালে সৃষ্টি হোৱা বৃত্তটোৰ ভিতৰত আমাৰ চকী দুখনো পাতিলো। বৃত্তটো আগতকৈ বহল হৈ পৰিল।

কেচুৱাটোৰ কাহ বন্ধ হোৱা নাই। সি দীঘলকৈ উশাহ লব পৰা নাই। অঘোৰে মানুহজনক কলে, "পোৱালীটোক দুচামুচ মান কুহুমীয়া গৰম পানী খুৱাই দিয়ক। কাহটো অলপ কমিব।"

"সি পানী নাখায়েই ।" মানুহজনে অঘোৰক কলে।

"খাব- খাব অলপ চেনী মিহলাই দিব।" জুইৰ কাষত থকা ৰবেনক মানুহজনে নিৰ্দেশ জাৰি কৰিলে-

"কেট লী এটাত অলপ পানী আৰু বাচন এটাত অলপ চেনী লৈ আহ।" মানুহজনৰ কথাৰ
ওপৰতে অঘোৰে কলে,-

"পানী আৰু চেনী অলপ বেচিকৈ আনিবা। আমিও গৰম চেনী-পানী খাম ।" এইবাৰ অঘোৰে তাৰ গোন্ধাই থকা

মূখখন মোৰ কাণত লগাই ফুচফুচাই কলে –

“কনচিভ্ কৰিছে যেতিয়া ডেলীভাৰী হ'বই ।” হা-কৰি মই তাৰ মুখলৈ চাই থাকিলো ।

কেটলীটোৰ হেন্দেল ডালৰ মাজেৰে দীঘল ফলাখৰি এচটা পাৰ কৰি তাৰ দুয়োফালে দুজনে ধৰি কেটলীটো জুইৰ ওপৰত ওলোমাই ৰাখিলে। ইতিমধ্যে কেচুৰাটো নিজে নিজে টোপনিত লালকাল দিলে। সম্ভৱ তাৰ ভাগৰ লাগিছিল। জুইৰ কাষত থকা মানুহবোৰেও টোপনিৰ জালত চকু বন্ধ কৰি তললৈ বেকা হৈ বহিছে ।

কিবা এটা আৱিস্কাৰ কৰাৰ ভংগীমাত অঘোৰে চিঞৰি উঠিল –

“অই দীনেশ, সৌজোপা ডালিম গছ নহয়নে।” অলপ আতৰত থকা গছ জোপালৈ আঙুলিয়ালে। ডালিমগছ জোপা অঘোৰ আৰু মই আগতে দেখা পাইছিলো।

নতুনকৈহে যেন গছজোপা দেখিলো তেনে ভাবত ময়ো উত্তৰ দিলো-

“অ হয়, ডালিম গছ ।”

অঘোৰৰ নাটকীয় চিঞৰটোত টোপনিয়াই থকা মানুহবোৰৰ মুৰবোৰ পোন হৈ উঠিল ।দুই এজনে হামিয়ালে, দুই একে চকু পিহিলে ।অঘোৰে যেন মঞ্চ এখন পালে ।সি ভাষণ দিয়াৰ দৰে কথা আৰম্ভ কৰিলে-

"আগতে আমাৰ ঘৰত কেতিয়াবা চাহপাত নাথাকিলে মাহঁতে ডালিমগছৰ পাতেৰে চাহ কৰিছিল । খাই বেয়া নালাগে । তাৰোপৰি তেনেদৰে চাহ খালে বোলে কিবা কিবি অসুখত উপকাৰো পোৱা যায় । আজিও তাৰেই চাহ খোৱা যাওক । দুটামান পাত চিঙি আনোৰহ।"

ঠিয় হৈ সি গছজোপাৰ পিনে অগ্ৰসৰ হব খোজোতে কেচুৱা লৈ থকা মানুহজনে অঘোৰক বাধা দি কলে, -

"আপুনি বহক । মই চাহ পাতৰ ব্যৱস্থা কৰি দিছো।" মানুহজনে যেন বুজিপালে যে হামিয়াই হেকেতীয়াই থকা মানুহকেইজনক চাহ একোকাপ যাচিব পাৰিলে ভাল।

মানুহজনে ৰবেনক চাহ মিঠাইৰ যোগাৰ কৰিবলৈ আদেশ দিলে। মিঠাইৰ নাম শুনি চকু মুদি থাকিয়ে মই আপত্তি দৰ্শালো, "মিঠাই-চিঠাই নালাগে। ৰঙাচাহ একাপেই যথেষ্ট" আনবোৰেও মোক সমৰ্থন জনালে।

ৰঙাচাহ প্ৰস্তুত হ'ল। কিন্তু খাবলৈ গিলাচ আৰু চাহ চেকিবলৈ চেকনি নাহিল। কেটলীৰ পানী গৰম কৰি থকা ৰবেনক মানুহজনে খঙেৰে কলে -

"মুৰ্খ, প্লাষ্টিকৰ গিলাচ কেইটামান আৰু চেকনিখন আনিবলৈ তোক ভাগ ভাগকৈ কব লাগিছিল নেকি ? ভাতখা, দাইলখা, মাছখা, তৰকাৰী খা বুলি বিধে বিধে ক'ব লাগে নেকি ? অকল ভাত খা বুলি কলে নহয় ? গৰু ক'ৰবাৰ ।"

ৰবেনে পাষ্টিকৰ গিলাচ যোগাৰ কৰিলে কিন্তু চেকনি বিচাৰি নাপালে। “কোনো কথা নাই”, ৰবেনলৈ চাই অঘোৰে কলে, “ভাইটি হোমৰগুৰিত চাইনখেৰ দুডালমান পাৰি আছে। লৈ আহা !”

খেৰকেইডাল অঘোৰে নখেৰে চুটি চুটিকৈ চিঙি কেটলীটোৰ নলাটোত এনে কায়দাত সোপা এটা দিলে যাতে তাৰ পৰা ৰঙা চাহখিনিহে নিগৰি ওলাই আহিব পাৰে কিন্তু চাহপাত নোলায় । চাহ একাপ মোৰ হাতত তুলি দি অঘোৰে কলে, –

“দীনেশ, ল, তই বিচৰা ৰঙাচাহ ।”

চাহত চুমুদিয়াৰ পাচত মোৰ মনটো ভৰি উঠিল। মানুহজনৰ কোচত থকা কেচুৱাটোৰ পিনে চকু ঘুৰালো । সি সাৰ পাইছে । চকু দুটাৰে পাৰাক পিৰিককৈ মানুহৰ মুখবোৰলৈ চাইছে । বহাৰ পৰা উঠিগৈ তাৰ কোমল গালদুখন হাতেৰে স্পৰ্শ কৰি ক’লো –

“বোপা, তুমি মোৰ মনোবাঞ্চা পূৰ্ণ কৰিলা। ভগবানে তোমাৰ মংগল কৰক ।”



# এক টকাৰ টাৰ্নিং পইন্ট

মানুহজন ঢকঢকীয়া ব'গা। নিয়মীয়াকৈ ওখ। ক'কালৰ পৰা দেহৰ ওপৰৰ অংশ আগলৈকে সামান্য হাউলি পৰা। বয়সটো পয়ষষ্ঠীৰ পৰা সত্তৰৰ ভিতৰত হ'ব। তেওঁৰ নাম কীৰ্তিনাথ কলিতা ওৰফে কীৰ্তি মহাজন ।

কীৰ্তি মহাজনৰ গাৰ চালখন যিমান ব'গা সিমান লেতেৰা তেওঁ পিন্ধা কাপোৰবোৰ। কোনো অপৰাধত আটক কৰা মাৰুতি গাড়ী এখন উঠাই আনি থানাৰ সন্মুখত মাহৰ পাচত মাহ ৰখাই থোৱাৰ পাচত গাড়ীখনৰ ওপৰত ধুলি মাকতিৰ যেনে ধৰণৰ প্ৰলেপ পৰে তেনেদৰে কীৰ্তি মহাজনৰো পিন্ধা কাপোৰবোৰ লেতেৰা।

মহাজনে পিন্ধি থকা চোলাটোৰ তলৰ জেপদুখনৰ এখনত কটা-তামোল আৰু আনখন জেপত পাণ ৰাখে।

চুণ আৰু চাধা বাওফালে বুকুৰ ওপৰত থকা জেপখনত থাকে। তেওঁ এখনৰ পিচত এখনকৈ তামোল চোবাই থাকে। তামোলৰ ৰঙা পিকবোৰ মাজে মাজে মুখৰ কোৱাৰিয়েদি তললৈ বৈ আহে। শীতৰ দিনেই হওক বা গৰমৰ দিনেই হওক উৰলি যোৱা এৰী চাদৰ এখন মহাজনে গলত মেৰাই লয়। বৈ অহা তামোলৰ পিকবোৰ চাদৰখনেৰে মচি পেলায়। ফলত ঘি বৰণীয়া এৰী চাদৰখনে এক অবৰ্ণনীয় ৰূপ ধাৰণ কৰে।

কীৰ্তিনাথ কলিতা অকল নিজে বাসকৰা গাওখনতে নহয় চাৰিওকাষে থকা গাও কেইখনৰ ভিতৰত ধনী মানুহ। সেই কাৰনে মানুহে তেওক মহাজন বুলি মাতে। তিনিহাল বলধেৰে কেইবাপুৰা মাটিত ধানখেতি কৰে। আহু আৰু শালিধানৰ দুয়োটা খেতি কৰে। চাৰিজন বন্ধাই মহাজনৰ ঘৰত কাম কৰে। ধানখেতিৰ উপৰিও কুঁহিয়াৰ, সৰিয়হ, মাহ, তিল, কবি, মূলা আদি বতৰৰ খেতিবোৰ কৰে। কুঁহিয়াৰ চেপি ৰস উলিয়াই, পগাই, মিঠৈ কৰে। নিজৰ ঘৰত খৰছ হৈ ৰাহি হোৱা বস্তুবোৰ গৰু গাড়ীৰে টানি নি টাউনত

থকা মাৰোৱাৰীৰ দোকানত বিক্ৰী কৰে। এইবোৰৰ উপৰিও কীৰ্তি মহাজনে দুখীয়া মানুহক সুতলৈ টকা ধাৰে দিয়ে। তাৰ বিনিময়ত মাটি বা সোনৰ অলংকাৰ বন্ধকত ৰাখে। কিছুমান ধৰুৱাই নিৰ্দিষ্ট সময়ত ধাৰ পৰিশোধ কৰি বন্ধকত থোৱা মাটি নাইবা অলংকাৰ মোকোলাই নিব নোৱাৰিলে সেইবোৰ তামাদি হৈ যায়। অৰ্থাত বস্তুবোৰ মহাজনৰ হৈ যায়। এনেদৰে কীৰ্তিনাথ বিপুল সম্পত্তিৰ গৰাকী হৈছে।

কীৰ্তিনাথ কলিতাৰ বংশ ৰক্ষা কৰিবলৈ আৰু শ্ৰাদ্ধত পিণ্ড দিবলৈ একমাত্ৰ বংশধৰ তেওঁৰ পুত্ৰ সন্তান কন্দৰ্প। তলে ওপৰে নজনী ছোৱালীৰ মাজত কন্দৰ্পই একমাত্ৰ পুত্ৰ সন্তান। নজনীকৈ বায়েক ভনীয়েকৰ মাজত দশ অৱতাৰ ৰূপে জন্ম পোৱা কন্দৰ্পই কেনেধৰনৰ ৰাজসুখত ডাঙৰ দীঘল হব পাৰে সেই কথাৰ বৰ্ণনা কৰাৰ প্ৰয়োজন নাই ।

বয়স বাঢ়ি যোৱাৰ লগে লগে কন্দৰ্প ইউৰিয়া সাৰ দিয়া ফুলকবিটোৰ দৰে ফুলি জকমকীয়া হ’ল কিন্তু সোৱাদটো কমিল। অৰ্থাৎ তাৰ মগজটো নুফুলিল। স্কুলৰ এটা শ্ৰেণী এবাৰতে পাৰ হোৱা ৰেকৰ্ড তাৰ নহ’ল। একেটা শ্ৰেণীত

দুবাৰকৈ ফেল কৰে।। কন্দৰ্পৰ লগত একেলগে হাইস্কুলত ভৰ্তি হোৱা ল'ৰাই কলেজ পালে আৰু সি নৱম শ্ৰেণীত পৰি থাকিল।

এদিন গণিতৰ মাষ্টৰে শ্ৰেণীত কন্দৰ্পক কলে –

"তই কষ্ট কৰি স্কুললৈ অহাযোৱা কৰিব নালাগে। তোৰ এতিয়া গোফ গজিছে। দেখাত তোৰ বিয়াপতাৰ বয়স হৈছে ।বাপেৰক ক'বি তোৰ বিয়াখন পাতি দিবলৈ।"

শ্ৰেণীত সকলোবোৰ ছাত্ৰৰ আগত শিক্ষকে কন্দৰ্পক তেনেদৰে কোৱাত সি লাজ পালে। সেইদিনাৰ পৰা সি স্কুললৈ যোৱা বাদ দিলে। স্কুল বাদ দিলে যদিও কন্দৰ্পই আগৰ দৰে স্কুললৈ বুলি ঘৰৰ পৰা ওলাই আহে আৰু স্কুল ছুটি হোৱাৰ সময়ত ঘৰলৈ উভতি যায়।

কন্দৰ্পই পঢ়া স্কুলখন পোৱাৰ অলপ আগত কামেশ্বৰৰ গেলামালৰ দোকানখন আছে। দোকানখনৰ পিচফালে ঘাহনিৰ ওপৰত বহি আন তিনিজন ল'ৰাৰ সৈতে কন্দৰ্পই তাচপাত খেলে। গাৰোৱানী খেলা। ইংৰাজীত টুৱেন্টি নাইন বুলি কোৱা হয়। খেলখনত সি বৰ চতুৰ।

দিনে ৰাতিয়ে টকা-পইচা, লাভ-লোকচানৰ হিচাপ কৰি থকা কীৰ্তি মহাজনে হঠাৎ এদিন পুত্ৰৰ হিচাপটো কৰি চালে। তেওঁৰ হিচাপমতে কন্দৰ্পই হাইস্কুল পাচ কৰিব লাগিছিল। এদিন স্কুললৈ গৈ অনুসন্ধান কৰি মহাজনে জানিব পাৰিলে যোৱা দুবছৰৰ পৰা কন্দৰ্প স্কুললৈ যোৱাই নাই।

অৱশেষত গনিতৰ শিক্ষকে দিয়া উপদেশটোক মহাজনে প্ৰয়োগ কৰিলে । একমাইল মান আতৰত থকা কান্তেশ্বৰ ডেকাৰ ছোৱালীৰ লগত কন্দৰ্পৰ বিয়াৰ দিনবাৰ ঠিক কৰিলে ।

"ওঁ বিষুঃ বিষ্ণু ভগৱান জয় জজ্ঞেশ্বৰ হৰি
সৰ্ব মংগল মংগল্যে শিৱে সৰ্বাৰ্থ সাধিকে ।
শৰন্যে ত্ৰাম্বকে গৌৰী নাৰায়নী নমোহস্ততে ।।"

কন্দৰ্পৰ বিয়া। পুৰোহিতে মন্ত্ৰ পাঠ কৰি পূজা আৰম্ভ কৰিছে। পূজাৰ শেষত দুপৰীয়া গাৱঁৰ মানুহ বিয়া খাবলৈ আহিছে। মহাজনে সৰভোগৰ পৰা এঠাদৈ আনিছে। ঘৰতে খুন্দিছে জহা ধানৰ চিৰা। কাৰিকৰ মাতি ঘৰতে জেলেপী, ৰসগোল্লা, লাল মোহন, বুন্দিয়া বনাইছে। মানুহবোৰে উদৰ পুৰাই চিৰা-দৈ- মিঠাই খাইছে ।

ৰাতি 10 বজাত ৰাইজে দৰা কন্দৰ্পকলৈ কইনা

ঘৰলৈ যাত্ৰা কৰিলে। ৰৰ বাজি 07 মিনিটত বিয়াৰ লগ্ন আছে। দৰা যাবলৈ ৰম্ভা মাউতৰ হাতীটো মহাজনে ভাড়া কৰি থৈছিল।

দৰা হাতীৰ পিঠিত বহিল। বাকীবোৰ মানুহে খোজ কাঢ়ি গ'ল। মহাজনে মানুহবোৰৰ লগতে বাট বুলিলে ।

"যুৱ কল্যান ক্লাৱ"ৰ ডেকা ল'ৰাবোৰে দৰাক হেঙাৰ ধৰিলে, অৰ্থাৎ বাট আগচি ধৰিলে । আগৰ দিনত দৰাক হেঙাৰ ধৰা এটা প্ৰচলিত নিয়ম আছিল। চা-চিনাকিহে ধেমালি কৰাৰ লগতে কোনো ৰাজহুৱা অনুষ্ঠানৰ কাৰণে দান বৰঙনি সংগ্ৰহ কৰাটো হেঙাৰ ধৰাৰ উদ্দেশ্য আছিল ।

কন্দৰ্প দৰাকো হেঙাৰ ধৰা হ'ল। কিছুমান কথা কটা-কটি কৰাৰ অন্তত মূল বিষয় বৰঙনিক লৈ বাক-বিতণ্ডা চলিল। ক্লাৱৰ ল'ৰাবোৰক লাগে 50 টকা। মহাজনে দিয়ে 40 টকা। বাক-বিতণ্ডাই এটা সময়ত চৰম সীমা পালে। ল'ৰা কেইজনে কলে, "50 টকাৰ এক টকাও কম নলও। দৰ্কাৰ হলে দৰা পথাৰেৰে নামি যাব পাৰে।" ক্ৰোধ সম্বৰণ কৰিব নোৱাৰি মহাজনে কলে - "40 টকাৰ ওপৰত এক টকাও বেচিকৈ নিদিউ। দৰ্কাৰ হলে বিয়া নকৰোৱাকৈ উভতি যাম।"

বয়সীয়াল মানুহ কেইজনমানে দুয়োটা পক্ষকে এৰা ধৰা কৰিবলৈ বুজনি দিলে যদিও কোনো ফল নধৰিলে। দৰা

সহ দৰাপাৰ্টিটো উভতি আহিল। এক টকাটোৱে দৰা আৰু কইনাৰ জীৱনৰ টাৰ্নিং পইন্ট হ'ল।

হাতীৰ পিঠিৰ পৰা দৰাক নামিবলৈ দিয়া নহ'ল। কইনা বিচাৰি মানুহ দিহাদিহি গ'ল। একেখন গাৱঁৰে কোনোমতে পেটে-ভাতে খাই থকা মুকুন্দ দাসৰ ডাঙৰ ছোৱালী মালতীক কইনা সজাই পুৱতি নিশা কন্দৰ্প আৰু মালতীৰ বিয়া সম্পন্ন কৰিলে।

ইফালে কান্তেশ্বৰ ডেকাৰ ছোৱালীৰ কাৰনে "যুব কল্যান ক্লাব"ৰ ল'ৰাবোৰে ওচৰৰ গাৱঁবোৰত দৰা বিচৰাত লাগিল । মেট্ৰিক পৰীক্ষা দি শেষকৰা যতীন দাসক পুলিচে আচামীক আদালতত হাজিৰ কৰোৱাৰ দৰে হোমৰ গুৰিত হাজিৰ কৰালে । যতীন আৰু কান্তেশ্বৰৰ ছোৱালী মইনাৰো পুৱতি নিশা বিবাহ সম্পন্ন কৰা হ'ল।

বিয়াৰ পাচত যতীনে বি.এ.টো পাচ কৰিলে। সি এম.ই. স্কুল এখনত স্থায়ী শিক্ষকৰ পদত যোগদান কৰিলে। মইনাৰ কপালত যেন তৃতীয়াৰ জোনটো লাহে লাহে ডাঙৰহৈ পূৰ্ণিমাৰ জোনটোৱে দেখা দিলে।

পুতেকৰ বিয়াৰ এবছৰ পাচত কীৰ্তি মহাজনৰ মৃত্যু হ'ল। এতিয়া কন্দৰ্পক পায় কোনে। ব্যৱসায় কৰাৰ নামত সি বাপেকৰ মাটিবোৰ বিক্ৰী কৰাত লাগিল। ব্যৱসায় ফেল মাৰে। আকৌ মাটি বিক্ৰী কৰে।

এনেদৰে কন্দৰ্পই বাপেকৰ দিনৰ সকলো ধন-সোণ, মাটি-বাৰী বিক্ৰী কৰি শেষ কৰিলে। ঘৰৰ ভেটিটোহে থাকিল।

অৱশেষত সি টাউনত বস্তা এখনৰ ওপৰত বহি কেঁচা তৰকাৰী বেচাত লাগিল। কীৰ্তি মহাজনৰ পূৰ্ণিমাৰ দৰে নদন-বদন ঘৰখনলৈ আউসীৰ ক'লা এন্ধাৰ নামি আহিল।





# হৰেন্দ্ৰ নাথ দত্ত

"মৰাসুঁতি" ৰ লেখক শ্ৰী হৰেন্দ্ৰ নাথ দত্ত গুৱাহাটীৰ আমবাৰী ফটাশিল অঞ্চলৰ বাসিন্দা। নলবাৰী জিলাৰ বালিকৰিয়া গাৱত **১৯৪৪** চনত তেখেতে জন্ম-গ্ৰহণ কৰে। প্ৰয়াত পিতৃ আৰু মাতৃৰ নাম যথাক্ৰমে কালিৰাম দত্ত আৰু শশী প্ৰভা দত্ত।

শ্ৰী দত্তই **১৯৬৫** চনত "নলবাৰী কলেজ" ৰ পৰা ডিষ্টিংশ্বন সহ স্নাতক ডিগ্ৰী লাভ কৰি সেই বছৰতে "ভাৰতীয় জীৱন বীমা নিগমৰ" কৰ্মচাৰী হিচাপে নিযুক্তি পায়। **২০০৬** চনত অৱসৰ গ্ৰহণ কৰে। চাকৰি কৰি থকা কালচোৱাৰ ভিতৰতে তেখেতে "গুৱাহাটী বিশ্ববিদ্যালয়"ৰ পৰা "আইনৰ স্নাতক" ডিগ্ৰী অৰ্জন কৰে। অৱসৰ পোৱাৰ পাচত গুৱাহাটীত ওকালতি আৰম্ভ কৰাৰ লগতে অসমীয়া চুটি গল্পও লেখিবলৈ লয়।

অসমৰ গ্ৰামীণ জীৱনৰ নানান পাৰিবাৰিক আৰু সামাজিক সমস্যাই জুৰুলা কৰা সৰু সৰু মানুহৰ জীৱনৰ ওপৰত দত্তই গভীৰভাৱে ৰেখাপাত কৰিছে। সাধাৰণ হজুৱা আৰু নিম্নমধ্যবিত্ত মানুহৰ জীৱন ধাৰণৰ সমস্যা, অভাৱ-অভিযোগ, মান-অভিমান, দুখ-বেদনা তেখেতে স্বতঃস্ফূৰ্তভাৱে ধৰি ৰাখিছে। সুক্ষ্ম পৰ্যবেক্ষণ কৰি অংকন কৰা বেচিভাগ চৰিত্ৰৰ ঘৰুৱা আৰু বাহ্যিক জীৱনৰ খুটিনাটিবোৰ ভালদৰে প্ৰকাশ পাইছে।

লেখকে কিছুমান গল্পৰ মাজেদি বিমল হাস্যৰসৰ সৃষ্টি কৰাৰ লগতে আন কিছুমান গল্পত সমাজৰ দুৰ্নীতি ভ্ৰষ্টাচাৰবোৰ আঙুলিয়াই দিছে। নাটকীয় কৌশলেৰে চৰিত্ৰৰ উপস্থাপন কৰা পদ্ধতিটো লেখকৰ অন্যতম বৈশিষ্ট।

***শ্ৰী অনিমা ভূঞা বৰুৱা***
***প্ৰৱক্তা, টংলা মহাবিদ্যালয়,***
***দৰং, অসম***